# পৰম পূজনীয়
# আৰু
# দুখন উপন্যাসিকা




পূৰবী বৰমুদৈ



**Param Pujaniya Aru Dukhan Upanyasika :** *An Assamese novel written by Purabi Bormudoi, and published by Sri Pradyut Hazarika, Banalata, Dibrugarh & Guwahati, Assam, 1st Edition, November 2003.* *Price . Rupees Ninety only.*

---

প্ৰকাশক ঃ
শ্ৰীপ্ৰদ্যুৎ হাজৰিকা
বনলতা
নতুন বজাৰ
ডিব্ৰুগড়-১

শাখা ঃ
পাণবজাৰ
গুৱাহাটী-১

প্ৰথম প্ৰকাশ ঃ
নৱেম্বৰ, ২০০৩ চন

মূল্য ঃ ৯০.০০ টকা

মুদ্ৰক ঃ
বৰকটকী এণ্ড কোম্পানী প্ৰাঃ লিমিটেড
মালৌ আলি, যোৰহাট-১

# সূচীপত্ৰ

॥ ১॥

'পৰম পূজনীয় ছাৰ',

অদিতিয়ে এখন চিঠি লিখিবলৈ লৈছে। চিঠিখন এখন প্ৰেমৰ চিঠি, — আৰু লিখা হৈছে এজন বিখ্যাত চিত্ৰকৰলৈ। কেনে ধৰণেৰে চিঠিখন লিখিলে ভাল হ'ব সেইটো তাই আজি ভালে কেইদিনমান ধৰি মনৰ মাজতে জুকিয়াই লৈছে। তাইৰ প্ৰেমাস্পদ — (প্ৰেমাস্পদ শব্দটো ইয়াত নিতান্তই আভিধানিক অৰ্থতহে ব্যৱহাৰ কৰা হৈছে। প্ৰেমাস্পদ — মৰমৰ লোক, প্ৰিয়পাত্ৰ। প্ৰেমিকৰ বাদেও পিতৃ, সন্তান, ভাতৃ বা বন্ধুৰ বাবে প্ৰেমাস্পদ শব্দটো ব্যৱহাৰ কৰা হ'ব পাৰেনে নোৱাৰে সেইটোও এটা বিচাৰ্য বিষয়।) মানুহজন এজন প্ৰখ্যাত চিত্ৰকৰ। অসমৰ কথাটো বাদেই — অসমৰ বাহিৰৰো কলাৰসী ৰাইজে তেখেতৰ চিত্ৰৰ ভূয়সী প্ৰশংসা কৰে। অদিতিয়ে নিজে কলেজ এখনত অসমীয়া পঢ়ায়। তাইৰ স্বামী অবিনাশ ইঞ্জিনিয়াৰ। ডেকা কালত অবিনাশে কবিতা লিখিছিল। এতিয়া নিলিখে। পঢ়ে। অকল কবিতাই নহয়— ইঞ্জিনিয়াৰসকল নিৰস আৰু কিতাপ পত্ৰ পঢ়াৰপৰা দূৰৈত থাকে বুলি সাধাৰণীকৰণ কৰা ধাৰণা মিছা প্ৰতিপন্ন কৰি অবিনাশে প্ৰচুৰ পৰিমাণে কিতাপ পঢ়ে— সময় পালেই। সিহঁতৰ দুই সন্তানৰ প্ৰথম কন্যা সন্তানে মেডিকেল পঢ়িছে। ল'ৰাটো সৰু। হায়াৰ ছেকেণ্ডাৰী পাছ কৰি সিয়ো অসমৰ বাহিৰৰ কলেজ এখনত ইঞ্জিনিয়াৰিং পঢ়িবলৈ এই বছৰ সোমাইছেগৈ। দুটা সন্তান আৰু স্বামীৰে অদিতিয়ে নিজকে বৰ সুখী আৰু চহকী মানুহ বুলি গণ্য কৰে। কলেজত পঢ়ুওৱাৰ বাদেও তাই ঘৰুৱা কাম বন কৰে; আগফালৰ ফুলনি, পাছ ফালৰ শাকনিবাৰীৰ পৰিচৰ্যা কৰে, উলৰ কাম, চিলাইৰ কাম কৰে, কিতাপ পঢ়ে, বতৰৰ ফুলেৰে খোপা সজায়। তাই গল্প, কবিতা লিখিব নোৱাৰে, ছবি আঁকিব নাজানে, সুন্দৰকৈ গান গাবও নাজানে। তাই বৰ সাধাৰণ এজনী গৃহিণী মাথো, যি ঘৰৰ বজাৰ খৰচৰ হিচাপ ৰাখে, মাছৰ টেঙা, মাটিমাহৰ খাৰ পছন্দ কৰে, যি ঘৰলৈ আলহী আহিলে ভাল পায়। সকলো গৃহিণীৰে থকাৰ দৰে তাইৰো এজোপা প্ৰিয় ফুল, এটা প্ৰিয় ৰং আছে। স্বামী সন্তানৰ চিন্তাত তায়ো ব্যাকুল হয়। পৰিপাটিকৈ ঘৰ সজাবলৈ আৰু পৰিপাটিকৈ তাইৰ প্ৰিয় ক'লা ৰঙৰ কাপোৰ পিন্ধিবলৈ তাই ভাল পায়।

সময় নিশা চাৰে ন । ল'ৰা-ছোৱালীহাল দূৰৈৰ হোষ্টেলত। এই সময়ত ভাত

পানী খোৱা হৈ যায়। অদিতিয়ে মাজে মাজে টি ভিৰ ছিৰিয়েলখন চায় — মাজে মাজে নাচায়। ল'ৰাটো ঘৰত থাকিলে এইখিনিতে কিছু সময় অদিতিয়ে তাক দিব লাগে। অকণমান তাৰ লগত বহা; অথবা সি শুলে তাৰ ওচৰতে অকণমান বাগৰ দি তাৰ পিঠিত হাত বুলাই দিয়া — এনেকৈ। আচলতে মাজে মাজে অদিতিয়ে তাক আশ্বস্ত কৰি ৰাখিব লাগে যে তাৰ দেউতাক সম্পূৰ্ণৰূপে অবৈধ অনুপ্ৰৱেশকাৰী। মাক আৰু পুতেকৰ দেশখনত দেউতাক দ্বিতীয় শ্ৰেণীৰ নাগৰিকহে। এতিয়াও অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত সি অৱতীৰ্ণ হ'বৰ নৌ এথোন। এতিয়া ল'ৰাটো ঘৰত নাই। সেয়ে সি মাকৰপৰা এই সময়কণ দাবীও নকৰে। প্ৰতিগৰাকী মাকৰ দৰেই ল'ৰাটো ডাঙৰ হৈ অহা কথাটোৱে অদিতিৰ বুকুখনতো মোচোকা এটা মাৰি থৈ যে নাযায় সেইটো নহয়। নিতান্ত স্বাৰ্থপৰভাৱেই তাই অনুমান কৰে, ডাঙৰ হৈ অহা ল'ৰাটোৰ নিজা জগত এখন সৃষ্টি হ'বলৈ গৈ আছে। য'ত সি দেউতাকক তাৰ আৰু মাকৰ দেশখনৰ অবৈধ অনুপ্ৰৱেশকাৰী বুলি গণ্য কৰিবলৈ নলয। ল'ৰাটোক বুকুৰ মাজত ভৰাই ৰখাৰ নিতান্ত এক স্বাৰ্থপৰ চিন্তা —, অদিতিয়ে জানে। কিন্তু তাইনো কি কৰিব? তাইতো এজনী সাধাৰণ মাকহে।

অবিনাশে লিখা পঢ়া কৰা কোঠাত সোমাই নতুন কিতাপ এখনত মজি আছে। কাইলৈ অসম বন্ধ। গতিকে আজি কিমান সময়লৈকে সি পঢ়াশুনা কৰে অদিতিয়ে নাজানে। তাই ভাত পানী খালে। খোপা খুলি এডলীয়া বেণী এডাল গাঁঠিলে, মুখত গাখীৰৰ সৰ সানিলে, এতিয়া বিছনাত পৰি শুই থাকিবগৈ। কিতাপ পঢ়া মানুহে জগত সংসাৰ পাহৰি কিতাপ পঢ়ি যাওক। টি ভিৰ কোঠাৰপৰা টি ভিৰ শব্দ আহিছে। কিবা হিন্দী চিনেমা চলিছে হ'বলা — আমনিদায়ক বিজ্ঞাপনৰ হুলস্থুল। অদিতিৰ লগতে বহুদিন থাকি তাইৰ কাম-বনত সহায় কৰি পিতৃ-মাতৃ বুলি অবিনাশ অদিতিকে গণ্য কৰা সাবিত্ৰীয়ে টি ভি চাইছে। ভাত পানী খাই উঠি টি ভিৰ আগত বহিবলৈ নাপালে তাইৰ নহয। শুবলৈ বুলি অদিতি সাজু হ'ল। তাই বিছনাত বহিল। প্ৰাৰ্থনা কৰিলে। আৰু ঠিক তেতিয়াই মনত পৰিল — এখন চিঠি লিখিবলৈ আছিল। হয়, বৰ প্ৰয়োজনীয় কাম। সাতচল্লিছ বছৰীয়া অদিতিৰ বাবে যে এই চিত্ৰকৰজনলৈ চিঠি এখন লিখাটো কিমান প্ৰয়োজনীয় কাম, সেই কথা ছব্বিশ বছৰীয়া বিবাহিত জীৱনত এইমাত্ৰ অদিতিয়ে বুজি উঠিছে। এইমাত্ৰ অদিতিয়ে বুজিছে যে, এই চিঠিখন লিখা কথাটোৱেই তাইৰ জীৱনত এটা গুৰুত্বপূৰ্ণ অঘটন অথবা প্ৰয়োজনীয় সুঘটনাৰ ফলাফল হৈ জীৱনৰ গতি স্থবিৰ কৰিবও পাৰে, বা গতি ঘূৰায়ো দিব পাৰে।

কি কৰা যায ? শুবলৈ বুলি জাৰি জোকাৰি ধুনীয়াকৈ পাৰি থোৱা বিছনাখনতে অদিতি বহি থাকিল। তাই দুহাতেৰে মুখ ঢাকিলে। আজি কিছুদিন ধৰি অদিতি বৰ অস্থিৰ হৈ আছে। তাইৰ সুন্দৰ মুখখনত — যিখন মুখৰ প্ৰশংসা তাই নিজে নহয় অবিনাশেহে কৰে — তাই নিজকে ধুনীয়া নেদেখেই। ঘূৰণীয়া মুখ — যেন, পৃথিৱী যে ঘূৰণীয়া তাৰ এটা প্ৰমাণ, প্ৰায় গোলাকাৰ মেদবহুল কঁকাল, চাৰি ফুট দুই ইঞ্চি উচ্চতাৰ অদিতি নিজৰ চকুতে কিয়, অবিনাশৰ বাহিৰে অইনৰ চকুতো ধুনীয়া হোৱাৰ প্ৰশ্নই নাই। কিন্তু অবিনাশ তাইৰ এই ৰূপতেই বিভোল। উঠোঁতে বহোঁতে অবিনাশে তাইৰ এই ৰূপৰেই প্ৰশংসা কৰে। তোমাৰ চকু — তোমাৰ বুকু— তোমাৰ হাঁহি — তোমাৰ ওঁঠ —। অবিনাশ বৰ পাগল প্ৰেমিক, বিয়াৰ চৌবিশ বছৰৰ পাছত এতিয়াও। অৱশ্যে অদিতিয়ে এটা কথা জানে যে, সৌন্দৰ্য বাহিৰৰ প্ৰপঞ্চ নহয়। ইয়াক আৰোপিত কৰা হয়। সৌন্দৰ্য এক মানসিক ধাৰণাহে। কোনে ক'ত নিজৰ সেই মানসিক ধাৰণা আৰোপিত কৰে সেইটো আৰোপিত কৰাজনৰ ব্যক্তিগত খেয়াল, সংস্কাৰ, তেওঁৰ শিক্ষা-দীক্ষা, পৰিবেশ, অথবা তেজে বহন কৰি অনা গুণাগুণৰ ওপৰত নিৰ্ভৰ কৰে। অদিতিয়ে সেই বুলিয়েই বুজে। যি কি নহওক, অবিনাশে নিজৰ মনৰ সৌন্দৰ্যৰ ধাৰণা আৰোপিত কৰি সুন্দৰ কৰা অদিতিৰ মুখখন শেঁতা পৰিল। যেন খৰালিৰ এক নিস্তৰংগ নদী — ভাবলেশহীন। মুখখন ঢাকি ৰখা দুই হাতৰ আঙুলিৰ ফাকেৰে বাগৰিবলৈ ধৰিলে চকুপানী। চকুপানী বাগৰি আহি তাইৰ ডিঙি পালেহি। ডিঙিৰপৰা বুকুৰ খাজ। আগ্নেয়গিৰিৰ উত্তপ্ত লাভাৰ দৰে বৰ উত্তপ্ত এই চকুপানীৰ জ্বালা। অদিতিৰ বুকুৰ খাজত জ্বালাময়ী লাভাৰ তীব্ৰ দহন, আঃ আঃ। ক'ত জ্বলিছে অৰণ্য, ক'ত জ্বলিছে হৃদয়? এইযে প্ৰবল দাহিকা শক্তিসম্পন্ন চকুপানী বাগৰি গৈ তাইৰ বুকুৰ খাজত এটা আগ্নেয়গিৰিত পৰিণত হৈছেগৈ, কোনখন সেই বুকু? বাহিৰৰ বুকুখন নে ভিতৰৰ? কোনে স্পৰ্শ কৰিছিল এইখন বুকু? অবিনাশে? কেৱল অবিনাশেইনে? স্বামী হোৱাৰ অধিকাৰেৰে তাইৰ এই বুকুখন যে কেৱল অবিনাশৰ সেইটো কথাত কিমান বিশ্বাসযোগ্যতা আছে? ক'ব পাৰি, কোনে স্পৰ্শ কৰা নাই অদিতিৰ বুকু? গাভৰু কালত — এতিয়াও মনত পৰে অদিতিৰ — তাই কলেজত পঢ়ি থাকোঁতে, তাৰ আগত অথবা তাৰ পাছতো — এবাৰ বিয়াৰ পাছত মাকৰ ঘৰলৈ গৈ তাতে তাই জ্বৰত পৰিছিল। বোধহয় মাকৰ ঘৰত কিবা সকাম। আলহী অতিথি — বিছনাৰ অকুলন। তাই সেইদিনা শুইছিল দেউতাকৰ লগত। ৰাতি বুকুৰ মাজত হাত ভৰাই দেউতাকে তাইৰ গাৰ উত্তাপ পৰীক্ষা কৰি আছিল। গাৰপৰা পৰি যোৱা কম্বলখন টানি টুনি

বাৰে বাৰে তাইৰ গা ঢাকি দিছিল। জ্বৰীয়া ছোৱালীজনী। কেনেবাকৈ জাৰ লাগিব, জ্বৰ উঠিব পুনৰ। সকাম শেষ হ'লেই তাই যাবগৈ। বৰ দূৰলৈ বিয়া দিয়া হৈছে তাইক। অদিতিৰ দেউতাকৰ কিমান চিন্তা। ৰাতিৰ ৰাতিটো সাৰ পাই থাকি বাৰে বাৰে তাইৰ বুকুৰ খাজত হাত ভৰাই দেউতাকে তাইৰ জ্বৰ পৰীক্ষা কৰিছিল। পানী খাওঁ বোলোতে পানী খুৱাই দিছিল। আঃ । পিতৃত্বৰ সেই স্নেহময় স্পৰ্শ। কিমান নিশ্চিন্ত সেই স্পৰ্শ। কিমান নিৰাপদ, আৰু নিৰ্ভৰযোগ্য। অদিতিৰ ভাল লাগিল। বিয়াৰ পাছৰপৰা দেউতাকৰ স্পৰ্শ তাইৰ বাবে দুৰ্লভ হৈ পৰিছিল। পৰম আবেগত তাইৰ চকু মুদ খাইছিল, আৰু মন আনন্দিত হৈ পৰিছিল। তাই মাথো বাৰে বাৰে অনুভৱ কৰিছিল — এই স্পৰ্শই — এই স্নেহময়, নিৰ্ভৰশীল, নিৰ্ভয়যোগ্য স্পৰ্শই যিকোনো মানুহকে মহত্ত্ব দান কৰিব পাৰে। ব্যাকুল কৰিবলৈকো যথেষ্ট। মানুহক লৈ যাব পাৰে স্বৰ্গলোকলৈ। অমানুহক কৰিব পাৰে মানুহ। মৰণশীলক প্ৰদান কৰিব পাৰে অমৰত্ব। স্পৰ্শৰ শক্তি কিমান অমৃতময়।

দুহাতেৰে ঢাকি থৈছে অদিতিয়ে নিজৰ মুখ। তাইক বৰ বিধ্বস্ত যেন দেখা গৈছে। তাইৰ গাত পাতল গুলপীয়া ৰঙৰ ৰাতিৰ সাজ। কোচ মোচ খাই বহি থকা অদিতিক এজনী ডেউকা ভগা গুলপীয়া চৰাই যেন লাগিছে দেখিবলৈ। লাহে লাহে তাই মুখৰপৰা হাত এৰুৱালে। বৰষুণত তিতি জুৰুলি জুপুৰি পঁজাঘৰটোৰ দৰে হোৱা চকু দুটা হাতৰ তলুৱাৰে মচি ল'লে। তাই বৰ বিমৰ্ষ আৰু বিষণ্ণ হৈ পৰিছে। অদিতি আইনাৰ আগত থিয় হ'লগৈ। হয় হয়। বৰ্ষণমুখৰ বিষণ্ণ আবেলি এটা আইনাৰ সমুখত। খিৰিকিৰ পৰ্দা তাই ৰাতি কোচাই থয়। যাতে ৰাতি সাৰ পাই চকু মেলিলেই কেতিয়াবা আকাশৰ জোন, কেতিয়াবা তৰা ভৰা আকাশ, আৰু কেতিযাবা অদিতিৰ বাবে বৈ থাকে কৃষ্ণপক্ষৰ ৰাতিৰ ৰহস্যময় মাদকতা — খিৰিকিৰে হাত মেলিলেই চুব পৰা দূৰত্বত। খিৰিকিৰ ওচৰৰ মধুৰি আমৰ গছজোপা ৰাতিও জিলিকি থাকে। খহটা পাত, বাকলি এৰাই নিমজ হোৱা গা। কোনেনো খিৰিকিৰ ইমান ওচৰতে এইজোপা গছ ৰুলে অদিতিয়ে নাজানে। মাথো এদিন ৰাতিপুৱা খিৰিকি খুলি তাই অবাক হৈ গ'ল। মধুৰি আমৰ পুলিটো খিৰিকিৰ ওচৰত কোনে ৰুই থৈ গ'ল? থাককচোন, খিৰিকিৰে হাত মেলি চুব পৰা দূৰত্বত অদিতিৰ বাবে নিজাকৈ এজোপা গছ। দুবছৰ হ'ল মধুৰি আমেৰে গছজোপা ভৰি থাকে বতৰত। গছৰ পকা ফল খাবলৈ কেৰ্কেটুৱাৰ পৰিয়াল এটা আছে। ভাটৌ চৰায়ো আছে। কপৌ চৰাই এজোৰে কণী পাৰিবলৈ বুলি এইজোপা গছৰ ডালপাতে ঢকা ফেৰেঙনি এটাতে বাহ সাজে। ৰাতি এইজোপা গছৰ ডালত জিৰণি লোৱা চৰায়ে পাখি কটালে। নিজাকৈ

সকলোকে এজোপা গছ নালাগেনে? এজোপা নিজৰ গছ — ঠিক যেনেকৈ এটা সাঁচতীয়া স্মৃতি অথবা বুকুৰ মাজৰ ক'ৰবাত কোনেও নজনাকৈ লুকুৱাই থোৱা এটা অকণমানি দুৰ্বলতা। যি আজৰি সময়ত কেতিয়াবা দিয়ে অকণমান যন্ত্ৰণা — কেতিয়াবা অকণমান আনন্দ। অদিতি, অদিতি তই কোন? তই এটা বিষণ্ণ বৰ্ষণমুখৰ আবেলি নে এজোপা মধুৰি আমৰ গছ? তই মাদকতা ভৰা কৃষ্ণপক্ষৰ নিশা নে, আকাশৰ বুকুৰ জোনাক? তই কোন? অদিতি, বুকুত হাত দি চা, তই কোন ।

অদিতিয়ে আকৌ বুকুৰ খাজত হাত দিলে। মিহি চেইনডালৰ সৰু লকেটটো তাইৰ বুকুত জিলিকি আছে। গুলপীয়া ৰঙৰ নিশাৰ সাজ পিন্ধা অদিতিৰ শৰীৰটো হঠাতে কঁপি উঠিল। আকাশ জুৰি বিজুলী মাৰিলে নে ক'ৰবাত এজোপা ভূমিচম্পা ফুল মাটি ফুটি ওলাই আহিল, গুলপীয়া ৰঙৰ সম্ভাৱনা লৈ? নে কি হ'ল? তাই কঁপিছে কিয়? কাৰ হাত — কাৰ হাত তাইৰ বুকুত? কোনে বিচাৰিছে তাইৰ বুকুত সপোনৰ ৰহঘৰা? কোনে বিচাৰিছে তাইৰ বুকুৰ মাজত মাটি ফুটি ওলাই অহা গুলপীয়া ৰঙৰ ভূমিচম্পা ফুল? কোনে ফুল বিচাৰি চলাথ কৰিছে তাইৰ বুকুৰ উপবন? তল ওপৰ কৰিছে তাইৰ বুকুৰ মাজৰ আকাশ? কাৰ স্পৰ্শ? তাইৰ বুকুত কাৰ স্পৰ্শ? কঁপি থকা ওঠৰ, কঁপি থকা হাতৰ, কঁপি থকা উত্তপ্ত শৰীৰৰ?

আইনাৰ সমুখৰ বিষণ্ণ আবেলি এটাৰ গাত যেন হঠাতে বিদ্যুতৰ চমক লাগিল। অদিতি কঁপি উঠিল। হয়, হয়, এই স্পৰ্শ অবিনাশৰ। তাইৰ বুকুৰ তপ্ত পৰশ গ্ৰহণ কৰি তাইৰ নিজৰ হোৱা সেই অবিনাশ, চছমা পিন্ধা মানুহ। চছমাজোৰ কেতিয়াবা খুলিবলৈ পাহৰে। তাৰ ওঠৰ আগতেই তাইৰ বুকুত তাৰ চছমাজোৰ লাগে। অদিতিৰ মুখত এটা হাঁহি বিৰিঙিল। বৰ্ষণমুখৰ আবেলিটোক এচেৰেঙা শেঁতা ৰ'দে পোহৰাই গ'ল। আজিও কঁপে। বিয়াৰ চৌবিশ বছৰৰ পাছত অবিনাশৰ স্পৰ্শত তাই আজিও কঁপে। গোটেই শৰীৰ আকুলিত হয়। তাইৰ বুকুৰ মাজৰ ক'ৰবাত কোমলকৈ বাজে জলতৰংগ। কিয় এনে হয় সাতচল্লিছ বছৰীয়া অদিতিয়ে নাজানে। অবিনাশৰ সেই স্পৰ্শতো এক প্ৰেমিক বা স্বামীৰ স্পৰ্শ নহয়। অসুস্থ শৰীৰৰ উত্তাপ জোখা পিতৃৰ হাতৰ স্পৰ্শৰ দৰে ইয়াতো আছে পিতৃত্বৰ নিৰাপত্তা, স্নেহ আৰু নিৰ্ভয়তা। তাৰ উপৰি উপৰি পাওনাৰ দৰে তাইৰ শৰীৰ আকুল কৰিব পৰা এক স্বৰ্গীয় পুলক। ইয়াতো আছে সন্তানে মাতৃৰ বুকুৰ অমৃত বিচৰাৰ দৰে এক অনন্ত পিপাসা। আঃ। অবিনাশৰ ওঠে তাইৰ বুকুত শক্তিৰ সন্ধান কৰে। সন্ধান কৰে সোণৰ খনিৰ। ইয়াত পুৰুষ নাৰীৰ শৰীৰী বাসনাই কেৱল নাই। ইয়াত আছে পুৰুষ আৰু নাৰী উভয়ে এক অমৃতময় জ্যোতিলোকলৈ কৰা পথৰ সন্ধান। মানুহক স্বৰ্গত উপনীত কৰাৰ

এই পথ বোধহয় মানুহৰ চৰমতম মানসিক উত্তৰণৰো পথ। এই পথ সমগ্ৰ মানৱ জাতিৰ জীৱন প্ৰবাহ ধৰি ৰখাৰ পথ। এই পথেই সেই পথ যি দেৱশিশুক ধৰাতললৈ আহ্বান কৰাৰ আবাহনী মন্ত্ৰ পাঠৰ ধ্বনিৰে মুখৰিত। মানুহক কৰে মানুহ। অমানুহকো মানুহ হোৱাৰ পথ প্ৰদৰ্শন কৰে। মুহূৰ্তৰ বাবে হ'লেও মানুহক দান কৰে অমৰত্ব। মানুহে মাটিৰপৰা সুবিশাল মহাকাশ চাবলৈ শিকে। পথ পৰিক্ৰমাৰ ক্লান্তি আঁতৰ কৰি আৰু নতুন নতুন পথ পৰিক্ৰমা কৰিবলৈ মানুহক সাহসৰ যোগান ধৰে।

আইনাৰ সমুখৰ সৰু টুলখনত অদিতি বহিল। তাই বেণীডাল খুলিলে। চুলি আউল বাউল হ'ল। ফণিখনেৰে ফণিয়াই চুলিখিনি সমান কৰিলে। আকৌ আউল বাউল কৰিলে। আকৌ সমান কৰিলে। আচলতে একেটা কামকে বাৰে বাৰে কৰি থকাটো নিজকে নিজৰপৰা দূৰৈত ৰখাৰ এটা কৌশল। তাই বোধহয় নিজৰ মুখামুখি হ'বলৈ ভয় কৰিছে। হয়নে অদিতি? ভয় লাগিছে নেকি? নিজৰ মুখামুখি হ'বলৈ ভয় কৰিলে মানুহ লুকাই থাকিবলৈ ঠাই নাই। ক'ত লুকুৱাবি তোৰ মুখ? ক'ত লুকুৱাবি? 'মই লুকাই থাকিব নোখোজো।' অদিতিযে নিজকে নিজে ক'লে। 'কাৰণ মই জানো যে, মানুহ নিজৰপৰা লুকাব নোৱাৰে। মই বৰ সাহসেৰে নিজৰ মুখামুখি হ'বই লাগিব। যুদ্ধ যদি কৰিব লাগে নিজৰ লগতেই — আৰু সন্ধি অথবা শান্তি স্থাপনো হ'ব লাগিব নিজৰ লগতেই।' এইবাৰ তাই চুলিখিনিৰে সুন্দৰকৈ এটা খোপা বান্ধিলে। ফুলদানিত থোৱা খৰিকাজাঁইৰ থোপাটোৰপৰা ফুল দুপাহমান লৈ খোপাত গুজিলে।

আমোলমোলালে ক'ত? অদিতিৰ শোৱনি কোঠাত নে তাইৰ বুকুৰ মাজত? হঠাতে এজোপা খৰিকাজাঁই লহপহকৈ বাঢ়ি ফুলি উঠিল ক'ত? অদিতিৰ খোপাত নে অদিতিৰ শৰীৰত? তাই আকৌ চক খাই উঠিল আৰু ইফালে সিফালে চালে। ক'ত ক'ত? আচলতে ক'ত? তাইৰ বুকুখন ইমান গধুৰ হৈছে কিয়? খৰিকাজাঁই ফুল এথোপাৰ — এথোপা সামান্য খৰিকাজাঁই ফুলৰ গোন্ধৰ ইমানেই গুৰুভাৰ নে যে তাইৰ বুকুখনে সেই অসহনীয় ভাৰ উত্তোলন কৰিবলৈ অসমৰ্থ হ'ব? খৰিকাজাঁইৰ সুবাসৰ কিবা ভাৰ আছে জানো? থাকেনে ভাৰ সুবাসৰ? কোনে ক'ব? কোনে বুজাই দিব অদিতিক? এই মুহূৰ্তত তাইৰ বাবে এইটো এটা ডাঙৰ প্ৰশ্ন। যেন পৰীক্ষাত আহিবলগীয়া এক সম্ভাব্য প্ৰশ্ন — অথচ যিটো প্ৰশ্নৰ উত্তৰ তাইৰ অৱগত নহয়। আছেনে খৰিকাজাঁই ফুলৰ গোন্ধৰ ভৰ? আছে যদি কিমান আছে, কিমান ভাৰ উত্তোলন কৰাৰ ক্ষমতা খৰিকাজাঁই ফুলৰ সুবাসে ধৰে — আৰু নাই যদি কিমান নাই? ভৰি যাওক মোৰ বুকু। গধুৰ হৈ পৰক এই সুবাসিত ভৰেৰে—

মোৰ এই তৰংগায়িত বুকু। গধুৰ হৈ থাকিলেহে গম পোৱা যাব, মোৰ এই বুকু এতিয়াও অচেতন হৈ থকা নাই। বুকুখনক টোপনিত অচেতন হৈ পৰি থাকিবলৈ দিব নোৱাৰি। অচেতন হৈ থাকিবলৈ দিলে কিজানি বুকুত গতিৰ উমান দি থকা সেই ধপ-ধপ শব্দটো এসময়ত কোনেও গম নোপোৱাকৈয়েই নোহোৱা হৈ যাব, আৰু মাতৃজঠৰতে আৰম্ভ হোৱা সেই শব্দটো নোহোৱা হৈ যোৱাৰ অৰ্থইতো জীৱনৰ পথ পৰিক্ৰমা অন্ত হোৱাৰ ঘোষণা। নাই নাই। বুকুখন গধুৰ হৈ থকাই ভাল। ধপধপনি বন্ধ হৈ গৈ তাই মৰিবলৈ আকাংক্ষা নকৰে। গধুৰ হৈ থকা মানেই বুকুৰ মাজত অনবৰতেই চিৰিং চিৰিংকৈ থকা বিষটো। এৰা, সেই বিষটো — সেই বিষটো — থাকিব লাগে — থাকিব লাগে। থকা উচিত, সেইটো বিষেই কিজানি মানুহে জন্মলগ্নৰেপৰাই শৰীৰত ধাৰণ কৰি অনা বিষ। অথবা পূৰ্বজন্মৰেপৰাই। যি ধাৰাবাহিকতা ৰক্ষা কৰি মানুহৰ আত্মাৰ সতে পৰজন্মলৈকো গতি কৰে। যি যন্ত্ৰণাৰ সতে মানুহৰ আজন্ম পৰিচিতি বোধহয় এযে সেই পৰম প্ৰাৰ্থনীয় যন্ত্ৰণা — মানুহৰ আত্মাৰ সতে যি অপৰিহাৰ্য ভাৱে জড়িত হৈ থাকে। হে মোৰ আজন্মৰ পৰিচিত যন্ত্ৰণা – মোৰ বুকু দগ্ধ কৰা — অবিৰাম মোৰ বুকু ছাৰখাৰ কৰা। মই নিৰ্বাসিত হৈ পৰোঁ কোনোবা অৰণ্যলৈ, আৰু বাস কৰোঁ নিৰ্জনতাত। মই প্ৰতি পলে পলে উপলব্ধি কৰোঁ মোৰ সেই পৰম প্ৰাৰ্থনীয় মৃত্যুক —, যি মৃত্যুৰ অৰ্থ হ'ল প্ৰেম। গধুৰ কৰা — মোৰ এই বুকু অবিৰাম গধুৰ কৰা । মোক সোঁৱৰাই দিয়া যে, মোৰ বুকুত এটা যন্ত্ৰণা আছে, যি যন্ত্ৰণা মৃত্যুৰ সমাৰ্থক — যাৰ অন্য নাম প্ৰেম — আৰু একমাত্ৰ সেইটো কাৰণতেই মোৰ বুকুখন মৃত হোৱা নাই, মই অচেতন হোৱা নাই। মানুহৰ বুকু এনেকৈয়ে অমৃত হৈ থাকে।

তাই খোপাত হাত দিলে। খোপাৰ খৰিকাজাঁইৰ থোপাটোত তাইৰ হাত লাগিল। ফুলপাহ খোপাতে লাগি আছে। লেপেটি খাই লাগি আছে। অকণো ঢিলা হোৱা নাই। খৰিকাজাঁই ফুলৰ থোপা লাগি থকা এইটো খোপাৰে তাই আজি নিশা গাৰুত মূৰ থ'ব। সুবাসিত হৈ থাকিব তাইৰ খোপাৰ সৌৰভেৰে সিহঁতৰ দুজনীয়া বিছনাখন। পঢ়া-শুনা শেষ কৰি নিশা পলমকৈ শুবলৈ অহা অবিনাশে তাইৰ খোপাৰ সুবাস পাব। তাই চাগৈ তেতিয়া টোপনি যাব। খোপাৰ সুবাসত মতলীয়া হৈ সি কিজানি তাইক জগাই ল'ব। জাগৰিত কৰাৰ অধিকাৰ তাৰ আছে। বহুদিনৰ আগতেই সি এদিন তাইক জগাইছিল —, তাই তেতিয়া কলেজীয়া ছাত্ৰী। সেই যে, তাইক জগোৱাৰ অভ্যাস এটা সি গঢ়ি তুলিলে, এতিয়া যি অভ্যাস তাৰ অধিকাৰত পৰিণত হ'ল — সেই অভ্যাসটো অবিনাশৰ এতিয়াও অব্যাহত হৈ আছে। দিনটোৰ চৌবিশ

ঘণ্টাৰ প্ৰতিটো মুহূৰ্ততে আজি চৌবিশ বছৰে সি বিভিন্ন কাৰণত তাইক সচেতন কৰি আছে। আজি তাই বুকুৰ মাজত ছটিয়াই লৈছে ৰজনীগন্ধা ফুলৰ নিৰ্যাস। খোপাত তাৰ বাবে বৈ আছে খৰিকাজাঁইৰ সুবাস, দুয়োটা সুবাস মিহলি হৈ হৈ পৰিব তাইৰ শৰীৰৰ সুবাস। নতুন উপহাৰ এটা পাই সি কিজানি আচৰিত হৈ পৰিব। তাইক জগাই লৈ সুধিবও পাৰে। তাই বুকুৰ খাজত হাত থ'লে। মিহি সোণালী চেইনডাল বুকুৰ খাজত পৰি আছে। জিলিকি আছে ৰঙা বাখৰ দুটাৰে সৰু লকেটটো। তাই চেইনডাল খুলিলে। অকণো ঠাই ঢাক নোখোৱাকৈ তাইৰ শৰীৰ এটা নিৰ্দিষ্ট সুবাসেৰে ভৰি পৰক। তাইৰ শৰীৰে দিয়া নতুন উপহাৰটোত অবিনাশ চমক খাই উঠক। কবিতা পঢ়ি ভাল পোৱা, এসময়ত কবিতা লিখা অবিনাশে তাইৰ শৰীৰে তৈয়াৰ কৰি দিয়া পথটোৰে কবিতাৰ ৰাজ্যলৈ প্ৰবেশ কৰক।

উঠিবনে অবিনাশ উচপ খাই? চৌবিশ বছৰৰ বিবাহিত জীৱনত এইটো কি এটা বিশেষ নিশিপালন যে, অবিনাশ উচপ খাই উঠিবই লাগিব? আজি এইটো নিশাতে তাই অবিনাশক এটা অভিনৱ উপহাৰ প্ৰদান কৰিবই লাগিব? তাইৰ শৰীৰ যে এক বিশেষ সুবাসেৰে সুবাসিত সেইটো তাই নিজে আৱিষ্কাৰ কৰা কথা নহয়। অবিনাশক লগ পোৱাৰ পাছ মুহূৰ্তৰেপৰাই তাই নিজেনো কোনটো কথা আৱিষ্কাৰ কৰিছে? কিম্বা যদি আৱিষ্কাৰ কৰিছে, তেন্তে হয় অবিনাশে কৰিছে, আৰু নহয়, সিহঁত দুইটাই কৰিছে। চৌবিশ বছৰৰ আগতে অবিনাশে নিজেই এদিন আৱিষ্কাৰ কৰিছিল যে, তাইৰ শৰীৰ এক বিশেষ সুবাসেৰে সুবাসিত। নিশি যাপনৰ অন্তত সি পিছদিনা ৰাতিপুৱা তাইক কৈছিল — 'কালি নিশা তোমাৰ শৰীৰত মই কনক ধুঁতুৰা ফুলৰ গোন্ধ পাইছিলোঁ।'

বোধহয় অবিনাশে কোৱা সেইটো কথাই সেই সময়ত সিহঁত দুইটাৰ বাবেই এক পৰম আৰু একমাত্ৰ সত্য কথা আছিল। প্ৰথম নিশি যাপনত স্বামীয়ে স্ত্ৰীৰ শৰীৰত কণক ধুঁতুৰাৰ ৰাগি লগা সুবাস পোৱাৰেই সম্ভাৱনা শতকৰা এশ ভাগ। তাৰ পিছতো বিভিন্ন সময়ত বহুবাৰ সি বিভিন্ন সুবাস তাই শৰীৰত আৱিষ্কাৰ কৰিছে। আৱিষ্কাৰ কৰিছে আৰু উন্মাদৰ দৰে আকুলিত হৈছে। দিন বাগৰি যোৱাৰ লগে লগে লাহে লাহে তাই অনুভৱ কৰিছে —, (অবিনাশে অনুভৱ কৰিছেনে নাই তাই নাজানে। সি আজিও উন্মাদ আৰু আকুল। তাৰ আচৰণৰ পৰিবৰ্তন ঘটা নাই।) — যেন তাইৰ আৰু অবিনাশৰ — দুয়োটাৰে শৰীৰলৈ আহিছে এক নিশ্চিন্ত প্ৰাত্যহিকতাৰ গোন্ধ। সুখ উপভোগৰ নিৰাপদ গোন্ধ। অথবা দিন প্ৰতিদিনৰ বজাৰ খৰচৰ হিচাপৰ জঞ্জাল, ৰাবলী আৰু ৰাপন অহাৰ ইংগিত বহন কৰা তাইৰ গধুৰ

শৰীৰ, ডাক্তৰ, হস্পিটেল, দৰৱ, কেঁচুৱাৰ আহাৰ, মাতৃ হোমিঅ' হলৰ বুঢ়া ডাক্তৰজন, বাবলী বাপন ডাঙৰ হোৱাৰ পাছত সিহঁতৰ পঢ়া-শুনাৰ চিন্তা; অসমীয়া মাধ্যমৰ ভাল স্কুল এখন, লাহে লাহে সিহঁতক মানুহ কৰাৰ চিন্তা, দৈনন্দিন কাম, অবিনাশৰ অফিচ, তাইৰ কলেজ — কবিতা ভাল পোৱা অবিনাশ লাহে লাহে কিজানি বিতাৰিত হৈ আহিছে কবিতাৰ দেশখনৰপৰা — বিভিন্ন চিন্তা। এই চিন্তাবোৰৰ কিবা গোন্ধ আছেনে? হাতৰ তলুৱাত লৈ জিভাত দি চাকি চাব পাৰিনে, আছেনে কিবা স্বাদ অথবা ওজন? লাহে লাহে দেখা গ'ল সিহঁত দুইটাই দুখ সুখৰ সংসাৰখনত খাপ খাই পৰিবলৈ এসময়ত যি প্ৰাণপণ প্ৰচেষ্টা চলাইছিল, সেই প্ৰচেষ্টাৰ সুফল মিলিছে। দুখে সুখে সিহঁত দুইটাই সংসাৰখন নিজৰ বুলি গ্ৰহণ কৰিছে — সংসাৰখনেও সিহঁত দুইটাকে গ্ৰহণ কৰি লৈছে। এসময়ত দেখা গ'ল কোনো অভিযোগ আনিবলৈ নিদিয়াকৈ অদিতি আৰু অবিনাশে বিচৰাৰ দৰে সিহঁতৰ ল'ৰা-ছোৱালী দুটা ডাঙৰ হ'ল। সিহঁতৰ চিন্তা আৰু ধ্যান-ধাৰণাৰ উত্তৰণ ঘটিল, আৰু তেতিয়াতো বিয়াৰ চৌবিশ বছৰ পাৰেই হ'ল। অবিনাশৰ চছমাৰ পাৱাৰ কেইবাবাৰো সলনি হ'ল, তাৰ মূৰৰ চুলিবোৰ সৰি তালু ওলাল, অদিতিৰ চুলিও দুই এডাল বগা হ'বলৈ ধৰিলে। চকুৰ গুৰিৰ ছাল কোচ খাবলৈ আৰম্ভ কৰিলে। তাইৰ এসময়ৰ লাহি চুটি চাপৰ শৰীৰলৈ বয়সৰ মেদ আহিল। এইটোৱো এটা প্ৰাত্যহিকতা। এই সকলোবোৰেই একো একোটা সাংসাৰিক প্ৰাত্যহিকতা। খালি ধৰণৰ সালসলনি। অথবা ধাৰণাৰ। উদাহৰণ স্বৰূপে আগতে ৰাতিপুৱাৰ প্ৰথম কাপ চাহ তাই নিজেই কৰিছিল, আৰু অবিনাশক বিছনাতে চাহ কাপ দিছিল। আজিকালি অবিনাশ ৰাতিপুৱালৈ নৰয়েই — বহু আগতেই শোৱাৰপৰা উঠে। কেতিয়াবা অফিচৰ কাম থাকে — কেতিয়াবা পঢ়া শুনা। ৰাতিপুৱাৰ প্ৰথম চাহকাপ গাখীৰ চেনি নিদিয়াকৈ সি নিজেই কৰি খায়। তাৰ পাছত আৰু একাপ। তৃতীয়বাৰ চাহ কৰোঁতে সি দুকাপ কৰে। একাপ গাখীৰ চেনি নিদিয়াকৈ তাৰ নিজলৈ — একাপ অদিতিলৈ চেনি আৰু গাখীৰ দি। সেইকাপ চাহ সি ভাত খোৱা মেজৰ ওপৰতে ঢাকি থয়। অদিতিয়ে গৰম চাহ নাখায়। তাই আলম বিলমকৈ শোৱাৰপৰা উঠে, কাপোৰ সলায়, চকুৰে মুখে পানী মাৰি মুখ হাত ধোৱে, মূৰটো ওপৰে ওপৰে ফণিয়ায়, আৰু যেতিয়া চাহ কাপ খাবলৈ লয়, তেতিয়া চাহ কাপ তাই খাব পৰা হৈ পৰে। এনেকৈ এইটো ৰুটিনত চলাৱো বহুদিন হ'ল। প্ৰতিটো নতুন কথাই যেতিয়া প্ৰাত্যহিকতাৰ গোন্ধ লৈ ৰুটিনলৈ পৰিৱৰ্তিত হয়, তেতিয়া তাত আনন্দ নাথাকে। দুখবোধো নাথাকে। একো নাথাকে। ৰুটিন ৰুটিনেই। যেন ৰাতিপুৱাৰ টোপনি ভঙা চাহ কাপটো খোৱাই হয়; খালি সময়ৰ

আগপিছ। কেতিয়াবা সোনকালে, কেতিয়াবা পলমকৈ। সকলো মানুহৰে — বিশেষকৈ সকলো সাংসাৰিক মানুহৰে জীৱনত এই সূত্ৰটো খাটে, অথবা খটুওৱা হয়। সাংসাৰিক মানুহৰ প্ৰাত্যহিকতা বাদ দি চলাৰ অভ্যাস নাই। বোধহয় ভয়।

অবিনাশক আজি তাই খোপাৰ খৰিকাজাঁই, আৰু বুকুৰ ৰজনীগন্ধাৰ নিৰ্যাস উপহাৰ দিব। বহুদিন তাই অবিনাশৰ বাবে ফুলেৰে সজোৱা নাই খোপা, অবিনাশৰ বাবে বুকুত ছটিয়াই লোৱা নাই কোনো ফুলৰ নিৰ্যাস। প্ৰাত্যহিকতাত তাই এনেদৰে সোমাই গৈছে যে, খোপাত ফুল গুজিব লাগে, বুকুত শুবলৈ আহোঁতে ফুলৰ নিৰ্যাস ছটিয়াই ল'ব লাগে — কাৰ বাবে ল'ব লাগে — তাইৰ বাবে নে অবিনাশৰ বাবে—, কেৱল এক ৰুটিন — এক নিয়ম। নিয়ম মতে কৰা কাম, তাই কৰি গৈছে। আজিহে হঠাতে অনুভৱ হ'ল, কিছুমান নিযম কৰিবও পৰা যায ভংগ। নতুনত্ব এটা আছে। জীৱনৰ কিছুমান অনুভৱ নতুন হৈ পৰে। বৈচিত্ৰ্যময হ'ব পাৰে জীৱন। একো একোটা নিয়ম ভংগতে। ঠিকেই। আজি তাই অবিনাশক তাই ভংগ কৰা এটা ৰুটিনৰ সোৱাদ দিব। তাইৰ বুকুত নিযমৰ বিধান মানি ওঠৰ স্পৰ্শ দিযা অবিনাশৰ ওঠত তাইৰ বুকুৰ নতুন সুবাসটোৰ সোৱাদ লাগক। উচপ খাই কঁপি উঠক অবিনাশ। সি সিহঁতৰ প্ৰথম নিশিযাপনৰ সেই সাতাইছ বছৰীযা যুৱকটো হৈ পৰক। উদ্দাম। দুৰ্বিনীত। উত্তাল। তাযো হৈ পৰক সেই তেইশ বছৰীযা গাভৰুজনী। অপৰাজেয। অপৰাজিতা।

অপৰাজেয। অপৰাজিতা। হয, এসমযত তাই নিজকে তেনেকৈযেই ভাবিছিল। এই কাৰণেই ভাবিছিল যে, অবিনাশে তাইক কথাটো তেনেকৈ বুজাই দিছিল। অপৰাজিতা। তাইতো অপৰাজিতাই আছিল এসমযত। কেতিযা? মনত পৰে জানো? পৰে, পৰে। সেই সমযত প্ৰাত্যহিকতাই এক অক্টোপাচৰ দৰে মেৰিযাই ধৰা নাছিল সিহঁতৰ সংসাৰক। সেই সমযত। তাই যে এসময়ত অপৰাজিতা আছিল, সেই কথাটো সেই সমযৰে পৰীক্ষিত সত্য। এতিয়া? কোনে জানে এতিয়া তাই কি? তাই কোন? তাই নিজেও নাজানে। অবিনাশে জানিলে জানিব পাৰে — সুধিব লাগিব।

কিন্তু কি বুলি সুধিব অবিনাশক তাই? 'মইনো কোন? জানানে তুমি? মোৰ দেখোন নিজৰে খেলিমেলি লাগিছে। মোক আকৌ এবাৰ আৱিষ্কাৰ কৰাচোন —' সুধিলে তাই এই বুলিয়েই সুধিব লাগিব অবিনাশক। 'এদিন তুমি মোৰ শৰীৰত কণক ধুঁতুৰা ফুলৰ ৰাগি লগা সুবাস পাইছিলা। আজি চৌবিশ বছৰৰ পাছত মোৰ শৰীৰত কিহৰ সুবাস আছে, সেইটো তুমি আজি আৱিষ্কাৰ কৰা। কণক ধুঁতুৰাৰপৰা

খৰিকাজাঁই আৰু ৰজনীগন্ধালৈ দূৰত্ব কিমান? চৌবিশ বছৰ নে কেইবাটাও শতিকা?

অদিতিয়ে আইনালৈ চালে। গুলপীয়া ৰঙৰ ৰাতি পিন্ধা সাজটোৱে তাইক সাৱট মাৰি ধৰি আছে। গাখীৰৰ সৰ সানি পিছল কৰা গাল। চন্দন বটা ঘঁহা মিহি ডিঙি আৰু বুকু। শৰীৰৰপৰা বয়সক আঁতৰ কৰিবলৈ তাই অংগীকাৰবদ্ধ। সেয়ে শৰীৰটো নিমজ কৰি ৰখাৰ প্ৰতি তাই কিছু বেছি সচেতন। মানুহে তাইক দেখিলে টানি টুনি পযত্ৰিশ বছৰীয়া বুলি ভুল কৰে। মানুহ আনন্দিত হৈ জীযাই থকাৰ এইটোৱো এটা কৌশল।

বয়সক মোটামুটিকৈ বাধা দিব পাৰি। সময়ক? সময়ক বাধা দিব পাৰিনে নোৱাৰি? নহয়, নহয়। তাই এইখিনিতে সময় মানে বয়সৰ কথা কোৱা নাই। সময় মানে চিৰদিন বৈ থকা এখন নদী — নিৰবছিন্নভাৱে বৈ থকা নদী এখন। সেই নদীখনক বাধা দিব পাৰিনে নোৱাৰি? নোৱাৰি। সেই নদীখন বাধা মনা নদীয়েই নহয। ভেঁটা দি ৰাখিবও নোৱাৰি। সময় গৈ থাকক। অদিতি নামৰ এক সাধাৰণ নাৰীযে স্থান, কাল আৰু শৰীৰৰ উৰ্দ্ধলৈ গৈ চাবৰ প্ৰযাস কৰিছে, সময় বৈ যায় কিদৰে। পাৰি নেকি চেষ্টা কৰি চাব সমযক এক লহমাৰ বাবে হ'লেও স্থবিৰ কৰাৰ।

অদিতিৰ চকু আকৌ চলচলীযা হ'ল। এনেকৈ বাৰে বাৰে চলচলীয়া হৈ থাকিবলৈ তাইৰ চকু দুটাৰ গাত কি কালিকা লাগিল? আজি কেইদিনমানৰপৰা তাইৰ কিবা এটা হৈছে। এক উদাস অসহাযতাৰ গুৰুভাৰ ধাৰণ কৰি তাইৰ বুকুখন বৰ উদাস আৰু অসহায় হৈ থাকিবলৈ লৈছে। বোধহয় তাইযে এতিযাও অ-মৃত সেই কথাটো তাইৰ বুকুখনে উদাস আৰু অসহায হৈ তাইক বাৰে বাৰে সোঁৱৰাই আছে। সেই যে, যন্ত্ৰণাৰ কথা তাই অলপ আগতে ভাবিছিল — এয়া বোধহয় সেই যন্ত্ৰণাই। প্ৰেমৰ এক নিকৰুণ যন্ত্ৰণা — যি যন্ত্ৰণা যিমানেই গভীৰ হয়, সিমানেই গভীৰ আৰু বিশ্বাসযোগ্য হয় প্ৰেম। ক'লা ৰং ভালপোৱা বাবেই বোধহয় তাইৰ বুকুত এতিয়া অন্ধকাৰ। ক'লা ৰং হাহাকাৰৰ ৰং নেকি? নে, অসহায় একাকীত্বৰ উদাস ৰং? ক'লা ৰং কিহৰ প্ৰতীক? দুখৰ? বুকু ভৰি থকা যন্ত্ৰণাৰ নে মৃত্যুৰ ?

মৰি যাব নেকি অদিতি? এনেকৈ — বুকুত ইমান মহাভাৰ উত্তোলন কৰাৰ শক্তি নাথাকিলে তাই নমৰি পাৰেনে? নে তাই ইতিমধ্যেই মৃত? ইতিমধ্যেই তাইক অ-মৃত মৰণে গ্ৰাস কৰিলেই? ইতিমধ্যেই তাই শুকান জীৱহীন মামীত পৰিণত হলেই?

অদিতিয়ে মৰিবলৈ ভয় কৰেনে নকৰে? তাই আজিলৈকে নিজৰ হৃদয়ক

সেই কথা সুধিছেনে? নাই সোধা। মৃত্যুৰ সম্পৰ্কীয় কথা। অইন দহজনী সাধাৰণ তিৰোতা মানুহৰ দৰে অদিতিয়ে ভয় কৰে। জানে ই এক অহেতুক ভয়। জন্ম লোৱাৰ নিৰ্ধাৰিত ফলাফল মৃত্যু। জীৱনৰ চৰম সত্য। তথাপিও অদিতিয়ে নিজৰ হৃদয়ৰ লগত কোনো ধৰণৰ কথোপকথন নকৰাকৈয়েই গম পাই গৈছে যে, মৃত্যুলৈ তাই ভয় কৰে। একধৰণৰ অহেতুক ভয়। জন্ম ল'লে মৃত্যু অৱধাৰিত। কিন্তু মৃত্যু হ'লে জন্ম? আছেনে নাই মৃত্যু হ'লে জন্ম? নে, মৃত্যুৰ মাজেৰে জীৱনে পূৰ্ণতা প্ৰাপ্তিলৈ গতিহে কৰে? সেই পূৰ্ণতা — জীৱনৰ পথ পৰিক্ৰমাৰ পূৰ্ণতা। জীৱন নামৰ এক সুদীৰ্ঘ পথ পৰিক্ৰমা। মৃত্যু এক সুদীৰ্ঘ অচেতন অৱস্থা নে, জীৱনৰ পূৰ্ণতা? বৰ খেলিমেলি লগা কথা।

কি অদৰ্কাৰী লাগবান্ধ নোহোৱা চিন্তা। আজি কিছুদিনৰপৰা অদিতিৰ মনলৈ এনেকুৱা লাগবান্ধ নোহোৱা চিন্তা কিছুমানে অহাযোৱা কৰি আছে। অৰ্থহীন চিন্তা। অবিনাশে গম পালে হাঁহিব। হয়তো ক'ব — 'তুমি অদিতি বাবেই এনেধৰণৰ অৰ্থহীন চিন্তাৰে তোমাৰ মনটো ভৰি থাকে।' কেৱল তাই অদিতি বাবেইনে? তাই জানো কেৱলেই অদিতি? অইন একো পৰিচয় নাই? তাই যদি কেৱল অদিতিয়েই, তেন্তে অবিনাশ কোন? বাবলী আৰু বাপন কোন? চিত্ৰকৰ পূৰ্ণেন্দুৱেই বা কোন? দিন যোৱাৰ লগে লগে হয়তো তাইৰ এই চিন্তাবোৰ পাতল হবগৈও পাৰে। বা, পাতল হৈ হৈ একেবাৰে নোহোৱা হৈ যাবগৈও পাৰে। আঃ স্বস্তি। তাইক সেই কথাই লাগে। চিন্তাৰ অস্থিৰতা দূৰ হওক। তাই আকৌ মাছৰ টেঙা, মাটিমাহৰ খাৰ, ঘৰুৱা কাম, উল শলা, বাতৰি কাগজ, বজাৰৰ হিচাপলৈ উভতি যাব পৰা হওক। কলেজৰ ক্লাছবোৰত আত্মনিয়োগ কৰিব পৰা হওক। তাই হৈ পৰক সেই আগৰ অদিতি। সৰু সামান্য কথা এটাতে প্ৰচুৰ ৰসাস্বাদন কৰি খিলখিলাই হাঁহিব পৰা অদিতি। বাবলী, বাপন আৰু অবিনাশৰ চিন্তাত কালাতিপাত কৰিব পৰা অদিতি।

কিন্তু সেই যে যন্ত্ৰণা? বুকুৰ মাজৰ অকণমান কোমল ঠাইত সাঁচি ৰাখিব পৰা এটা দুৰ্বলতা। আজৰি সময়ত যাক লালন পালন কৰি কোলাই বোকোচাই লৈ সুঁৱৰিব পাৰি? যাক তাই প্ৰেম বুলি কয়। আৰু যন্ত্ৰণা যিমানেই গভীৰ হয়, প্ৰেমো সিমানেই গভীৰ হয় বুলি তাই বিশ্বাস কৰে। সেই যন্ত্ৰণা? যাক তাই প্ৰতিপালন কৰিছে হৃদয়ত? কি হ'ব? সেই যন্ত্ৰণাৰ কি হ'ব? যন্ত্ৰণা হেৰাই যাবলৈ দিলে প্ৰেম হেৰাই যাবলৈ দিব লাগিব — যিটো তাইৰ বাবে সাধ্যৰ অনুকূল নহয়। তাই আগৰ অদিতি হ'ব কোনোপধ্যেই নোৱাৰে। সেই প্ৰাত্যহিকতা। সেই দৈনন্দিন জীৱন যাত্ৰা। বজাৰ খৰচৰ হিচাপ। নাই নোৱাৰি। কোনোপধ্যেই নোৱাৰি। মই আগৰ

অদিতি হ'বও নোৱাৰো — আৰু এতিয়াৰ অদিতি হ'বলৈকো ভয় কৰোঁ। তেন্তে মই কোন? কি মোৰ পৰিচয়? কোনে মোৰ নাম ৰাখিলে অদিতি? মই কাৰ মাতৃ, কাৰ কণ্যা, কাৰ ভগ্নী, কাৰ পত্নী আৰু কাৰ প্ৰেয়সী? মইনো কোন? অবিনাশেই বা কোন? বাবলী বাপন? আৰু তাতোকৈও আচল কথা — পূৰ্ণেন্দু? চিত্ৰকৰ পূৰ্ণেন্দুনো কোন? অচেতনভাৱেই তাই এক প্ৰকৃত সত্যৰ মুখামুখি হ'বলৈ ভয় কৰিলে নে সচেতনভাৱে ভয় কৰিলে? তায়েই জানো স্থান, কাল, পাত্ৰ আৰু শৰীৰ পাৰ হৈ যোৱাৰ কল্পনা কৰা নাছিল? সৌ সিদিনাখন তায়েই জানো নিজকে নিজে কোৱা নাছিল — মই চিত্ৰকৰ পূৰ্ণেন্দুৰ প্ৰেমত নহয় — প্ৰেম নামৰ এক অপাৰ্থিব স্বৰ্গীয় অনুভৱৰ প্ৰেমত পৰিছোঁ। মই সেই মহত্তম প্ৰেমৰ উদ্দাম গতিশক্তিৰে সময়ৰ গতিক বাধা দিব খোজো। মোৰ মাজত অবিনাশে দেখা পোৱা সেই অপৰাজেয় অপৰাজিতাই সত্য। মোৰ প্ৰকৃত পৰিচয় মই এক নাৰী। এক অপৰাজিতা। সময়ৰ ওচৰত পৰাজিত হ'লেই মই হৈ পৰিম এক শিলাখণ্ড, অহল্যাৰ দৰে। সাৰ পাবলৈ আৰু যুগ যুগ অপেক্ষা কৰি থাকিব লাগিব। নাৰী জানো সামান্য এক দুৰ্বলা অবলা মাত্ৰ? ই জানো ইতিহাস সমৰ্থিত সত্য? পণ্য দ্ৰব্য সামান্য আৰু অবলা হ'ব পাৰে। কিন্তু নাৰীক সামান্য আৰু দুৰ্বল বুলি তুচ্ছ কৰাৰ শক্তি বা সাহস কোনে কৰে?

মই সময়ৰ গাৰে বগুৱা বাই গৈ সময়ৰ আৰম্ভণিৰ বিন্দুত উপস্থিত হ'বগৈ লাগিব। অদিতিয়ে ভাবিলে, আৰু কোনো ধৰণৰ বাধা নামানি তাইৰ চকু দুটা আকৌ চলচলীয়া হৈ পৰিল। এনেকৈ বাৰে বাৰে চকু দুটাৰ ওচৰত নিজক পৰাজিত হ'বলৈ এৰি দিব নোৱাৰি। চকুদুটা মচি লৈ তাই দৃঢ়ভাৱে থিয় হ'ল, আৰু কোঠাটোৰ ইফালৰপৰা সিফাললৈ আকৌ খোজ কাঢ়িবলৈ ধৰিলে। মই চৌবিশ বছৰৰ আগৰ সেই মুক্ত ছোৱালীজনী হৈ নপৰো কিয়? মই সময়ৰ গাৰে বগুৱা বাই বহু দূৰলৈ গুচি যাব পৰাৰ এক অভিনৱ শক্তি আহৰণ কৰিছোঁ — প্ৰয়োগ নকৰোঁ কিয় মই মোৰ সেই শক্তিক? অদিতিৰ বুকু আকৌ তোলপাৰ হ'ল, আৰু স্বপ্নাবিষ্ট মানুহৰ দৰে তাই অনুভৱ কৰিলে, তাইৰ মাজতে জন্ম হৈছে এজনী উজ্জ্বল চকুৰ দীঘল চুলিৰ লাহি ছোৱালীৰ। ছোৱালীজনী দেখিবলৈ বাবলীৰ নিচিনা, মাথো অলপ চাপৰ। বেণীবন্ধনত আবদ্ধ চুলিত তাই পিন্ধিছে এথোপা ঋতুৰ ফুল। পৰিপাটিকৈ পিন্ধা মেখেলা চাদৰৰ। চাদৰখনৰ আঁচলত বান্ধি থোৱা থাকে বৰ্ষাৰ সুবাস। সকলো ফুলৰে একোটা নিজা ঋতু থকাদি এজাৰ আৰু কদম ফুলৰ বিশেষ ঋতু হ'ল বৰ্ষা। ৰবৰুণত তিতি নাথাকিলে এই দুবিধ ফুলৰ উজ্জ্বলতা নাথাকে। অদিতিৰ মাজৰ সেই ছোৱালীজনীৰো এটা ঋতু আছিল। বৰ্ষা ঋতু। তাই যেন ৰবৰুণত তিতি জুৰুলি

জুপুৰি হ'বলৈকে জন্ম লৈছিল। দুখৰ বৰষুণ, সুখৰ বৰষুণ। পোৱাৰ বৰষুণ, নোপোৱাৰ বৰষুণ। হাহাকাৰৰ বৰষুণ, পৰিপূৰ্ণতাৰ বৰষুণ। ছোৱালীজনীৰ প্ৰিয় ঋতুৰেই আছিল বৰ্ষা। মেখেলাৰ গুটিফুল .তাইৰ খোজত পিষ্ট হয়। দৃঢচেতা ছোৱালী। ৰবীন্দ্ৰ সংগীত গাব নোৱাৰিলেও গুণগুণাব পাৰে। অনৰ্গল আবৃত্তি কৰিব পাৰে প্ৰিয় দিনৰ কবিতা।

মই মোৰ মাজতে এজনী ছোৱালীৰ জন্ম দিলোঁ — অলপ আগতে। তাই বাবলী নহয়। তাই এক অপৰাজেয় সম্ভাৱনাৰ প্ৰতীক। এইজনী ছো৵ালী চৌবিশ বছৰৰ আগৰ ছোৱালী। কেতিয়াবা চাদৰ মেখেলা, আৰু কেতিয়াবা শাড়ী পিন্ধে। পৃথিৱীৰ সমস্ত ৰং একত্ৰিত হৈ সৃষ্টি কৰা ক'লা ৰং তাইৰ প্ৰিয। পৰিপাটিকৈ বেণী গোঠে, আৰু বেণীত পৰিধান কৰে ঋতুৰ ফুল। ৰাতিপুৱা শুই উঠি তাই মুখত ঘঁহে মৌজোল। দিনৰ দিনটো ছোৱালীজনীৰ শৰীৰত থাকে ঋতুৰ ফুল আৰু মৌজোলৰ সুবাস। ৰাতি গাত ঘঁহে বাদাম বটা মিহলাই গাখীৰৰ সৰ। ৰাতিৰ ৰাতিটো বাদাম বটা আৰু গাখীৰৰ সৰৰ গোন্ধে ছোৱালীজনীৰ শৰীৰটো আলফুলে চুই থাকে। তাই গা ধোৱে মচুৰ দাইল আৰু কেঁচা হালধি বটাৰে। মচুৰ ডাইলৰ ৰঙৰ সতে কেঁচা হালধিৰ ৰং মিহলি হৈ তাইৰ মুখখন জিলিকাই পেলায। সৌন্দৰ্য সচেতন গাভৰু ছোৱালী বাবেই তাই দৃঢচেতা আৰু নমনীয়। লগতে, সৌন্দৰ্য সচেতন হোৱা হেতুকেই তাই ব্যক্তিত্ব বিকাশতো গুৰুত্ব দিয়ে। আৰু, ভাইট্যাল ষ্টেটিচটিক্‌চেই যে ছোৱালী এজনীৰ সৌন্দৰ্যৰ একমাত্ৰ মাপকাঠি নহয সেই কথাটো বিশ্বাস কৰে।

অদিতিয়ে কোঠাটোৰ ইমূৰৰপৰা সিমূৰলৈ অবিৰামভাৱে খোজ কাটি ফুৰিবলৈ ধৰিলে। সিটো কোঠাৰপৰা টেলিভিশ্যনৰ ছিৰিয়েল শেষ হোৱাৰ সংগীত শুনা গ'ল। ঠিক শুনা গ'ল বুলি ক'ব নোৱাৰি। তাইৰ কাণত সোমাল হয, তাই কিন্তু নুশুনিলে। কিছুমান কথা কাণত সোমায়, কিন্তু মগজুলৈ নাযায — এইটোও ঠিক তেনে ধৰণৰ কথাই হ'ল। কেনেকৈ? কেনেকৈ? তাইৰ মগজুৱে কিছুমান কথা আজিকালি কিয এনেদৰে অগ্ৰাহ্য কৰিবলৈ লৈছে? ক'ত বিচৰণ কৰি থাকে আজিকালি অদিতিয়ে দিবা নিশি? বিচৰণ কৰিবলৈ তাইৰ বাহুত কেনেকৈ গজে দুখন ডেউকা? কেনেকৈ উৰি ফুৰিব পৰাকৈ তাই ভৰহীন হৈ পৰে আচম্বিতে? কিয় তাই পাহৰে যে, তাইৰ বযস হৈছে, তাইৰ দুটা প্ৰাপ্তবযস্ক সন্তান আছে , আছে এখন পৰিপূৰ্ণ ঘৰ? তদুপৰি ঘৰৰ চৌহদৰ বাহিৰত তাইৰ বাবে অতন্দ্ৰ প্ৰহৰীৰ দৰে ৰৈ আছে ৰঙা চকুৰে কিছুমান সামাজিক নিযম নীতি। সমাজে নিৰ্ধাৰণ কৰা নীতি নিয়ম ভংগ কৰিবলৈ তাইৰ বুকুত কিমান সাহস আৰু শক্তি আছে? সম্বৰণ কৰা

উচিত অদিতি। তোৰ এই ডেউকা দুখন জপাই থ। সমাজক প্ৰত্যাহ্বান জনোৱাৰ লোভ সম্বৰণ কৰ। উচিত অনুচিতৰ যুদ্ধত তোৰ পৰাজয় নিশ্চিত। তই বৰ সাধাৰণ মানুহ। কল্পনাৰ ডেউকাত ভৰ দি আকাশলৈ নুৰিবি।

তেন্তে মযো গ্ৰহণ কৰিছোঁ সেই প্ৰত্যাহ্বান। জয় আৰু পৰাজয় কেতিয়াও কাৰো বাবে নিশ্চিত হৈয়ো নাথাকে — অনিশ্চিত হৈয়ো নাথাকে। আৰু যুঁজ নকৰিলে জয় বা পৰাজয় কিহৰ? পৰাজয়লৈ আশংকা কৰি কোনোবাই জানো যুদ্ধত অৱতীৰ্ণ হয? আচলতে জীৱনৰ সতে যুঁজ কৰা কথাটো জযৰে সমাৰ্থক—, দুহাত সাৱটি বহি থকাটো পৰাজযৰ। চোৱা, মই তোমাৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিলোঁ আৰু মেলি দিলোঁ মোৰ দুখন ডেউকা। মই চৰাইৰ দৰে আকাশত উৰিবলৈ সাজু হ'লোঁ। এযা মই এইমাত্ৰ গতি কৰিলোঁ আকাশলৈ — আকাশৰপৰা মহাকাশলৈ। মোৰ ক্লান্তি নাই, নিদ্ৰা নাই; মোৰ জিৰণিৰো আৱশ্যক নাই।

অদিতি এজনী সৰু চৰাইত পৰিণত হ'ল, আৰু আকাশত পাখি মেলি উৰি ফুৰিবলৈ ধৰিলে। বাকলি এৰোৱা মধুৰি আম গছৰ নিমজ অংশটোৰ দৰে তাইৰ শৰীৰটোত এটা লহৰ উঠিল। কোনোবা এক মহাসাগৰৰ লহৰ। তাইৰ বুকুখনৰ মাজেদি চলচলকৈ বৈ গ'ল এটি জুৰি। আৰু বুকুৰ মাজত সৰু চৰাই এযোৰে বাহ সাজিবলৈ আযোজন কৰিলে।

অদিতি কোঠাটোৰ ইমূৰৰপৰা সিমূৰলৈ একে ধৰণেৰেই খোজকাঢ়ি থাকিল। খোজকাঢ়ি থাকোতেই তাই বুকুখনত হাত দিলে। হয, হয়, এইখনেই সেইখন বুকু, য'ত নিৰন্তৰ বৈ থাকে এটি জুৰি, য'ৰ গৰাত গজা নল বনত বাহ সাজে অকণমানি চৰাই এহালে। কেঁচা হালধি আৰু মচুৰ ডাইল বটাৰে গা ধোৱা অদিতিৰ শৰীৰত সেই সমযত কেঁচা হালধিৰ গোন্ধটো লাগি আছিল। সেই সময়ত ৰাতি গোলাপ ফুল পানীত তিযাই, ৰাতিপুৱা মৌজোল মিহলাই সেই পানীৰে তাই চকু ধুইছিল। চকুৰ ৰং হৈছিল বাৰীৰ পাছফালৰ গোবৰ জাবৰ পেলোৱা ঠাইত গজা নীলকচু জোপাৰ ঠাৰিৰ ৰঙেৰে একাকাৰ। সেই চকু দুটালৈ কিছুপৰ তভক মাৰি চাই অবিনাশে সেই দিনা তাইক কৈছিল — আচলতে, অবিনাশে সেইদিনা তাৰ হৃদয়ৰ দুৱাৰখন তাইৰ সমুখত খুলি দিছিল, আৰু নতুনকৈ বাহ সাজিবলৈ গুণগুণাই গুণগুণাই ঠাই বিচৰা মৌমাখি এটাৰ দৰে তাৰ বুকুৰ মাজত বাহ এটা সাজিবৰ বাবে ঠাই উলিয়াই ল'বলৈ তাইক অনুৰোধ কৰিছিল। *'বৰ উজ্জ্বল তোমাৰ চকু। তুমি উজ্জ্বল চকুৰ এজনী সোণবৰণীয়া ছোৱালী।'* আচলতে, হালধি আৰু মচুৰ ডাইল বটা মিহলাই গা ধোৱা অদিতিৰ গাৰ ৰং সেইসময়ত সোণ বৰণীয়াই হৈ আছিল।

'সোণবৰণীয়া ছোৱালী — তোমাৰ চকুত চুমা এটা খাওঁনে?' অবিনাশে তাইক সুধিছিল। তাই চকু মুদিছিল। আৰু তাইৰ সেই মুদ খোৱা চকুদুটাৰ ওপৰত অবিনাশে খাইছিল অবিশ্ৰান্ত উদভ্ৰান্ত চুমা। তাই চকু মুদিয়েই আছিল, আৰু যেতিয়া চকু মেলিছিল, তেতিয়া দেখিছিল, ওচৰৰ চকীখনত তলমূৰ কৰি অবিনাশ বহি আছে। তলমূৰ কৰিছে যদিও সি অনুশোচনা কৰা নাই, অথবা তাক লজ্জিত যেনো লগা নাই। তাক বৰ সহজ যেন দেখা গৈছে। যেন, সহজ অবিনাশৰ বাবে সকলো কথাই বৰ সহজ, আৰু সকলো কথাই বৰ সহজাত। সি এসময়ত মূৰ তুলি তাইলৈ চাইছিল — কৈছিল, 'মই তোমাক ভাল পাওঁ অদিতি, তুমি?' তাই ক'ব কি? উত্তৰ দিবলৈ কিবা সুবিধা অবিনাশে ৰাখিছেনে? ভালপাওঁ বুলি ক'বলৈ জানো কাৰোবাৰ শক্তি থাকে সেই সময়ত? তাই কঁপিছিল নেকি? মনত পৰেনে এতিযা? হয়, হয়, কঁপিছিল। বতাহত গছৰ পাত কঁপাদি তাই থক থককৈ কঁপিছিল। ভয়ত, নতুবা এক অনিৰ্বচনীয় অনুভূতিত।

অদিতি গৈ আকৌ আইনাৰ সমুখত বহিলগৈ। ঘড়ীত দহ বাজি বিশ মিনিট যোৱাৰ সংকেত। বাহিৰৰ কোলাহলপূৰ্ণ চহৰখনে শুবলৈ আৰম্ভ কৰিছেই ইতিমধ্যে। গাড়ী মটৰৰ হৰ্ণবোৰ কমিছে, দুই এঘৰত লাইটবোৰ বন্ধ হৈছে। ৰাতিৰ আকাশ নিস্তব্ধতাৰ আবৰণেৰে আবৃত। তাই আইনালৈ চালে। আইনাত এজনী অদিতি, আইনাৰ সমুখত এজনী। আইনাত সত্য অদিতিৰ প্ৰতিবিম্ব। আইনাই মিছা কথা নকয়। তথাপিও তাইৰ এনে লাগিছে, আইনাত সেয়া তাইৰ প্ৰতিবিম্ব নহয় — এজনী অন্য মানুহ। বেলেগ এজনী অদিতি। এজনী চৌবিশ বছৰৰ আগৰ মানুহ, এজনী চৌবিশ বছৰৰ পাছৰ। বৰ্তমান কোনজনী মানুহ সত্য? চৌবিশ বছৰৰ আগৰজনী, নে চৌবিশ বছৰৰ পাছৰজনী? কোনজনী মানুহক তাই এই মুহূৰ্তত বিশ্বাস কৰিব? এজনীক বিশ্বাস কৰিবলৈ হ'লে ইজনীক অবিশ্বাস কৰিব লাগিব নে? এজনী সত্য হ'লে আনজনী অসত্য হৈ পৰিবনে? নে, দুইজনীয়েই বিশ্বাসযোগ্য আৰু সত্য ? দুইজনীৰ এজনী অতীত আৰু এজনী বৰ্তমান নে, দুইজনীয়েই অতীত অথবা দুইজনীয়েই বৰ্তমান?

এটা গভীৰ হুমুনিয়াহ অদিতিৰ বুকুৰ ভিতৰৰপৰা ওলাই আহিল। দুইজনী অদিতিয়েই সত্য; দুইজনীয়েই বিশ্বাসযোগ্য বুলি প্ৰমাণিত হৈ পৰিল। এতিয়া কোনজনী অতীত আৰু কোনজনী বৰ্তমান, সেই কথা প্ৰমাণ কৰিবলৈ বাকী। ভূতকালত ভ্ৰমণ কৰাৰ বিলাস কৰিব পৰা যায়; কিন্তু নিজেই ভূতকাল হৈ পৰিব নোৱাৰি। বোধহয়, দুইজনী মানুহেই ভূতকালত বিচৰণ কৰি বৰ্তমান কাল পাইছেহি। দুইজনীৰে

একেটাই শৰীৰ, একেটাই মন, একেই আৱেগ-অনুভূতি, দুখ আৰু আনন্দ প্ৰকাশৰ ব্যৱস্থা। চৌবিশ বছৰহে। কিনো দীৰ্ঘ সময়টো? পলকতে অতিক্ৰম কৰিব পৰা যায়।

চৌবিশ বছৰ পথ পৰিক্ৰমাৰ অন্তত অদিতি আহি বৰ্তমানত উপস্থিত হৈছেহি। চৌবিশ বছৰে তাইৰ কিবা পৰিৱৰ্তন সাধন কৰিছেনে? মুহূৰ্তে মুহূৰ্তে হৈ থকা মানুহৰ পৰিৱৰ্তনবোৰ অপৰিৱৰ্তনীয় হয় নে নহয়? তাই আগতে লাহি লেউসেউ লতা এডালৰ দৰে আছিল। এতিয়া শকত হৈছে। বিযাৰ লগে লগে তাইৰ শাৰীৰিক পৰিৱৰ্তন ঘটিছে, ল'ৰা-ছোৱালী দুটা জন্মৰ লগে লগে তাইৰ সেই পৰিৱৰ্তন বেছি হৈছে। চৌবিশ বছৰে তাইৰ চিন্তা চৰ্চা, আদৰ্শ, ধাৰণাবো পৰিৱৰ্তন ঘটিছে। অভিজ্ঞতা পুষ্ট হৈছে। জীৱন সম্পৰ্কে, জগত সম্পৰ্কে, মানুহ সম্পৰ্কে তাইৰ ধ্যান ধাৰণাবো সলনি ঘটিছে। কিন্তু তাই দেখোন আচলতে একেজনী মানুহেই। বিভিন্ন সময়ত, বিভিন্ন ভূমিকাত অৱতীৰ্ণ হোৱা সেই একেজনী অদিতি। জন্মৰপৰা এই সাতচল্লিছ বছৰীয়া পৰিভ্ৰমণৰ সেই একেজনীযেই মানুহ। মাথো শাৰীৰিক পৰিৱৰ্তন, ধ্যান ধাৰণাৰ অদল বদল, অভিজ্ঞতাৰ পৰিপক্কতা, বিভিন্ন ৰূপত ৰূপায়িত কৰা একেজনী মানুহৰ প্ৰতিটো ৰূপেই সত্য নোহোৱাৰ যুক্তি ক'ত?

বিচাৰ এটা কৰা হওক। তাই, আজি ইমান দিনে ৰূপায়িত কৰা বিভিন্ন ভূমিকাৰ বিচাৰ কৰাই নাছিল, সময়ো পোৱা নাছিল। অথবা প্ৰয়োজনো হোৱা নাছিল। আজি সময়ো পাইছে, আৰু প্ৰয়োজনো আহি পৰিছে। অদিতিয়ে তাইৰ বিভিন্ন ভূমিকাৰ বিচাৰ কৰিবলৈ ধৰিলে। চুলিত ৰঙা ফিটা, গাত ফ্ৰক। কথাই কথাই ঠেহ পেচ, কথাই কথাই দেউতাকৰ বুকুত সোমোৱা। মাকৰ আঁসে বৰকৈ নাপায়। মাথো দেউতাকৰ লগতে ঠেহ-পেচ, মান অভিমান কৰি শৈশৱ অতিক্ৰম কৰা ছোৱালী। জন্মৰ প্ৰথম কেইবছৰৰ কথা বা ঘটনা, অথবা ঘটনাৰ নায়িকাক তাই পাহৰিছে। পাহৰিছে যদিও তাই কল্পনা কৰি ল'ব পাৰে। তাই জন্ম হওঁতে ঘৰখনত এটা উলহ মালহৰ সৃষ্টি হৈছিল। দুটাকৈ ল'ৰাৰ পাছত জন্ম হোৱা ছোৱালী। তাই ডাঙৰ হ'বলৈ ধৰোতে হোৱা প্ৰতিটো পৰিৱৰ্তনকে ঘৰখনৰ মানুহে বৰ গুৰুত্বপূৰ্ণ ঘটনা বুলি গ্ৰহণ কৰিছিল। তাই ডাঙৰ হৈছিল, ওচৰৰ স্কুলখনলৈ গৈছিল। আখৰ শিকিছিল। সৰু সৰু সাধুকথাৰ কিতাপবোৰ পঢ়িব পৰা হৈছিল। লাহে লাহে আৰু ডাঙৰ হৈছিল। শাৰীৰিক পৰিৱৰ্তনবোৰ মাথো তাইৰ চকুতেই নহয়, সকলোৰে চকুত ধৰা পৰিছিল। কলেজলৈ গৈছিল। ফ্ৰক পিন্ধিবলৈ এৰি চাদৰ মেখেলা বা শাড়ী পিন্ধিবলৈ লৈছিল। বিশ্ববিদ্যালয়ত পঢ়োতে তাইৰ চকুকেইটা আৰু বেছি

ক'লা হৈ ব্যঞ্জনাময় হৈ পৰিছিল। চকুৰ চাৱনিত বাঢ়িছিল দৃঢ়তা।

সেই একেজনী অদিতিয়েই আজি সুদীৰ্ঘ পথ পৰিক্ৰমাৰ অন্ত কৰি বৰ্তমানত উপস্থিত হৈছেহি। একেজনীযেই মানুহ। ভূমিকা বেলেগ বেলেগ। কণ্যা, ভগ্নী, প্ৰিয়া, মাতৃ। অবিনাশৰ পৰম প্ৰিয়তমা পত্নী। কলেজৰ শিক্ষয়িত্ৰী। ওচৰ-চুবুৰীয়াৰ বাবে মমতাময়ী প্ৰতিবেশী, বন্ধুৰ বাবে বন্ধু, আত্মীয়-স্বজনৰ বাবে আত্মীয়, — আৰু, এই সকলোবোৰ ভূমিকা ৰূপায়িত কৰাৰ পাছত আৰু এক নতুন ভূমিকা —, তাইৰ বাবে এক অতি ভয়ংকৰ খেলা। এখন ডেওনা পাৰ হোৱাৰ এক ভয়ংকৰ খেলা।

অদিতিয়ে আকৌ দুই হাতৰ তলুৱাৰে মুখ ঢাকিলে। দুই হাতৰ তলুৱাৰে ঢাকি ৰখা তাইৰ ওঠজোৰ কঁপিবলৈ ধৰিলে, আৰু তাই ফেকুৰিবলৈ লাগিল। চকুপানী নোটোকো বুলি শপত খোৱা অদিতিৰ শপত ভংগ হ'ল। কিয় যে, নিজৰ ওচৰতে বাৰে বাৰে তাই পৰাজিত হ'বলৈ গৈ আছে। তাই যে অপৰাজিতা। নিজৰ ওচৰত পৰাজিত হ'বলৈ হ'লে তাই দেখোন বৰ লজ্জিত হ'ব লাগিব। অদিতিয়ে তলৰ ওঠটো কামোৰ মাৰি ধৰি প্ৰাণপণে বাধা দিবলৈ লাগিল তাইৰ চকুপানী। কিন্তু বাধা দিওঁ বুলিয়েই জানো বাধা দিব পাৰি? আৱেগ জানো ইমানেই যুক্তিনিৰ্ভৰ?

দুদিনমানৰপৰা গৰম বেছিকৈযেই পৰিছে। বহাগ মাহ শেষ হওঁ হওঁ। পকা আলিৰপৰা সিহঁতৰ ঘৰলৈ সোমোৱা কেঁকুৰিটোত থকা নাহৰ জোপাত শেষ ফুল কেইপাহহে আছেগৈ। অদিতিয়ে নাহৰ ফুলেৰে কেইবাদিনো খোপা সজালে। এতিয়া নাহৰ ফুল শেষ হ'ব বুলি তাইৰ মনটো বেয়া লাগি থাকে। অবিনাশে নাহৰ ফুল ভাল পায়।

গৰম পৰিছে বাবেই শেষ নিশালৈ বৰষুণ হ'ব পাৰে। আকাশত বৰষুণৰ ডাৱৰ গোট খাইছে। তাই খিৰিকিৰে ক'লা হ'বলৈ আৰম্ভ কৰা আকাশখন দেখা পাইছে। আবেলি পানীপিয়া চৰাই এটাই বৰ আকুলভাৱে মাতি আছিল। কোঠাটোত পূৰ্ণগতিত ঘূৰি আছে ফেনখন। ফেনৰ বতাহে অদিতিৰ কপালৰ আগৰ চুলিবোৰ উৰুৱাইছে। তাই পিন্ধা পাতল গুলপীয়া ৰঙৰ ৰাতিৰ সাজটোৱো ফেনৰ বতাহত চঞ্চলভাৱে কঁপিছে। দুৱাৰত থকা পৰ্দাখনো কঁপিছে। কঁপা নাই কি? ৰাতিৰ আকাশখনো কিজানি কঁপি আছে, লগতে বাহিৰৰ প্ৰকৃতি। অদিতি, অদিতি, তই কঁপিছনে নাই? নাই কঁপা বুলি ক'লে অদিতিয়ে নিজকে প্ৰৱঞ্চনা কৰা হ'ব। অদিতি তই নিজক প্ৰৱঞ্চনা নকৰিবি। বুকুত হাত দে, আৰু নিজকে সোধ —, তই কঁপিছনে নাই। পূৰ্ণেন্দু নামৰ চিত্ৰকৰ জনৰ নামটো এবাৰো মনতে উচ্চাৰণ কৰিলে গোটেই বেলাটো

তই আকুলভাৱে কঁপি থাকনে নাথাক? সেই সময়ত তই তোৰ ভিতৰলৈ শামুকটোৰ দৰে সোমাই গৈ ৰং বিৰঙৰ জগত এখন ভিতৰতে সজাই পৰাই লব নে নলব? নিজকে প্ৰৱঞ্চনা কৰা অন্যায় অদিতি। তই তোৰ ভিতৰৰ মানুহজনীৰ মুখামুখি হ'বলৈ সাহস আহৰণ কৰ।

কি হ'ল? কি হ'ল মোৰ? দুদিনৰ পাছত মোৰ ছোৱালী ডাক্তৰ হৈ ওলাব, তাইক বিযা দিব লাগিব। মান সন্মানৰ কথা আছে। তাৰ পাছত ইঞ্জিনিয়াৰ হৈ ওলাব বাপন। সমাজত অবিনাশৰ স্থান এটা আছে। যদি কিবা এটা কেলেংকাৰী ওলাবলৈ লয়, তায়েইবা কলেজৰ সহকৰ্মী আৰু ছাত্ৰ-ছাত্ৰীৰ ওচৰত মুখ উলিয়াব কিদৰে? তাই পিতৃ মাতৃৰ আদৰৰ কণ্যা। দুটাকৈ ককায়েকৰ স্নেহৰ ভগ্নী। শহুৰ কুলৰ বাবে মৰমৰ দাযিত্বশীলা ডাঙৰ বোৱাৰী। ওচৰ-চুবুৰীযাৰ বাবে মমতাময়ী প্ৰতিবেশী। ইমানবোৰ ভূমিকাৰ পাছত এতিযা এইটো কি ভূমিকাত অৱতীৰ্ণ হ'বলৈ ওলাইছে তাই? তাইৰ এই নতুন ভূমিকা পালনে তাইৰ মাতৃকুল, শহুৰ কুল — এই দুয়োকুলৰ কিমান মৰ্যাদা ৰক্ষা কৰিব? ল'ৰা-ছোৱালী দুটাই তাইক কি দৃষ্টিৰে চাব? ওচৰ-চুবুৰীয়াৰ ওচৰত তাই থিয় দিব কেনেকৈ?

এক ভযংকৰ টনা-আজোৰা। অবিনাশৰ বাদে পৃথিৱীৰ সমস্ত মানুহলৈ তাইৰ ভয লাগে। ভাব হয, কোনোবাই তাইক দেখিলেই যেন আঙুলিয়াই ক'ব —'চোৱাচোন চোৱা, সৌৱা গৈ আছে অদিতি। এগৰাকী মাক, এগৰাকী সুখী পত্নী। শেহতীযাভাৱে এজন চিত্ৰশিল্পীৰ প্ৰতি অনুৰক্ত হৈছে। আৰু সেই চিত্ৰকৰ পূৰ্ণেন্দুৰ প্ৰেমত মছগুল হৈ নিজৰ সংসাৰখনক প্ৰতাৰণা কৰিবলৈ সাজু হৈছে।'

'হয নে? হয নেকি?' দ্বিতীয়জনে ক'ব। 'তেওঁ নিজৰ সংসাৰখনক প্ৰতাৰণা কৰিছে নেকি? কেলেই, সুদীৰ্ঘদিনীযা প্ৰেমৰ অন্ত পেলাইহে তেওঁ অবিনাশৰ অংকশায়িনী হৈছিল।'

'তিৰোতা মানুহৰ চৰিত্ৰ। দেবাঃ ন জানন্তি।'

আকৌ এবাৰ কঁপি উঠিল অদিতি। মুখ ঢাকি থোৱা হাতৰ আঙুলিৰ ফাকেদি সৰসৰকৈ বাগৰি আহিল চকুপানী। ইতিহাসত এনে কিবা নজিৰ আছেনে, যে, আজি পৰ্যন্ত কোনোবা পুৰুষে কোনোবা নাৰীক বুজি পাইছে; অথবা সম্পূৰ্ণকৈ বুজিব পাৰিছে? নাৰী চলনাময়ী বা ৰহস্যময়ী বুলি কৈ তেওঁলোকে নাৰী সম্পৰ্কীয় শেষ ধাৰণাটো গ্ৰহণ কৰি, বুজাপৰা কথাটোৰ মোখনি মাৰিছে। কোনোবাই এগৰাকী নাৰীক লৈ কবিতা লিখি জীৱন পাত কৰিব পাৰে। অথবা কোনোবাই ৰাজসিংহাসনো ত্যাগ কৰিব পাৰে, কোনোবাই তাজমহল সাজিবও পাৰে। কিন্তু সেয়াও নিজৰ

স্বাৰ্থতে। নাৰী সম্পৰ্কীয় শেষ ধাৰণাৰ অকণো সাল-সলনি নকৰাকৈ কেৱল নিজক মহিমামণ্ডিত কৰিবৰ বাবে তেওঁলোকে এনেধৰণৰ প্ৰেমৰ পৰীক্ষা দিয়ে। কোনেও নাৰীক আজিলৈকে বুজি পোৱা নাই অথবা বিশ্বাসো কৰা নাই। কোনো যুগতে কোনো নাৰীক কোনো পুৰুষে আস্থা, প্ৰেম আৰু বিশ্বাসৰ পাত্ৰী হিচাপে নিৰ্ভৰযোগ্যভাৱে গ্ৰহণ কৰা নাই। কোনো যুগতে কোনো নাৰীক পুৰুষে মানৱীয় প্ৰমূল্যৰ আধাৰত বিচাৰ কৰি চোৱা নাই। তোমালোকেই প্ৰথমে মেলি দিবা হাত; স্পৰ্শ কৰিবা শৰীৰ, তোমালোকেই প্ৰথমে সুখী মানুহ এজনীক লৈ আহিবা ভিতৰৰপৰা বাহিৰলৈ, তোমালোকেই প্ৰথমে শুই থকা মানুহজনীক জগাই লৈ ভালপাওঁ বুলি ক'বা, মাটি খামোচ মাৰি থাকিব খোজা মানুহজনীৰ শিপাত জোকাৰ মাৰি তাইৰ স্থিতি লৰচৰ কৰিবা, আৰু তাৰ পাছত শিলৰ গাত যেতিয়া প্ৰাণৰ স্পন্দন দেখা পাবা, যেতিয়া দেখিবা মানুহজনী অসহায় হৈ পৰিছে, তেতিয়া বিশ্বাসৰ অযোগ্য বুলি দৌৰ মাৰিবা অইন এজনী মানুহৰ ওচৰলৈ। এয়েই তোমালোকৰ প্ৰেম, এয়েই তোমালোকৰ তিৰোতা মানুহৰ প্ৰতি ধাৰণা। এসময়ত তোমালোকে বিচাৰিছিলা, নাৰীয়ে সহমৰণ ব্ৰত ধাৰণ কৰক। নাৰী সহমৃতা হ'ল। এসময়ত বিচাৰিলা, তেওঁলোক পাকঘৰৰ চুকত সোমাই থাকক। সোমাই থাকিল। আৰু এতিয়া বিচাৰিছা নাৰী পণ্যদ্ৰব্য হওক। নিজকে বঞ্চিত কৰা নিতান্তই অনুচিত যদিও চৰমতম আত্মত্যাগ কৰি নাৰী এতিয়া পণ্যদ্ৰব্যত পৰিণত হৈছে। তাৰ পাছতো তোমালোকে কোৱা, তিৰোতা বিশ্বাসভংগৰ অপৰাধত অপৰাধী। তিৰোতা চলনাময়ী।

চলনাময়ী আৰু অবিশ্বাসী। হয় জানো? এই কথাই পুৰুষসকলৰ নাৰী সম্পৰ্কীয় শেষ কথা নেকি? চলনা কৰে কোনে? শুই থকা মানুহ এজনীক জগাই লৈ শৰীৰৰ স্পৰ্শ দি কোনে প্ৰথমে ভাল পাওঁ বুলি কয়? আৰু, কোনোধৰণৰ অনুমতি নোলোৱাকৈ ইচ্ছা কৰিলেই কোন সোমাই আহে, আৰু ওলাই যায়? চলনা কোনে কাক কৰে? আৰু বিশ্বাস ৰাখিব নোৱৰাৰ অভিযোগত যে অভিযুক্ত কৰিছা, ভাবি চাইছানে, কিমান ভিত্তিহীন আৰু হাস্যকৰ কথা সেইটো? বিশ্বাস কৰিলানো ক'ত যে, বিশ্বাসভংগ হ'ল? য'ত বিশ্বাসৰে প্ৰশ্ন নাই, তাত বিশ্বাসভংগৰ অভিযোগ উঠিব কিদৰে? পোনতে নাৰীক বিশ্বাস কৰিবলৈ শিকা। প্ৰেম, আস্থা আৰু নিৰ্ভৰশীলতাৰ পাত্ৰী হিচাপে গ্ৰহণ কৰিবলৈ শিকা — তাৰ পাছত অভিযোগ আনিবা। নিজৰ বুকুত হাত দি সত্য কথা কোৱা। কোন ক্ষেত্ৰত কোন নাৰীয়ে তোমালোকৰ বিশ্বাসভংগ কৰিছে, কৰিছেনে কোনোবাই, তোমালোকে জীৱন কালত পোৱা? কোনে দহমাহ দহদিন গৰ্ভত লৈ নিজৰ শৰীৰৰপৰা খুৱাই বুকুত ভৰাই

লালন পালন কৰিছিল তোমালোকক? কাৰ বুকুৰ উত্তাপৰপৰা তোমালোকে আহৰণ কৰিছিলা জীৱনী শক্তি। এতিয়াও দুখত পৰিলে কাৰ নাম উচ্চাৰণ কৰা? ক'ৰবাৰপৰা বহুদূৰ বাট ভ্ৰমণ কৰি আহি ভাগৰত ক্লান্ত হৈ ঘৰৰ পদূলিমুখত থিয় হৈ কাক মাতা ৰিঙিয়াই? কাৰ শৰীৰৰ উষ্ণ অন্ধকাৰ গৰ্ভত তোমালোকৰ জীৱন চাকি উজ্জলিত হৈ উঠিছিল? মৃত্যুৰ পাছত কাৰ কোলাত ল'বা ঠাই? কাৰ ওঠত ফুটি উঠিছিল নিচুকনি গীতৰ গুণগুণনি? তাৰ পাছৰ এটা কথা মনত আছেনে, কোনে তোমালোকক প্ৰদান কৰিছিল অমৰত্ব, দেখুৱাইছিল স্বৰ্গলৈ বাট। কোনে গাই শুনাইছিল প্ৰেমৰ গীত, কোনে পিতৃত্ব প্ৰদান কৰি ধন্য কৰিছিল তোমালোকৰ জীৱন? ভগ্নী হৈ কোনে তোমালোকলৈ মেলি দিছিল স্নেহৰ দুহাত, কণ্যা হৈ কোনে তোমালোকক বুকুৰ মাজত ভৰাই লৈছিল? ইমানবোৰৰ পাছতো অবিশ্বাস — আঁচলৰ ইমান নিৰাপত্তা পোৱাৰ পাছতো অকৃতজ্ঞৰ দৰে কোৱা — তিৰোতা মানুহক বিশ্বাস কৰা উচিত নহয়। তিৰোতা চলনাময়ী, ৰহস্যময়ী। অকৃতজ্ঞৰ দল। বিশ্বাস পাত্ৰী নোহোৱাকৈ বিশ্বাসভংগৰ অপৰাধত অপৰাধী — কোন দেশৰ আইন কানুন? প্ৰথমে বিশ্বাস কৰিবলৈ আৰু নিজেও বিশ্বাসযোগ্য হ'বলৈ শিকা। তাৰ পাছত অভিযোগ। এইটো কথাইহে এতিয়া তোমালোকৰ আদিপাঠ হোৱা উচিত। বিশ্বাস কৰিবলৈ শিকিলেই আৰু তোমালোকৰ বিশ্বাসযোগ্যতাৰ প্ৰমাণ পালেই এই তিৰোতা মানুহেই তোমালোকক দিব অমৃতময় মহাজীৱনৰ সোৱাদ। তোমালোকক লৈ যাব স্থান কালৰ সীমাৰপৰা বহু ওপৰৰ স্বৰ্গলোকলৈ।

অদিতিয়ে মুখখন মচিলে। চকুপানী ওলাব আৰু চকুপানী মোহাৰিব — এয়েই কথা নেকি? বৈ থাকিলে অথবা চকুপানী মোহাৰি থাকিলেই মানুহৰ দুখ দূৰ হয়নে? বৈ থাকিলেই শেষ হয় নে চকুপানীৰ উৎস? আজি কতদিন ধৰি তাই কতবাৰ চকুপানী টুকিছে, কতবাৰ চকুপানী মোহাৰি মোহাৰি ভাবিছে, এইবাৰেই বোধহয় শেষ। আৰু প্ৰয়োজন নহ'ব চকুপানী টোকাৰ। এই যে, এতিয়া চকুপানী ওলাই আহিল। বুকুখন ভাৰমুক্ত হৈ গ'ল। এতিয়াৰপৰা বুকু ভাৰমুক্ত আৰু পাতল হৈ থাকিব। কিন্তু ক'তা? চকুপানীয়ে কিবা সমস্যাৰ সমাধান কৰিছে জানো? পাৰে জানো, কিবা সমস্যাৰ সমাধান কৰিব? তাই বটলৰপৰা মুখত ঘঁহা ক্ৰিম অকণমান উলিয়ালে। গাখীৰৰ সৰ সানি শুবলৈ অহা অদিতিৰ মুখৰপৰা কেতিয়াবাই চকুৰ পানীয়ে গাখীৰৰ সৰ ধুই লৈ গ'ল। তাই আঙুলিৰ মূৰত লোৱা ক্ৰিমকণ চকু দুটাৰ চাৰিওফালে লাহে লাহে ঘঁহিবলৈ লাগিল। চকুপানী টোকোতে টোকোতে চকু ৰঙা পৰিছে। চকুৰ গুৰি পৰিছে ক'লা। আজিয়েই নহয়। আজি বহুত দিন ধৰি অদিতিয়ে

প্ৰত্যেক দিনেই চকুপানী টুকি আছে। কেতিয়াবা অবিনাশে গম পাইছে, কেতিয়াবা গম পোৱা নাই। কেতিয়াবা গোটেই নিশা অবিনাশে তাইৰ সতে কথা পাতিছে। 'মই আছোঁ, তুমি ভয় কৰিছা কিয়?' অবিনাশৰ বুকুত মূৰ থৈ তাই তাৰ বুকুৰ ঢপঢপনিটো শুনিছে। হয়, অবিনাশ আছে। তাইৰ পৰম বিশ্বাস আৰু আশ্ৰয়ৰ প্ৰতীক হৈ অবিনাশ তাইৰ লগতে আছে। অন্ধকাৰতে তাই খেপিযাই চাইছে অবিনাশক। এযা অবিনাশ। তাইৰ পৰম প্ৰিয়তম অবিনাশ। তাইৰ জীৱনৰ অবিনাশ, তাইৰ প্ৰাণৰ অবিনাশ। 'তুমি মোৰ লগত আছা — মোৰ লগতেই আছা। মোৰ বুকুত এঁযা তোমাৰ মূৰ। তুমি মোৰ বুকুত মূৰ থৈ টোপনি যোৱা বাবেই মই একো কথাই তোমাৰপৰা লুকুৱাব নোখোজোঁ। লুকুৱাম কিদৰে? মোৰ শৰীৰ আৰু মনটোৱে যে তোমাৰ শৰীৰ আৰু মনক সম্পূৰ্ণকৈ চিনি পায। অন্ধকাৰত, তোমাৰ শৰীৰে কথা কয়। তোমাৰ ওঠত উঠে গুণগুণনি। উশাহ খৰস্ৰোতা পাহাৰীযা নৈ এখনৰ দৰে তীব্ৰ হয়। নৈখন অকাই পকাই বৈ যায় মোৰ শৰীৰৰ মাজেৰে। একো বাধাই মানিব নোখোজে। বাধা নমনা দুৰন্ত নৈ এখনক বাধা দি লাভ কি? মযো বাধা নিদিওঁ। কাৰণ জানো, স্বামী স্ত্ৰীৰ ইটো শৰীৰে সিটো শৰীৰক বাধা দিযাৰ কোনো কৌশলেই আজিলৈকে আৱিষ্কৃত হোৱা নাই। সেই তুমি। আমাৰ ইজনৰ শৰীৰৰ বাবে সিজনৰ শৰীৰ প্ৰিয়তম নিমন্ত্ৰিত অভ্যাগত। অভ্যাগতক সন্তুষ্ট কৰা আমাৰ পূৰ্বাপৰ প্ৰচলিত নিয়ম। শৰীৰে কথা ক'বলৈ আৰম্ভ কৰিলে মনৰ খবৰ জানিবলৈ ৰ'ব লগা নহয। অদিতিৰ বুকু তোলপাৰ কৰা সেই খবৰ তাই মুখেৰে জনোৱাৰ আগতেই শৰীৰটোৱে বাৰ্তাবাহী দূত হৈ জনাই দিযে। অবিনাশে কেলেই গম নাপাব? ইমান সহানুভূতি আৰু আকুলতাৰে অদিতিৰ শৰীৰৰ কথা বুজি পোৱা অবিনাশৰ বাবে তাইৰ মনৰ কথা বুজি নোপোৱাৰ কোনো কথাই নাই।

অদিতি আইনাৰ সমুখৰপৰা উঠিল। তাই গৈ খিৰিকিৰ ওচৰত থিয হ'লগৈ। খিৰিকিৰ পৰ্দা কোচাই থোৱা আছে। ৰাতি সাৰ পাই চকুত পৰিব লাগে আকাশ। কিযে এক অভূতপূৰ্ব ৰহস্য ধাৰণ কৰে ৰাতিৰ আকাশে। যেন জীৱন মহাজীৱনৰ সমস্ত ৰহস্যৰে মহিমামণ্ডিত হৈ পৰে ৰাতিৰ আকাশ, আৰু ৰাতিৰ ৰহস্যময় সেই আকাশে নাৰীৰ শৰীৰৰ দৰে কোনোদিনে অতিক্ৰম কৰিব নোৱৰা এক মায়াজালৰ সৃষ্টি কৰে। জীৱন আৰু জগত সম্পৰ্কে মানুহক এটা ধাৰণাও দিয়ে। ৰাতিৰ এই মায়াময় আকাশে মানুহক লৈ যায দৈনন্দিন দুখ সুখ, জাগতিক ধ্যান ধাৰণাৰপৰা বহু ওপৰলৈ। মানুহৰ বাবে তুচ্চ হৈ পৰে গৰ্ব আৰু অহংকাৰ, ক্ষমতা আৰু লালসা। এক মুহূৰ্তৰ বাবে হ'লেও মানুহে বুজি পায় — মানুহৰ বাবে চিৰদিনেই

অবাৰিত হৈ আছে মন্দিৰৰ দুৱাৰ। ইচ্ছা কৰিলেই মানুহে পাব পাৰে এক পৰম প্ৰাপ্তিৰ আস্বাদ। ৰাতি টোপনিৰপৰা সাৰ পাই উঠা অদিতিৰ চকুত আকাশখন পৰে, আৰু তাই ব্যাকুল হয। এতিয়া আকাশখন ক'লা হৈ পৰিছে। বৰ্ষণমুখৰ ডাৱৰে আবৰি ৰখা ৰাতিৰ ক'লা আকাশ। অদিতিৰ প্ৰিয় ক'লা ৰং। সকলো ৰঙৰ সমাহাৰ ক'লা ৰং। আঃ কিমান নিৰাপত্তা। আকাশে কিমান নিৰাপত্তা দান কৰিব পাৰে। জোনটো ডাৱৰে ঢাক খুৱাই থৈছে। তৰাবোৰো দেখা পোৱা নাযায়। উৎকট গৰমেই কয়, শেহ নিশালৈ বৰষুণ দিব। খিৰিকিৰ কাষৰ মধুৰি আম গছজোপাৰ পাত বতাহত কঁপিছে। ক'ৰবাত — বোধহয়, মধুৰি আমৰ গছতেই চৰাই এটাই পাখি কটালিছে। অদিতিয়ে খিৰিকিৰ গ্ৰিলত মূৰ থ'লে, আৰু উদাসভাৱে বাহিৰৰ অন্ধকাৰলৈ চাবলৈ ধৰিলে। তাইৰ প্ৰিয ক'লা ৰঙৰ মাজত বাহিৰত বৈ আছে এখন মোহময জগত। এখন অপৰূপা ধৰণী। মাটিৰ পৃথিৱী। গছ, লতা, চৰাই, চিৰিকটি, জীৱ জডৰে পৰিবৃত মাটিৰ এখন মধুৰতম পৃথিৱী। সময়ৰ আৰম্ভণিৰপৰাই মহান সত্য হিচাপে পৰিগণিত হোৱা প্ৰতিটো কথাই এই পৃথিৱীত কিমান সত্য, আৰু সুন্দৰ। ইযাৰ দুখ সত্য, সুখ সত্য, জ্বালা যন্ত্ৰণা সত্য, হাঁহি আনন্দও সত্য। চৰাইৰ মাত যিদৰে সত্য, ডেউকা ভগা চৰাইৰ ভগা ডেউকাৰ ধপধপনিও সিমানেই সত্য।

অদিতিযে অন্ধকাৰতে বাহিৰখন চাবলৈ যত্ন কৰিলে। আগফালে এজোপা খৰিকাজাঁই ফুলিছে। খৰিকাজাঁইৰ সুবাসে সুবাসিত কৰিছে ৰাতিৰ অন্ধকাৰ। খিৰিকিৰ গ্ৰিলৰ ফাকেৰে তাই বাহিৰলৈ হাত মেলিলে। তাইৰ দুহাত ভৰক সুবাসিত অন্ধকাৰেৰে। এই সুবাসিত অন্ধকাৰতেই যেন লুকাই আছে পৃথিৱীৰ জন্মৰ সেই আদিমতম ৰহস্য। এতিযাও অনাৱিষ্কৃত সেই ৰহস্যৰ সন্ধান। এমুঠি অন্ধকাৰেই যেন কৈ দিব জগত কি, জীৱন কি, প্ৰেম কি আৰু যন্ত্ৰণাইবা কি। যেন এটা সপোন। হাত মেলি খেপিয়াই এমুঠি অন্ধকাৰ বা এটা সপোন ধৰিব পাৰিনে? পাৰিনে? সপোনে জানো ধৰা দিযে? সৌৱা মই দুহাত মেলিলেই ধৰিব পৰাকৈ আৰম্ভণিৰেপৰা চলমান হৈ থকা সময়। আৰম্ভ হোৱা মহাকাল — লাহে লাহে নীহাৰিকা মণ্ডলৰপৰা সৃষ্টি হোৱা পৃথিৱী, পৃথিৱীৰ বুকুত সৃষ্টি হোৱা বতাহ আৰু পানী, অনুজীৱ — স্পষ্ট দেখা পাইছে অদিতিয়ে। সেই সৃষ্টিৰ প্ৰক্ৰিয়া — হয়, হয়, সমগ্ৰ আকাশ, মহাকাশ, বিশ্ব, প্ৰকৃতি এইমাত্ৰ পৰিণত হৈছে এক গভীৰ সম্ভাৱনাময় নাৰীত। যি সৃষ্টি কৰে, লালন পালন কৰে, যি পুষ্টিৰ যোগান ধৰি মহাজীৱনৰ ফালে লৈ যায় মানুহক। সমস্ত জীৱ আৰু জড়ৰ যি জননী সৌৱা, সেই পৰম অপৰাজিতা শক্তিয়ে মেলি দিছে কৃষ্ণ ক'লা আঁচল। অন্ধকাৰতে লুকাই আছে পোহৰৰ সম্ভাৱনা। ক'লা ৰঙৰ

মাজতে লুকাই থাকে সমস্ত ৰং। বতাহ বলিছে। আকাশ ডাৱৰে ঢাকিছে। মাটিৰ পৃথিৱীখনে গুণগুণাইছে। চৰাই চিৰিকটিয়ে পাখি কটালিছে। আকাশৰ ইপাৰৰপৰা সিপাৰলৈ জলকুঁৱৰীৰ পানীৰ গাগৰি লৈ বৈ গৈছে ডাৱৰ। ঠিক যিদৰে গতিশীল অনন্ত সময়। ঠিক যিদৰে সকলোয়েই অস্থিৰ আৰু চলমান। তেন্তে এই চলমান, মহাভাসমান মহাবিশ্বত স্থিৰ কি? সত্য কি?

খিৰিকিৰ লোহাৰ গ্ৰিলৰ ফাকেদি অদিতিয়ে দুযোহাত আগবঢ়াই দিলে। তাইৰ হাত নহয়, যেন গ্ৰিলৰ সৰু ফুটাটোৰে তাইহে ওলাই গ'ল — বাহিৰলৈ। আজি নিশা অবিনাশক উপহাৰ হিচাপে দিবলৈ থোৱা খোপাৰ খৰিকাজাঁইৰ সুবাসটো মাটিৰপৰা আকাশলৈ উঠিল। আৰু অদিতি নামৰ এক পাগলী, কল্পনাবিলাসী নাৰীৰ সতে মহাবিশ্বৰ ফালে ধাবমান হ'ল। তাইৰ নদীৰ দৰে তৰংগায়িত বুকুত বহুত দূৰৈৰ কোনো এক নক্ষত্ৰৰপৰা হাজাৰ হাজাৰ বছৰৰ আগতেই পৃথিৱীলৈ বুলি ঢাপলি মেলা পোহৰৰ কণাৰ প্ৰথম ৰেশ পৰিল। শৰীৰত আছাৰ খাবলৈ ধৰিলে ক'লা ৰঙৰ বৰ্ষণমুখৰ জলীয় বাষ্পৰে পৰিপূৰ্ণ ডাৱৰ কণিকাই। তাই তন্ময় হৈ পৰিল, আৰু গম পালে লোহাৰ গ্ৰিলৰ ফাকেৰে আগবঢ়াই দিয়া তাইৰ দুহাতৰ মুঠিলৈ নামি আহিছে গ্ৰহ নক্ষত্ৰ বিশ্ব, মহাবিশ্ব। এক পৰম অসাধাৰণ শক্তিৰে তাই যেন প্ৰচুৰ শক্তিশালী হৈ পৰিছে। চকু দুটা তাইৰ জিলিকি উঠিল। যেন এইমাত্ৰ আকাশৰ বুকুত দেখা দিয়া সন্ধিয়াৰ শুকতৰা। আৰু সেই শুকতৰাৰ পোহৰতে তাই দেখিলে, তাইৰ অঞ্জলিবদ্ধ দুহাতত থকা মহাবিশ্বৰপৰা পোহৰৰ এক প্ৰবল তৰংগ বিচ্ছুৰিত হৈছে। তাইৰ ওঠ দুটা কঁপিল, আৰু বৰ লাহে লাহে উচ্চাৰণ কৰিলে। 'মই প্ৰেমত পৰিছোঁ।' তাইৰ ওঠৰ শব্দ কেইটা এক অমোঘ মহাবাণীৰ দৰে শুনা গ'ল। 'মই প্ৰেমত পৰিছোঁ এক পৰম শক্তিৰ। সেই শক্তি, যাৰ নাম যন্ত্ৰণা।' তাই চকু দুটা মুদিলে। অনুভৱ কৰিবলৈ হ'লে দুচকু মুদ খাবই লাগিব। 'কাৰণ মই জানো, যন্ত্ৰণা যিমানেই গভীৰ হয়, অনুভৱো সিমানেই গভীৰ হয়, আৰু প্ৰেমো হয় সিমানেই গভীৰ। মই এক ভয়ংকৰ যন্ত্ৰণাৰ মুখামুখি হৈছোঁ, আৰু মোৰ হৃদয হৈ পৰিছে ৰক্তাক্ত। এই চলমান বিশ্বত সকলোৰেই যিহেতু অস্থিৰ আৰু গতিশীল, ইয়াত একমাত্ৰ সত্যই স্থিৰ। যন্ত্ৰণাই একমাত্ৰ সত্য। যি ধাৰণ কৰে প্ৰেম। মই প্ৰেমৰ সেই পৰম শক্তি কামনা কৰোঁ।' যেন অদিতিৰ মুখৰপৰা নহয়, শব্দকেইটা উচ্চাৰিত হ'ল মহাবিশ্বৰ কোনো এক প্ৰাচীন নক্ষত্ৰৰ বুকুৰপৰা, শব্দকেইটা উচ্চাৰিত হ'ল মহাকালৰ আৰম্ভণিৰ বিন্দুৰপৰা, মহানিনাদৰ লগে লগে সৃষ্টিৰ প্ৰক্ৰিয়া আৰম্ভ হোৱাৰ দৰে। যেন শব্দকেইটা ওলাই আহিল কোনো এক সদ্যগৰ্ভা মাতৃৰ জঠৰত ঠাই লোৱা

ভ্ৰূণৰ মাজৰপৰা। অদিতিয়ে চকু মুদিলে, আৰু গম পালে, তাইৰ প্ৰিয় ক'লা ৰংটো সৃষ্টি হ'বলৈ আৰম্ভ কৰিছে। সকলো ৰং একত্ৰিত হৈছে। সকলো ৰঙৰ বুকুতে সৃষ্টি হৈছে হেঁপাহ আৰু আকুলতা। ঠিক যিদৰে পথাৰত গজিবলৈ আৰম্ভ কৰে শস্য। প্ৰতিটো ৰঙেই কথা ক'বলৈ আৰম্ভ কৰিছে। মাতৃৰ জঠৰত প্ৰাণৰ স্পন্দন এইমাত্ৰ আৰম্ভ হৈছে নে, মহানাদৰে এইমাত্ৰ আৰম্ভ হৈছে সৃষ্টিৰ প্ৰক্ৰিয়া?

দুহাত প্ৰসাৰিত কৰি চকু মুদি খিৰিকিৰ কাষত ৰৈ থাকিল অদিতি। বৰ লাহে লাহে সময়বোৰ পাৰ হৈ যাবলৈ ধৰিলে। সময় পাৰ হৈ যোৱাৰ কথাটো অদিতিয়ে মাথো অনুভৱ কৰি থাকিল। এনেকৈয়েই বৰ নিশ্চল গতিত পাৰ হৈ গৈ থাকক সময়। হয়তো, ইয়াৰে কোনোবা এটা মুহূৰ্ত আৰু নিশ্চল হৈ পৰিব। আৰু সেই নিশ্চল মুহূৰ্তটো আহি অদিতিৰ বুকুৰ খাঁজত সোমাই পৰিবহি। স্থান, কাল, পাত্ৰ আৰু শৰীৰৰপৰা মুক্ত হৈ তাইৰ বুকুৰ খাজত আশ্ৰয় লোৱা সময়ৰ সেই এটি মুহূৰ্তই তাইক অমৰ কৰিব। অমৰত্ব প্ৰদান কৰিব মানুহৰ প্ৰেমক। মানুহক কৰিব মানুহ — অমানুহকো কৰিব মানুহ। মানুহক মানুহ হিচাপে অমৰ কৰাত প্ৰেমৰ কি শক্তিশালী অপৰাজেয় হাত। তাইৰ সমগ্ৰ শৰীৰ আৰু সত্তাত এক জোকাৰণি উঠিল। তাই বৰ আকুলভাৱে আকৌ উচ্চাৰণ কৰিলে কেইটামান শব্দ —'মই চিত্ৰকৰ পূৰ্ণেন্দুৰ প্ৰেমত পৰিছোঁ। হয়, হয়, মই তেওঁৰ প্ৰেমতে পৰিছোঁ। মই তেওঁৰ সেই সত্তাক ভাল পাইছোঁ, যিটো সত্তাই মানুহক ভাল পায। তেওঁৰ সেই মানুহক ভাল পোৱা সত্তাটোক মই মোৰ প্ৰেমেৰে এক মুহূৰ্তৰ বাবে হ'লেও স্থান, কাল, পাত্ৰ আৰু শৰীৰৰ উৰ্ধলৈ লৈ গৈ সময়ৰপৰা নিজকে মুক্ত কৰিব খোজোঁ। মোৰ বিশ্বাস আৰু অহংকাৰ যে, মই এই ক্ষেত্ৰত কৃতকাৰ্যতা লাভ কৰিব পাৰিম। কাৰণ, মই আজি এক অপৰাজেয় শক্তি আহৰণ কৰিছোঁ —

খিৰিকিৰ সমুখত দুহাত মেলি অদিতি বৰ আকুলভাৱে ৰৈয়েই থাকিল। আকাশত ডাৱৰবোৰ ঘন হ'বলৈ ধৰিলে। দুছাটি এছাটি বিজুলী মাৰিবলৈ আৰম্ভ কৰিছে। ক'লা ৰঙৰ মাজত জিলিকি পৰিছে আকাশ। ৰাগি লাগিছে কাৰ গাত? আকাশৰ গাত নে অদিতিৰ গাত? 'প্ৰেম জানো কেৱল এক ৰাগি? সুৰাপানৰ আনন্দ? আচলতে প্ৰেম কি?' কাক প্ৰশ্ন কৰিছে অদিতিয়ে? আকাশক নে মাটিৰ পৃথিৱীক? ক'লা ডাৱৰক, নে চমকি উঠা বিদ্যুল্লতাক? কাক প্ৰশ্ন কৰিছে? বতাহ জাকক নে, মধুৰি আমৰ ডালত বহি পাখি কটালি থকা চৰাইহালক? 'সুৰাপানৰ আনন্দ এক নিৰ্দিষ্ট সময়সীমাৰ মাজত আবদ্ধ। প্ৰেম? প্ৰেম কি? প্ৰেম জানো কেৱল এক ৰাগি? কেৱল বুকুৰ গধুৰতা? কেৱল মনৰ উখল মাখল তৰংগ?

কেৱল আকুলতা? অদিতিয়ে প্ৰশ্ন কৰিলে নিজকে। নিজৰ বুকুখনকে। শৰীৰৰ কোন অংশত থাকে প্ৰেম? নে, শৰীৰ আৰু মন উভয়তেই প্ৰেমৰ অৱস্থান? সময়ৰ দৰে যি গতিশীল, যাৰ আৰম্ভণি আছে অথচ শেষ নাই, যি সকলো দুখ যন্ত্ৰণা, সুখ আনন্দৰ ৰং ধাৰণ কৰি কেৱল কৃষ্ণবৰ্ণ হয়? নে প্ৰেম সাগৰৰ বুকুৰ সেই উত্তাল দুৰ্বাৰ উৰ্মিমালা? 'আপুনি মোৰ ওচৰলৈ এবাৰ নাহে কিয় ছাৰ? এবাৰ আপুনি আহকচোন। আপোনাক এবাৰ দেখা পাবৰ বাবে মই বৰ ব্যাকুল হৈ আছোঁ। নে, আপুনি দূৰৈত থকাই মোৰ বাবে ভাল? টেলিফোনত যাৰ মাত শুনি আশ্বাস পাব পাৰি, যাৰ চিঠি পঢ়ি চকু চলচলীয়া কৰিব পাৰি, যাক নিৰন্তৰ পূজা কৰি থাকিব পাৰি, অথবা কল্পনাতে স্পৰ্শ কৰি থাকিব পাৰি যাৰ চৰণ।' অদিতিয়ে আকাশখনকে উদ্দেশ্য কৰি কথা কেইটা ক'লে। 'মোৰ কি হৈছে মই নাজানো। বোধহয়, মই বৰ সামান্য নাৰী বাবেই এই ক্ষুদ্ৰ ক্ষুদ্ৰ আৱেগবোৰৰ ওপৰলৈ যাব পৰা নাই। মাজে মাজে তীব্ৰ ইচ্ছা হয় আপোনাক লগ পোৱাৰ। মাজে মাজে ভাবো, নাই এয়েই ঠিক। এয়েই ভাল। ছাৰ, মই নতজানু হৈ আপোনাৰপৰা প্ৰেমৰ সেই দুৰ্বাৰ শক্তি ভিক্ষা কৰিছোঁ। আপুনি মোৰ অঞ্জলিবদ্ধ দুহাত ওপচাই দিয়ক সেই বিশাল শক্তিৰে।' আকাশখনৰ লগত তাই কথা পাতি থাকিবলৈ ধৰিলে। বৰষুণৰ আগন্তুকৰে নহয়, তাইৰ ওঠৰপৰা উচ্চাৰিত হোৱা প্ৰতিটো শব্দৰেহে আকাশখন যেন তোলপাৰ হৈছে। কেৱল আকাশেইনে? অদিতি উচপ খাই উঠিল। নহয়, নহয়। কেৱল আকাশেই তোলপাৰ হোৱা নাই। দূৰৈত থকা পূৰ্ণেন্দুৰ বুকুখনৰ মাজতো ভূইকঁপৰ দৰে এক তীব্ৰ হেন্দোলনি আৰম্ভ হৈছে। বুজি পাইছেনে? বুজি পাইছেনে পূৰ্ণেন্দুৱে — সেই তীব্ৰ হেন্দোলনিৰ, সেই উত্তাল, দুৰ্বাৰ উৰ্মিমালাৰ উৎস বিন্দু ক'ত? কোন নক্ষত্ৰৰ বুকুত? বুজি পাইছেনে? তাই নিজৰ বুকুখনত হাত দিলে। সেই নক্ষত্ৰ ইয়াত আছে। মই জানো, ইয়াতেই আছে। 'এইখন মোৰ বুকু। আপুনি মোৰ পৰম অভ্যাগত। নক্ষত্ৰ ধাৰণ কৰা মোৰ এই বুকুখন বৰ বহল আৰু উমাল। মই সমস্ত আন্তৰিকতাৰে মোৰ বুকুৰ মাজলৈ আপোনাক নিমন্ত্ৰণ জনাইছোঁ।'

অদিতিৰ চকু আকৌ চলচলীয়া হ'ল। তাইৰ বুকুৰ মাজৰপৰা চকুপানীবোৰে আকৌ বাট বিচাৰিবলৈ ধৰিলে। তাই অনুভৱ কৰিলে — তাই যেন বৰ নিৰাপদ। সকলো ধৰণৰ অমংগলৰপৰা তাই ৰক্ষা পাইছে। তাইৰ হাতত আছে প্ৰেমৰ সেই বিশাল শক্তি —, অমংগলৰ আঘাতত বাৰম্বাৰ ভাগি চুৰমাৰ হোৱা পৃথিৱী নতুনকৈ গঢ় দিব পৰাকৈ এক পৰম শক্তি। এইবাৰৰ এই চকুপানী বুকুৰ মাজৰ সমস্ত মহাভাৰ নোহোৱা কৰি দিবলৈ যথেষ্ট। লাগে, লাগে। মাজে মাজে এনেকুৱা চকুপানীও মানুহক লাগে।

অদিতিয়ে খিৰিকিখন বন্ধ কৰিলে। বতাহ বেছিকৈ বলিবলৈ লৈছে। বিজুলীয়ে পোহৰাই পেলাইছে আকাশ। বতাহত খিৰিকিৰ পৰ্দাখন উৰি আহি তাইৰ গাত খুন্দা মাৰিছেহি। বিজুলীৰ লগে লগে গাজনি। বৰষুণ দিবই এতিয়া। আহক — আহক। এজাক বৰষুণ আহক। এজাক শুকান বুকু জীপাল কৰা হেঁপাহৰ বৰষুণ আহক। ধুই নিয়ক মানুহৰ নিৰন্তৰ হাহাকাৰ। মানুহক মানুহ আৰু অমানুহকো মানুহ কৰিবলৈ এজাক বৰষুণৰ প্ৰয়োজন হৈছে।

শোবনি কোঠালৈ অবিনাশ সোমাই আহিল। সি পঢাশুনা সামৰি আহিছে। খিৰিকিৰ মুখৰপৰা গৈ অদিতি বিছনাত পৰিলগৈ। লাইট নুমুৱাই অবিনাশো বিছনালৈ আহিল। 'ইমান সময়লৈকে তুমি শোৱা নাই?' সি সুধিলে। সুধিবৰ কথাই। অবিনাশ বিছনালৈ অহাৰ বহু আগেয়েই তাই বিছনাত পৰে, আৰু টোপনি যায়। প্ৰয়োজন সাপেক্ষে অবিনাশে তাইক জগাই লয়।

'টোপনি অহা নাই —' তাই অবিনাশৰ বুকুৰ ওচৰ চাপিল।

'ইমান অস্থিৰ হৈ আছা কিয়?' অবিনাশে সুধিলে।

'মই আকাশ চাই আছিলো —'

'তুমি পাৰা। যি বিচাৰিছিলা পালানে আকাশত?'

'পালোঁ, পালোঁ' তাই অবিনাশৰ বুকুত মূৰ থ'লে। 'গম পোৱা নাইনে মই আকাশত কি বিচাৰিছিলোঁ। গম পোৱা নাইনে, মই পালোঁনে নাই?' তাই মুখখন অবিনাশৰ বুকুত অবিৰাম ঘঁহিবলৈ লাগিল। 'কোৱাচোন, কোৱাচোন কি গম পাইছা, কি গম পাইছা। মই জানো, মোৰ মনৰ প্ৰতিটো খবৰেই তুমি জানা।' অদিতি যেন অবিনাশৰ বুকুৰ একেবাৰে ভিতৰলৈহে সোমাই যাব। মোক তুমি ধৰি থাকাচোঁন। মোক হেৰাই যাবলৈ নিদিবা। তুমি ধৰি নাথাকিলে মই হেৰাই যাম, মই মৰি যাম। জানানে, জানানে তুমি, মই চিত্ৰকৰ পূৰ্ণেন্দুৰ প্ৰতি অনুৰক্ত হৈ পৰিছোঁ। তোমাৰপৰা পৰিপূৰ্ণ প্ৰেম পায়ো কিয় মই সেইজন মানুহৰ প্ৰতি অনুৰক্ত হ'লো? তুমি মোক ৰাখিব নোৱাৰিলা কেলেই?' শেষৰ কথা কেইটাত উচুপনিটোহে বেছি স্পষ্ট হৈ পৰিল। সময়টো বোধহয় বেয়া হ'ল। এই সময়ত অবিনাশে নহয়, তাৰ শৰীৰে কথা কোৱাৰ সময়। তথাপিও সি বৰ আলফুলে তাইৰ পিঠিত তাৰ হাত থ'লে। সহানুভূতি আৰু মৰমেৰে সিক্ত হৈ আছে সেই হাত এতিয়াও। অদিতিয়ে বুজি পালে। সদায়েইতো এই দুহাত মোৰ বাবে প্ৰচুৰ ভালপোৱা আৰু সহানুভূতিৰে সিক্তই হৈ আছিল। 'ওহো, মই বিশ্বাস নকৰোঁ।' অবিনাশে ক'লে। মই এইবাবেই বিশ্বাস নকৰোঁ যে, প্ৰেমৰ শক্তিৰ ওপৰত মোৰ সম্পূৰ্ণ আস্থা আছে।' মোৰ প্ৰেমে

তোমাক মোৰ ওচৰৰপৰা কলৈকো যাবলৈ সুবিধা কৰি নিদিয়ে।'

'তেন্তে, মোৰ যে হৃদয় তোলপাৰ হৈছে, কথাটো কি?' অবিনাশৰ বুকুৰপৰা মুৰটো আঁতৰাই ননাকৈয়ে তাই প্ৰশ্নটো কৰিলে।

'তুমি চিত্ৰকৰ পূৰ্ণেন্দু নহয়, তেওঁৰ সত্তাক ভাল পাইছা। তোমাৰ তেওঁৰ প্ৰতি যি অনুভৱ, মোৰো সেই একেই অনুভৱ। যিহেতু আমি দুয়ো পুৰুষ, সেয়ে মোৰ অনুভৱৰ ধৰণটো বেলেগ। মানুহজনৰ ব্যক্তিত্ব, বিশালতা, জীৱনৰ প্ৰতি দৃষ্টিভংগী — এইবোৰৰ প্ৰতি কোন আকৃষ্ট নহৈ পাৰে?'

'কিন্তু — কিন্তু —'

'এইটোও হ'ব পাৰে, যে, তোমাৰ ব্যক্তিত্বৰ প্ৰতিও তেখেত আকৰ্ষিত হৈছে।'

'উচিত হৈছে জানো? প্ৰেমৰপৰা শৰীৰ পৃথক কৰিব পাৰি জানো?' অদিতিয়ে আকৌ সুধিলে।

'হয়তো নোৱাৰি। অথবা পাৰি। মই নাজানো।' অবিনাশে ক'লে। 'ভাল পোৱা যিকোনো বস্তুকে চুই চাবলৈ মন যোৱাটো স্বাভাৱিক। কিন্তু জোন বা তৰাক ভাল পাওঁ বুলি আমি চুই চাবলৈ আকাংক্ষা নকৰাটোও সমানেই স্বাভাৱিক।'

'তোমাৰ ঈৰ্ষা হোৱা নাইনে?'

'ঈৰ্ষা কৰাৰ একো কাৰণ মই বিচাৰি পোৱা নাই।'

'মই যদি মানুহজনৰ প্ৰতি সম্পূৰ্ণভাৱে অনুৰক্ত হৈ পৰোঁ?'

'তুমি কি বুজাব খুজিছা মই বুজি পোৱা নাই। চুম্বকীয় ব্যক্তিত্ব এটা তেখেতৰ আছে, বিশাল হৃদয় এখন আছে; সুন্দৰ ছবি আঁকিব পৰা ক্ষমতা এটা আছে, কেৱল তুমিয়েই নহয়, এই ধৰণৰ সজগুণৰ প্ৰতি সকলোৱেই অনুৰক্ত হোৱা উচিত। তুমি যদি ঘৃণাৰ বিপৰীত শব্দ প্ৰেমৰ কথা কৈছা, তেন্তে তেখেতৰ সৈতে সেই প্ৰেম হ'বলৈ হ'লে বৰ্তমান অৱস্থাত তুমি মোক ঘিণ কৰিব লাগিব। মোৰ প্ৰতি তোমাৰ বিৰাগ জন্ম হ'ব লাগিব। যিটো তুমি কেতিয়াও নোৱৰা। শুই থাকা। ৰাতি বহুত হ'ল।'

অবিনাশৰ ওঁঠে কথা ক'বলৈ লাগিছে। তাৰ শৰীৰতো সেই কথাৰেই গুণগুণনি। এতিয়া অবিনাশৰ শৰীৰে কথা কোৱাৰ সময়। তাইৰ বুকুত অবিনাশৰ ওঁঠ। আঃ আঃ। তাইৰ শৰীৰত এনে কি অংগ আছে য'ত অবিনাশৰ ওঁঠৰ স্পৰ্শ পৰা নাই? লাহে লাহে অদিতি ব্যাকুল হৈ উঠিছে। সাতচল্লিছ বছৰতো তাই ইমান ব্যাকুল হ'ব পাৰেনে? এই ব্যাকুলতা জানো চৌবিশ বছৰৰ প্ৰাত্যহিকতা? এই ব্যাকুলতা আচলতে কি? প্ৰতিটো মুহূৰ্তই এতিয়া সুবাসিত হৈ পৰিছে তাইৰ খোপাৰ খৰিকাজাঁইৰ

সুবাসেৰে। প্ৰতিটো মুহূৰ্তই এতিয়া, মাথো অদিতিকে নিৰীক্ষণ কৰি আছে। তাই এতিয়া কেৱল তেজ মঙহ, সিৰা উপসিৰা, আৱেগ অনুভূতি সম্বলিত এক শৰীৰেই হৈ থকা নাই। তাই হৈ পৰিছে সময় — অনন্ত কালৰপৰা প্ৰবহমান সেই নিৰবচ্ছিন্ন সময় —, যি কেৱল সময়ৰ বাদে অইন একোৱেই নহয়।

শৰীৰে কথা ক'বলৈ আৰম্ভ কৰিলে মুখৰ কথাৰ কি অৰ্থ থাকে? তাইৰ আৰু অবিনাশৰ শৰীৰ দুটাই কথা ক'বলৈ আৰম্ভ কৰিছে। পৰ্বতৰ শৃংগত আৰোহণ কৰাৰ পাছত আৰু ওপৰলৈ যোৱাৰ উপায় নাথাকে। শৃংগত উঠাৰ পাছত থাকে তললৈ নামি অহাৰ অৱসাদ। অৱসাদগ্ৰস্ত মাতেৰে অবিনাশে অদিতিক সুধিলে —

'ছাৰলৈ চিঠিখন লিখিলা?'

'নাই লিখা।' অদিতিয়ে ক'লে।

'তেখেতে তোমাক চিঠি এখন লিখিবলৈ কৈছিল।'

'নিলিখোঁ বুলি ভাবিছোঁ।'

'কিয় নিলিখিবা?'

'মন যোৱা নাই। লিখিবলৈকো একো কথা নাই।'

'নহয় লিখিবা। নহ'লে তেখেতে বেয়া পাব।'

'পালেও পাওক। মই লিখিব নোৱাৰোঁ।'

'তুমি নুবুজা কিয়?'

'কি লিখিমনো ?'

'লিখিবা, পৰম পূজনীয় ছাৰ —' অবিনাশৰ মাতটো নোহোৱা হ'ল। তাৰ টোপনি আহিল।

॥২॥

'পৰম পূজনীয় ছাৰ —'

অদিতিয়ে চিঠিখন লিখিবলৈ আৰম্ভ কৰিলে। অবিনাশ অফিচৰপৰা অহা নাই। অফিচৰ কথা। মাজে মাজে মিটিং থাকে। মাজে মাজে ওপৰৱালা বিষয়া আহে —, কেতিয়াবা মন্ত্ৰী। কেতিয়াবা অফিচতে সি গম পায় যে, অমুক ঠাইত কবিতা পাঠৰ অনুষ্ঠান এটা আছে —, অদিতিলৈ টেলিফোন কৰিলে, আৰু বাহিৰে বাহিৰেই গৈ নিৰ্দিষ্ট ঠাইত উপস্থিত হ'লগৈ। কেতিয়াবা গম পালে, লগৰে এজনৰ অসুখ বা কাৰোবাৰ জীয়েকৰ বিয়া, তাৰ নিৰহনিপানী খাটনি। আজি গৈছে ঘৰৰপৰা পঞ্চাশ কিল'মিটাৰ আঁতৰৰ চহৰ এখনত থকা তাৰ হাইস্কুলীয়া জীৱনৰ শিক্ষক

এজনৰ অসুখৰ খবৰ ল'বলৈ। তাৰপৰা দহ কিল'মিটাৰ আঁতৰত সিহঁতৰ ঘাই ঘৰ পৰে। তালৈকো যাব। সাতে সোতৰই মিলি আজি অবিনাশ উলটি আহি ঘৰ পোৱাত পলম হ'ব।

অদিতিৰ ক্লাছ আছিল আগবেলাতেই। দুটা ক্লাছ একেৰাহে কৰি, কমন ৰুমত অকণমান জিৰণি লৈ তাই সোনকালেই আহি ঘৰ পালেহি। জেঠ মাহৰ মাজভাগ। ঘৰত কিতাপ কেইটা থৈ তাই বজাৰলৈ ওলাই গ'ল, আৰু দুই এপদ সৰু সুৰা বস্তুৰ বজাৰ কৰিলেগৈ। বোধহয় সেই বাবেই তাইৰ গৰম লাগিছে বেছি। ঘৰলৈ আহি তাই আকৌ এবাৰ গা ধুলে। গৰম নকমিল। সাবিত্ৰীয়ে বাটি দিয়া ভাত খালে, আৰু ফেনৰ তলত দীঘলীয়াকৈ এঘুমটি শুলেৰো। লাহে লাহে বেলিয়ে লাহ দিলে। টোপনি ভগাৰ পাছতো তাই কিছুপৰ বিছনাতে বাগৰি থাকিল। অবিনাশো ঘৰত নাই। সাবিত্ৰীয়ে টি ভি বন্ধ কৰি ঘৰৰ সৰুসুৰা কামকেইটামান কৰিছে। ঘৰটোত এতিয়া আবেলিৰ লাহ দিযা বেলিৰ নিৰ্জনতা। আৰু একো নাই। আনকালে মধুৰি আমৰ গছত শালিকা চৰাই কেইটামানে চেকচেকাই থাকে। আজি সেইকেইটাও কেনিবা গ'ল।

ফেনৰ তলত অদিতি বহু সময় এনেযেই বাগৰি থাকিল। গধুৰ গধুৰ লাগিছে। বোধহয় শকত হৈ আহিছে বাবেই। তাইৰ বিছনাৰপৰা উঠিবৰ মন নগ'ল। যেন সন্ধিয়া হোৱালৈকে বিছনাত বাগৰিয়েই থাকিব। অৱশ্যে মূৰটোও তাইৰ বিষাইছে। তাই টোপনিৰ জড়তা ভৰা মাতেৰে সাবিত্ৰীক চিঞৰিলে —'সাবিত্ৰী, একাপ চাহ। কাঢ়াকৈ।'

চাহ আহিল। অদিতি বিছনাতে বহিল। তাই এখন চিঠি লিখিব লাগে। পূৰ্ণেন্দুলৈ। কি কথা আছেনো লিখিবলৈ — যি কথা এতিয়াও তাই পূৰ্ণেন্দুক আৰু পূৰ্ণেন্দুৱে তাইক কোৱা হোৱা নাই? আৰু চিঠি এখন লিখিব পৰাকৈ তাইৰ মনৰ বল দেখোন গোট খোৱাই নাই। অবিনাশে কৈ আছে —'লিখিলানে চিঠিখন?'

'নাই লিখা।' তাই উত্তৰ দিছে।

'কিয় নাই লিখা?' অবিনাশে সুধিছে। 'আজি এসপ্তাহ হ'ল, তুমি চিঠিখন লিখিবলৈ সময় পোৱা নাইনে? কি ভাবিব মানুহজনে? তেখেতক অপমান নকৰিবা।'

'মান অপমানৰ কথা নহয়। মই সময় পোৱা নাই।' অদিতিৰ উত্তৰ।

'কি কৰিছানো?'

'কি কৰিছো মানে?' তাইৰ খঙেই উঠিব খোজে। 'দেখা নাই তুমি? ক্লাছৰ পঢ়া, ঘৰুৱা কাম, বাবলী, বাপনৰ চিন্তা।'

'হয় নেকি? তেন্তে টেলিফোনকে নকৰা কিয়? তেখেতে ভাল পাব।'

টেলিফোন তাই নকৰাকৈ থকা নাই। যেতিয়াই মন গৈছে, অথবা তাই যেতিয়াই অস্থিৰ হৈছে, তেতিয়াই তাই পূৰ্ণেন্দুলৈ টেলিফোন কৰিছে। মানুহজনৰ কণ্ঠত এক যাদু আছে। এক চুম্বকীয় গুণ। মাতটো শুনিলে তাইৰ ভাল লাগে। বাহিৰৰ আৰু ভিতৰৰ — দুইজনী মানুহেই বহুত পৰলৈকে কঁপি থাকে। আৰু সেই যাদুকৰী মাতটো শুনিবলৈকে তাই পূৰ্ণেন্দুলৈ সঘনাই টেলিফোন কৰে। মাতটো শুনিলে তাই আশ্বাস এটা পায়। 'অদিতি, কোৱা —' পূৰ্ণেন্দুৱে টেলিফোনৰ সিপাৰৰপৰা তাইক কয়। 'তোমাৰ ভাল?' 'মোৰ ভাল। আপোনাৰ খবৰ কওক।' অদিতিয়ে উত্তৰ দিয়ে। 'মোৰ ভাল। চিঠি লিখিলা?' 'নাই লিখা' তাই কয়। 'কিয় নাই লিখা?' পূৰ্ণেন্দুৱে সোধে। 'মোৰ তোমালৈ বৰ মনত পৰি আছে অদিতি।' দূৰৈৰপৰা পূৰ্ণেন্দুৰ আকুল মাতটো ভাহি আহে। 'মই তোমাক ভাল পাওঁ। শুনিছানে তুমি, তোমাক মই বৰ ভাল পাওঁ। তুমি বৰ সুন্দৰ।' টেলিফোনৰ ইটো পাৰত বৰ বিমূঢ়ভাৱে অদিতি ৰৈ থাকে। তাই কথা ক'ব নোৱৰা হয়, আৰু বৰ অসহায়ভাৱে মানুহজনৰ কথা শুনি থাকে।

মানুহজনৰ মোহনীয় কণ্ঠত আছে যাদুকৰী শক্তি। সেই কণ্ঠ যেতিয়া তেখেতৰ বিশাল ব্যক্তিত্বৰ সতে সাঙোৰ খাই পৰে তেতিয়া মানুহজন আকাশৰ সমান হৈ পৰে। লাহে লাহে অদিতি ব্যাকুল হৈ পৰে। যেন তাই ক'ৰবালৈ গৈ আছে। যেন মানুহজনৰ কণ্ঠৰ সেই যাদুকৰী শক্তিয়ে তাইক ৰোগ, তাপ, জৰা মৃত্যুহীন এখন দেশলৈ লৈ যায়, আৰু তাইক আপোন পাহৰা কৰে। অদিতি বহুপৰ তন্ময় হৈ ৰৈ থাকে। কি হৈছে? উস, মোৰ কি হৈছে? এজন মানুহৰ ব্যক্তিত্ব ইমানেই বিশাল হ'ব পাৰেনে যে, মোৰ যে দুটা প্ৰাপ্তবয়স্ক ল'ৰা-ছোৱালী আছে, সেই কথাও মোক মাজে মাজে পাহৰাই দিয়ে। কিয় এনে হৈছে? উচিত হৈছেনে এনেকুৱা হোৱা? যিজন মোৰ পিতৃ হ'ব পাৰিলেহেঁতেন, সেইজনৰ বাবে এই বয়সত মোৰ এই ব্যাকুলতা কিয়? মোৰ সমুখত আছে মোৰ পৰিপূৰ্ণ সংসাৰ। মই বাৰু পৰিপূৰ্ণ কাৰণেই মোৰ ভঁড়াল চিৰদিন মেটমৰা হৈ থকাৰ কথা ভাবো নেকি? কাৰণ, যাৰ ভঁড়ালেই নাই সি ভঁড়াল ভৰোৱাৰ কথা ভাবিব কিদৰে? এটাৰপৰা দুটা, দুটাৰপৰা চাৰিটা — মেটমৰা ভঁড়ালৰ অধিকাৰী হ'বলৈ আকাংক্ষা নকৰে কোনে? পৃথিৱীৰ প্ৰেমেৰে মই মোৰ ভঁড়াল পৰিপূৰ্ণ কৰাৰ সপোন দেখোঁ। পৰিপূৰ্ণভাৱে ভঁড়াল ভৰি থাকিলেহে মানুহ দৰিদ্ৰ হোৱাৰপৰা হাত সাৰিব পাৰে। দুখ দুৰ্যোগ আহিলেও কষ্টত পৰিব নালাগে।

চাহকাপ শেষ কৰি বহুত পৰৰ পাছত অদিতি বিছনাৰপৰা উঠিল। আবেলি হ'লেই। বেলিটো পশ্চিমলৈ হালিল। চৰাই কেইটামানে আবেলিৰ শেষ ৰ'দজাকত চোতালৰ আগত ধূলি খেলাত মত্ত হৈছে। অবিনাশ এতিয়াও অহা নাই। পলম হ'ব বুলি তাই জানে। সি ওচৰত নাথাকিলে তাই বৰ অসহায় অনুভৱ কৰে। ওচৰত থাকিলে তাই সাহস এটা পায়। আজি বহু বছৰ ধৰি অবিনাশে তাইক সাহসৰ যোগান ধৰি আহিছে। দুৰ্যোগৰ সময়ত সিহঁত দুয়োটাই দুয়োটাৰে সাহস আৰু অৱলম্বন হৈছে। যোগান ধৰিছে প্ৰত্যয় আৰু দৃঢ়তাৰ। তাইক এতিয়া প্ৰয়োজন হৈছে সাহসৰ। সেয়ে এক মুহূৰ্তও সি ওচৰত নাথাকিলে তাইৰ ভাব হয়, এইমাত্ৰ মহাপ্ৰলয় আৰম্ভ হ'ব। শেষ হ'ব সৃষ্টি। একো নাথাকিবগৈ। থাকিব মাথোন অন্তহীন হাহাকাৰ।

ঘটংকৈ বাহিৰৰ জপনাত শব্দ হ'ল। তাই উৰুলিকৃত হৈ পৰিল। অবিনাশ আহিছে। ইমান সোনকালে আহিলনে অবিনাশ? ইমান সোনকালে অহাৰ কথা নাছিল দেখোন। আহিল যদি ভালেই হ'ল। খোজৰ চিনাকি শব্দটো শুনিবলৈ তাই উৎকৰ্ণ হ'ল। সাবিত্ৰী সোমাই আহিল। 'ছাৰ আহিল নেকি?' অদিতিয়ে সুধিলে। 'ছাৰ নহয়। কাগজ দিয়া ল'ৰাটো।' তাই ক'লে। সাবিত্ৰীয়ে কলিকতীয়া কাগজখন তাইলৈ আগবঢ়াই দিলে। কলিকতীয়া কাগজ এইখিনি পাওঁতে আবেলি হয়, গুৱাহাটীৰ কাগজহে আগবেলাতেই পোৱা যায়। কাগজখনলৈ এবাৰো কেৰাহিকৈ নোচোৱাকৈ অদিতি বিছনাখনতে বহি থাকিল। গৰমত গা ঘামিছে। মূৰৰ ওপৰত ফেন চলিছে যদিও কোঠাটোৰ বতাহখিনিও গৰম হৈ পৰিছে। নিয়মমতে অদিতিয়ে এতিয়া গা ধুই চুলি ফণিয়াব লাগে। খোপাত গুজিব লাগে ঋতুৰ খৰিকাজাঁই। পিন্ধি থকা কাপোৰ সলাই বেলেগ এসাজ কাপোৰ পিন্ধিব লাগে। আৰু তাৰ পাছত ওলাই যাব লাগে আগফালৰ বাৰাণ্ডালৈ। নাইবা, হাতত বিচনীখন লৈ পদুলিমূৰলৈ। তাই পদুলিমূৰলৈ ওলালেই ওচৰঘৰীয়া দুই এজনী তিৰোতা মানুহো ওলাই আহিব। শাকখোৱা, ভাত খোৱা কথা ওলাব। গৰমৰ কথা ওলাব। কোনোবা এজনীয়ে তাৰ মাজতে আদি ৰসেৰে পৰিপূৰ্ণ কথা এষাৰ ক'ব। কথাষাৰ ওঁঠে ওঁঠে বাগৰি তামোলৰ সেলেঙি লগাৰ দৰে পাগ লাগিব। সেই যে ঘটনাটো — প্ৰণতি নামৰ ভদ্ৰমহিলা গৰাকীৰ সেই ঘটনাৰ ঢৌ সৰু চহৰখনত এতিয়াও মাৰ যোৱা নাই। প্ৰণতিক অদিতিয়ে জানে। নিজতকৈ দহবছৰৰ সৰু ডেকা এজনৰ সৈতে বৰ্তমান তেওঁ মতলীয়া। ল'ৰা-ছোৱালী ডাঙৰ হৈছে আৰু গিৰিয়েকে পাগলৰ দৰে ইঘৰে সিঘৰে কথাবোৰ কৈ ফুৰিছে। বিশ্বস্ত সূত্ৰৰপৰা গম পোৱা খবৰৰ মতে ডেকা

ল'ৰাটোৰ সতে প্ৰণতিক শোৱনি কোঠাত আপত্তিকৰ অৱস্থাত আৱিষ্কাৰ কৰাৰ পাছত প্ৰণতিৰ গিৰিয়েকে এতিয়া বিবাহ বিচ্ছেদৰ সিদ্ধান্ত লৈছে।

শৰীৰ আৰু প্ৰেমৰ কিবা সম্পৰ্ক আছেনে নাই। প্ৰেমক শৰীৰৰ দৰে ঠেক পৰিসৰৰ মাজত আবদ্ধ কৰি ৰাখিব পাৰিনে? বিছনাত বহি থকা অদিতিৰ শৰীৰ ঘামত তিতি গৈছে। নহয়, নহয়, প্ৰেম আৰু শৰীৰক একাকাৰ কৰা উচিত হোৱা নাই। প্ৰেম কেৱল শৰীৰেই নহয়, প্ৰেমৰ সংজ্ঞা বৰ বিশাল আৰু মহান। কেৱল শৰীৰে প্ৰেমক ঠেক পৰিসৰলৈ লৈ আনে, আৰু ইমানেই ঠেক কৰি পেলায় যে ই প্ৰেমৰ মৃত্যু ঘটায়। প্ৰণতিয়ে প্ৰেমক শৰীৰৰ আৱৰ্তৰ মাজত আবদ্ধ কৰিব খোজে। আৰু অদিতিয়ে? অবিনাশৰ প্ৰিয়তমা পত্নী, তাৰ অংকশায়িনী অদিতিয়ে প্ৰেমক তুলি ধৰিব খোজে আকাশ আৰু মহাকাশলৈ। তাইৰ বাবে প্ৰেম অবসৰ বিনোদন নহয়। তাই প্ৰেমক বিশ্বৰ প্ৰধান চালিকা শক্তি বুলি বিশ্বাস কৰে।

বহি থকাৰপৰা অদিতি থিয় হ'ল। আইনাৰ সমুখত ৰৈ অসাথন হোৱা চুলিখিনি সাথন লগালে। কঁপালৰ ফোঁটটো গাৰুত লাগি মচ খাই গৈছিল। ফোঁট এটা ল'লে। আৰু কাপোৰযোৰ সলাই লৈ তাই বাহিৰলৈ ওলাই আহিল।

বাহিৰত তেতিয়া সন্ধিয়া লাগিবলৈ আৰম্ভ কৰিছে। চৰাইবোৰে খেলা সামৰি গছৰ ডালত আৰাও কৰিবলৈ লৈছে। পশ্চিম আকাশখন শেষ ৰ'দজাকৰ পোহৰেৰে ৰঙিন হৈ আছে। বিচনীখন হাতত লৈ তাই পদুলিমুৰলৈ ওলাই আহিল। তাইক দেখি সমুখৰ ঘৰখনৰ গিৰিহঁতনী গৰাকীও নিজৰ পদুলিলৈ ওলাল। অদিতিৰ মুখামুখি হৈয়েই প্ৰণতিৰ কথা উলিয়ালে।

'গম পাইছেনে নাই। গোটেইখন তোলপাৰ।'

'কি গম পোৱাৰ কথা কৈছে?'

'কেলেই, প্ৰণতিৰ প্ৰেমৰ কথা আপুনি গমেই পোৱা নাই নেকি?' অদিতিয়ে হাঁহিলে। তাইৰ সেই সহজ হাঁহিটো। ক'লে,

— 'সেই কথাটো প্ৰেম বুলি কৈ প্ৰেমক সৰু নকৰিব শইকীয়ানী। কেৱল শৰীৰ কেতিয়াও প্ৰেম হ'ব নোৱাৰে।'

'প্ৰেম বুলিয়েই কয় দিয়কচোন।' প্ৰতিবেশী শইকীয়ানীয়ে উত্তৰ দিলে।

'কি ক'লে আপুনি? কি ক'লে?' অদিতি হঠাতেই বৰ উত্তেজিত হৈ পৰিল। 'প্ৰেমক সৰু কৰিলে আমি সকলোৱেই বৰ সৰু হৈ পৰিম। সকলো উদং হৈ পৰিব। কি থাকিব আমাৰ হাতত? ভাবকচোন কি থাকিব আমাৰ হাতত?'

'কিন্তু তিনিটা ল'ৰা-ছোৱালীৰ মাকজনীয়ে নিজতকৈ দহবছৰৰ সৰু ডেকা

ল'ৰাটোৰ সতে বিছনাত কি কৰি আছিল?'

'কি কৰি আছিল আপুনিও জানে, ময়ো জানো, গীতাপাঠ কৰি থকা নিশ্চয় নাছিল। কিন্তু যি কামেই নকৰক কিয় তেওঁলোকে প্ৰেম কৰা নাছিল। শৰীৰ প্ৰেম উৎপাদন কৰাৰ ক্ষেত্ৰ নহয়।'

অদিতি ঘৰলৈ আহিল। তাই আহি বাৰাণ্ডাৰ চকীত বহিলহি, আৰু ফোপাবলৈ ধৰিলে। তাই ইমান উত্তেজিত হৈ পৰিছে কিয়? প্ৰতিবেশী শইকীয়ানীয়ে কি ভাবিব বাৰু? বেয়া নাপাবনে? অলপ ৰূঢ় ভাষাত কথাষাৰ কোৱা হ'ল নেকি বাৰু মানুহগৰাকীক? হঠাৎ তাইৰ কি হ'ল?

বাৰাণ্ডাৰ বেতৰ চকীখনত বহি অদিতিযে পশ্চিমৰ আকাশখনলৈ একান্তমনে চাই থাকিবলৈ ধৰিলে। এইমাত্ৰ বেলিৰ শেষ ৰংকণো নোহোৱা হ'ল। দিন অৱশেষৰ ছাঁয়া আকাশৰ গাত। দুটা এটা তৰা জিলিকিবলৈ ধৰিছে। পৃথিৱীখন অপৰূপ হৈ পৰিছে। 'এৰা বৰ অপুৰূপ।' কথাষাৰ তাই মনৰ মাজতে উচ্চাৰণ কৰিলে। প্ৰেমনো কি? এই অপৰূপ পৃথিৱীখনেই জানো নহয়? যি দিনে দিনে মানুহক যোগায অফুৰন্ত কৰ্মপ্ৰেৰণা? দিন অৱশেষৰ পথ পৰিক্ৰমাৰ ক্লান্তি দুৰ কৰি মানুহক নতুন দিন এটাৰ বাবে প্ৰস্তুত কৰে। পৃথিৱীৰ নিজা শক্তি কি আছে? অথবা ইচ্ছা? আমি আৰোপিত কৰোঁ পৃথিৱীৰ ওপৰত আমাৰ ইচ্ছা শক্তি। আমি আমাৰ ইচ্ছা শক্তিৰে পৃথিৱী সজাই লওঁ। প্ৰেমময় কৰোঁ। নতুন মূল্য আৰোপ কৰোঁ, আৰু মূল্যবোধৰ সৃষ্টি কৰোঁ। পৃথিৱীয়েও সেযে আমাক মূল্য দিযে, দিযে উৎসাহ, উদ্যম আৰু প্ৰেৰণা, দিয়ে প্ৰেম। আমাৰ প্ৰেমেৰেই পৃথিৱী হৈ পৰে সুন্দৰ আৰু প্ৰেমময। আমাৰ পথ পৰিক্ৰমাৰ ক্লান্তি দুৰ কৰাত ই হৈ পৃৰে এক অবিনাশী ঐশ্বৰিক শক্তি।

আকাশলৈ চাই চাই অদিতি বাৰাণ্ডাৰ চকীত বহি থাকিল। কাম নোহোৱা নহয — প্ৰচুৰ কাম আছে। আকাশলৈ চাই বিলাসত মজি থকাৰ সময় নৌ এথোন। কলেজৰ কাম, ঘৰৰ কাম, পঢ়াশুনা। গাভৰু ছোৱালী এজনীৰ মাক। টৌতে খৰ মাৰি দুই এখন চিলাই, দুপদ এপদ বস্তু নিজ হাতেৰে তৈয়াৰ কৰি নথ'লেও নহয়। কোন মুহূৰ্তত প্ৰয়োজন হৈ পৰিব পাৰে ঠিক নাই। আমৰ বতৰ চলিছে। কেঁচা আম অলপ গোটাই থোৱা হৈছে — আচাৰ কৰিব লাগে। অদিতিৰ মাহীয়েকৰ সৰুজনী জীয়েক এইখন চহৰতে থাকে। তাইৰে কেঁচুৱা এটা জন্ম হ'ল। অদিতিয়ে হস্পিটেলতে চালেগৈ। ঘৰলৈ গৈ খবৰ এটা কৰা হোৱাই নাই। অদিতিৰ একালৰ প্ৰাণৰ বান্ধৱী ঋতুৰ পৰিয়ালটো ট্ৰান্সফাৰ হৈ নতুনকৈ এইখন চহৰলৈ আহিছে। সিহঁত সপৰিয়ালে আহি গ'ল। অদিতিয়ে এদিন সিহঁতক ভাত এসাজ

খাবলৈ মাতিব লাগে। পৰীক্ষাৰ বহী জাপ আধা চাই থৈ দিয়া হৈছে। সেইখিনি চাই জমা দিব লাগে। কিমান যে কাম। কেতিয়া কৰিব তাই ইমানবিলাক কাম? তদুপৰি চিঠিখন লিখা কথাটো যে? সেইটো কাম যে কিমান গধুৰ। এখন চিঠি লিখা কথাটো ইমান ডাঙৰ কথা হৈ পৰিলনে? এসময়ত তাই অবিনাশলৈ কিমান চিঠি লিখিছিল। চিঠি পালে উত্তৰ লিখা কথা নহয়। দৈনিক এখন এখন চিঠি। কেতিয়াবা দুখনো। কোনে কিমান বেছি চিঠি লিখিব পাৰে তাৰে প্ৰতিযোগিতাহে চলিছিল যেন দুইটাৰ মাজত। সেইবোৰ দিনত তাই অবিনাশলৈ লিখা চিঠিবোৰ দিন প্ৰতিদিনৰ দিনলিপি নাছিল, আছিল তাইৰ হৃদয় আৰু কল্পনা উজাৰ কৰি লিখা একো একোখন চুক্তিপত্ৰ। তাই এতিয়াও কেতিয়াবা সেই চিঠিবোৰ উলিয়াই লৈ পঢ়ে। পঢ়ে আৰু চক খাই উঠে। ময়েই লিখিছিলোঁ নে এইবোৰ চিঠি? সঁচানে? নে, চিঠি লিখা সেইজনী যুৱতী এজনী বেলেগ মানুহ আছিল? তাইৰ তেতিয়াৰ সেই বয়সৰ সতে মিলি পৰাকৈ চিঠিবোৰত আবেগৰ আধিক্য আছিল অৱশ্যে। কিন্তু কল্পনা? তাই এতিযাও চিঠিবোৰ পঢ়ি মুগ্ধ আৰু স্তম্ভিত হৈ পৰে। এৰা, এসময়ত — বহুত দিনৰ আগতে এসমযত, এখন সেউজীযা ৰঙৰ দেশ আছিল। তাত ৰাতিপুৱাৰ ৰঙা বেলিযে আলফুলে স্পৰ্শ কৰিছিল শস্যক্ষেত্ৰৰ আকলুৱা শৰীৰ। প্ৰেমিকৰ হাতৰ স্পৰ্শৰ দৰে সেই স্পৰ্শই মতলীযা কৰিছিল শস্যক্ষেত্ৰৰ সগৰ্ভা মাটি। সেইখন দেশত এজনী বৰ আকলুৱা ছোৱালীয়ে বাস কৰিছিল। তাইৰ শৰীৰত মাটিৰ গোন্ধ আছিল, চুলিত ঋতুৰ খৰিকাজাঁই। তাইৰ প্ৰিয় ঋতু বৰ্ষা, প্ৰিয় নদী ব্ৰহ্মপুত্ৰ। দুহাতৰ মুঠিত তাই ভৰাই থৈছিল আকাশ। তাইৰ বুকুখন পৰিপূৰ্ণ সৰোবৰ এটাৰ দৰে পৰিপূৰ্ণ হৈ আছিল প্ৰেমেৰে। তাই আকাশ আৰু পৃথিৱী ভাল পাইছিল, দিন আৰু ৰাতি ভাল পাইছিল। তাই মাথো ভাল পাইছিল। তাইৰ হাতত এডাল সোণৰ যাদুকাঠি আছিল, আৰু তাই দুখক পৰিৱৰ্তন কৰিছিল সুখলৈ, যন্ত্ৰণাক আনন্দলৈ। পৃথিৱীখন তাই গ্ৰহণ কৰিছিল, আৰু পৃথিৱীয়েও তাইক গ্ৰহণ কৰিছিল।

কোন আছিল সেইজনী ছোৱালী? কোন আছিল? চুলিত ঋতুৰ ফুল পিন্ধা সেইজনী ছোৱালীক অদিতিয়ে চিনি পায় নে, যাৰ প্ৰিয় ঋতু বৰ্ষা, প্ৰিয় নদী ব্ৰহ্মপুত্ৰ? পাযনে চিনি? অদিতিয়ে আকাশলৈ চাইছিল তন্ময় হৈ, আকাশখনেও অদিতিলৈ। ঘন হৈ আহিছে অন্ধকাৰ। আবেলি উৰি যোৱা চৰাইজাকৰ ডেউকাৰ ধপধপনি এতিয়া আকাশৰ শৰীৰত বিলীন হ'বলৈ আৰম্ভ কৰিছে। সন্ধিয়াৰ ব্যস্ত ৰাজপথ কোলাহলমুখৰ। দূৰ সুদূৰৰ তৰাৰ পোহৰে আলোকিত কৰিছে মহাজগত।

হেৰাই গ'ল নেকি সেই ছোৱালীজনী? বাট কেনা লাগি হেৰাই থাকিল নেকি

ক'ৰবাত? নে পৰম্বাই পোৱা মানুহৰ দৰে তাই মাথো পাকঘূৰণি খাই ফুৰিছে ইখন অৰণ্যৰপৰা সিখন অৰণ্যত — ইখন বুকুৰপৰা সিখন বুকুত? কেৱল প্ৰেমৰ বাবে জীৱন আৰু জগত বুলি ভবা একালত সেউজীয়া দেশত বাস কৰা সেই ছোৱালীজনীৰ— যি বৰ্তমান এগৰাকী পৰিপক্ক ভদ্ৰমহিলা — জীৱন জানো বন্দী হৈ পৰিছে চৌবিশ বছৰীয়া প্ৰাত্যহিকতাত? কোনে জানে? অদিতিয়ে তলমূৰ কৰিলে। মূৰৰ ওপৰত এখন অসীম আকাশ। মহাজাগতিক ৰথৰ চকাই অবিশ্ৰান্ত ঘৰ্ষণেৰে ক্লান্ত কৰিব নোৱৰা এক উত্তাল প্ৰাচীন আকাশ। প্ৰেম জীৱন আৰু জগতৰ মূল চালিকা শক্তি বুলি বিশ্বাস কৰা কোনোমানুহ বিধ্বস্ত হ'বই নোৱাৰে। অথচ প্ৰেম জীৱন আৰু জগতৰ সমস্ত যন্ত্ৰণা আৰু আনন্দেৰে পৰিপূৰ্ণ। মহাজাগতিক ৰথৰ চকাৰ অবিৰাম ঘৰ্ষণে যিদৰে আকাশ পিষ্ট কৰিব নোৱাৰে, সেইদৰেই প্ৰেমৰ যন্ত্ৰণায়ো মানুহ বিধ্বস্ত কৰিব নোৱাৰে। ই এক স্বতঃসিদ্ধ তথ্য। তথাপিও মানুহ বিধ্বস্ত হয়। মানুহ হেঁৰাবলৈ আৰম্ভ কৰে। কিয়? প্ৰেমৰ আনন্দৰপৰা যন্ত্ৰণাক নিলগাই কেৱল আনন্দখিনিহে মানুহে বিচাৰে বাবেই বোধহয় মানুহ বিধ্বস্ত হৈ হেৰাবলৈ আৰম্ভ কৰে।

বহি থকাৰপৰা অদিতি থিয় হ'ল। বাৰাণ্ডাৰ খুঁটাটোৰ ওচৰতে তাই বৰ হেঁপাহেৰে এজোপা মালতী ফুল ৰুইছিল। যোৱা বছৰ এনেকুৱা দিনত ৰুইছিলহে — নুফুলিল। কিছুদিনৰ আগতে এদিন মাজনিশা তাই হঠাৎ সাৰ পাই গ'ল। পোনতে ভাবিছিল, অবিনাশৰ নাকৰ শব্দতে তাই সাৰ পাই গৈছে। পাছে নহয়। আজিকালি অবিনাশৰ নাকৰ শব্দটো তাইৰ বাবে সহজ হৈ পৰিছেগৈ। তেন্তে কোনে জগালে তাইক? কোনে?

কোনে? এৰা, কোনে? অদিতিয়ে চকু মেলিলে, অন্ধকাৰতে খেপিয়াই খেপিয়াই বিছনাৰপৰা নামিল, খেপিয়াই খেপিয়াই লাইট জ্বলালে। তাই দুৱাৰ খুলিলে, কোঠালীটো পাৰ হ'ল। আৰু তাৰ পাছত পোনচাটেই আগফালৰ বাৰাণ্ডা।

সেইদিনা বোধহয় শুক্লপক্ষৰ একাদশী নে দ্বাদশী তিথি আছিল। গাখীৰ উতলি পাত্ৰৰপৰা বাগৰি পৰিছিল হ'বলা — গোটেইখনতে গাখীৰৰদৰে উত্তাল পোহৰ। বাৰাণ্ডাৰ লাইট জ্বলাবৰ প্ৰয়োজনেই হোৱা নাছিল। অদিতি গৈ বাৰাণ্ডাৰ চকীত বহিছিলগৈ। হয়, তাই ঠিকেই ভাবিছে। গাখীৰ উতলি পৰা নিশাটো আমোলমোলাই আছে। মালতীজোপা কেতিয়ানো ফুলিল? পিছ দিনা তাই পূৰ্ণেন্দুলৈ টেলিফোন কৰিলে। 'ছাৰ, মোৰ মালতী জোপা ফুলিবলৈ লৈছে। আপুনি মালতী জোপা ফুলি থকা সময়তে এদিন আহককচোন। বাৰাণ্ডাত বহি মালতী ফুলৰ গোন্ধ ল'ব পাৰিম।'

'হয় নেকি?' দূৰৰপৰা ভাহি অহা সেই যাদুকৰী কণ্ঠস্বৰ। অদিতিক মতলীয়া কৰে। 'মই তোমাৰ মালতী ফুলৰ গোন্ধ পাইছোঁ।'

'কেনেকৈ পালে?' অদিতিয়ে সুধিলে।

'তুমি মোৰ সুবাসিত অদিতি।' আকৌ সেই যাদুকৰী কণ্ঠ। 'তোমাৰ মাতত মই মালতী ফুলৰ সুবাস পাইছোঁ।'

অদিতিয়ে টেলিফোন থৈ দিলে। নাই, এই পাগল আকুল মানুহজনৰপৰা আৰু নোৱাৰি। কেনে ধৰণৰ মানুহ? কেনেকৈ অহৰহ আকৰ্ষণ কৰি থাকে অদিতিক। তাইক জয় কৰিবলৈ অবিনাশৰ বহুত দিন লাগিছিল। তাইৰ সেই দুৰ্জেয় দুৰ্গ তাই এতিয়া ৰক্ষা কৰিব পৰা নাই কিয়? কি আছে মানুহজনৰ যাদুকৰী কণ্ঠত? স্পৰ্শত? শক্তিশালী চছমা পিন্ধা দুচকুত? কেঁচা পকা দাড়িৰে ভৰা গভীৰ অৰ্থবহ মুখখনত?

কথাটো তাই অবিনাশক ক'লে। 'মালতী জোপা ফুলি আমোলমোলাই আছে, অথচ তোমালোক কাৰো মনকাণেই নাই। তোমাক ক'লো — ব'লাচোন বাৰাণ্ডাত বহোঁগৈ, তোমাৰ সময় নাই। ছাৰক কলোঁ — তেখেতে ক'লে, মোৰ মাতেই মালতী ফুলৰ দৰে সুবাসিত।' 'ঠিকেই কৈছে ছাৰে।' অবিনাশে অদিতিৰ নাকটো চুলে। অবিনাশৰ এই এটা অভ্যাস। কথাই কথাই অদিতিৰ নাকটো চোবে। খঁৰা নাক। কিন্তু অবিনাশে তাকে বৰ ভাল দেখে। 'ময়ো তেনেকৈয়েই ক'ম। আজি সন্ধিয়া মালতী জোপাৰ ওচৰত বহি আমি বাৰু কথা পাতি থাকিম।'

সেই সন্ধিয়া আলহী আহিল। মালতী ফুল জোপাৰ ওচৰত বহি নিবিড় সন্ধিয়া এটা কটোৱাৰ কথা তল পৰিল। আচলতে, সংসাৰ এনেকুৱাই। সাংসাৰিক কামত বাধ্যবাধকতা এটা থাকেই। সাংসাৰিক মানুহে সেই কথাটো মানিও লয়। আৰু মানি লয় বাবেই সংসাৰ সুখৰ হৈ পৰে।

আজিও মালতী ফুলিছে। উগ্ৰ গোন্ধে তোলপাৰ কৰিছে সন্ধিয়াটো। বগা বগা অকণি অকণি থোপা থুপি ফুলেৰে গছজোপা পৰিপূৰ্ণ হৈ আছে। ইমান কৃতজ্ঞ এই গছবোৰ। সিহঁতে মানুহৰপৰা বিচাৰে সামান্য মুহূৰ্ত এটাৰ মনোযোগ, আৰু সিহঁতে ভৰাই দিয়ে মানুহৰ ওৰেটো জীৱন। অদিতিয়ে মালতী ফুলৰ সৰু থোপা এটা চিঙিলে আৰু খোপাত গুজিলে। অবিনাশক আজি তাই খোপাৰ মালতী ফুল উপহাৰ দিব।

অদিতি বাৰাণ্ডাৰপৰা ভিতৰলৈ আহিল। টেলিফোন বাজিছে। বাবলী। বাবলীৰ মাতটো শুনি অদিতিৰ ভাল লাগিল। তাইৰ ভাল। লগৰ ছোৱালী এজনীৰ সতে বজাৰলৈ আহিছিল। পি.চি.অ.' এটা দেখি ঘৰৰ খবৰ ল'লে।

অদিতিয়ে চিঠি এখন লিখিব লাগে। নিশ্চয় পূর্ণেন্দুৱে আশা কৰি আছে। আচলতে বুকুৰ খবৰবোৰ পূর্ণেন্দুৱে তাইৰপৰা জানিব খুজিছে। তাই শোৱনি কোঠাত থকা সৰু মেজখনৰ ওচৰ চাপিল। চিঠি লিখা কাগজ উলিয়ালে, কলমটো খুলিলে আৰু চিঠি লিখিবলৈ বহিল। তাইৰ মনটো আকৌ বেয়া লাগিবলৈ ধৰিলে। ছোৱালীজনী দূৰৈত। ল'ৰাটো অসমৰে বাহিৰত। অবিনাশ এতিয়াও আহি ঘৰ পোৱাহি নাই। দূৰৈত চিত্ৰকৰ পূর্ণেন্দু।

তেন্তে আছে কোন মোৰ ওচৰত? মই নিজে? ঘৰটো? ঘৰৰ আচবাব পত্ৰ, টেলিভিশ্যনটো? সাবিত্ৰী। বাহিৰৰ ঘনায়মান অন্ধকাৰ? মোৰ বুকুৰ গুমগুমনি? কোন আছে? কোন আছে? মই ইমান অকলশৰীয়া হৈ পৰিলোঁ কেলেই আচম্বিতে? মই ইমান দূৰলৈ গুচি আহিলো কেলেই সকলোৰেপৰা? মই কাটি খোৱা চিলাখনৰ দৰে মাটিৰপৰা বিচ্ছিন্ন হৈ পৰিছোঁ নেকি? মই মানুহৰপৰাই বিচ্ছিন্ন নেকি?

নে সকলো মানুহেই বৰ অসহায় আৰু অকলশৰীয়া? সকলো মানুহেই ভুগিছে এক ভয়ংকৰ নিৰাপত্তাহীনতাত? সকলো মানুহেই নিজৰ নিজৰ পথ পৰিক্ৰমাত ক্লান্ত আৰু বিধ্বস্ত?

অদিতিয়ে কপালত হাত দিলে। মূৰৰ বিষটোৱে আকৌ ৰিণৰিণকৈ ধৰিবলৈ আৰম্ভ কৰিছে। তাইৰ গধুৰ হৈ থকা বুকুখন আৰু গধুৰ হৈছে। এই ভয়ংকৰ একাকীত্বৰপৰা হাত সাৰিবৰ বাবে তাই কাৰ ফালে মেলি দিব দুহাত — আকুলতাৰে? ল'ৰা-ছোৱালীহালৰ ফালে, অবিনাশৰ ফালে, পূর্ণেন্দুৰ ফালে, নে মানুহৰ ফালে? কোনে তাইৰ মেলি দিয়া দুহাত নিজৰ হাতৰ মুঠিত লৈ তাইক দিব প্ৰত্যয়পূর্ণ প্ৰেমৰ আশ্বাস? কোনে মানুহক মুক্ত কৰিব জীৱনানন্দৰ সেই 'অপ্ৰেম'ৰ জগতৰপৰা?

আকৌ বাজিছে টেলিফোন। তাইৰ ভাল লাগিল। টেলিফোন বজাৰ শব্দই এতিয়া তাইৰ বাবে আটাইতকৈ অর্থবহ শব্দ। টেলিফোনৰ সিপাৰত সেযা পূর্ণেন্দু। পূর্ণেন্দুৰ মাতটো যেন মহাজগতৰ কোনো এক অনাবিষ্কৃত গ্ৰহৰপৰাহে ভাহি আহিছে। 'অদিতি কোৱা।' কোনো ভূমিকা নোহোৱাকৈ তাইক প্ৰশ্ন কৰিছে। 'চিঠি লিখিলা?'

চিঠি লিখাৰ কথা। মানুহজনৰ মাতটো কঁপা কঁপা লাগিছে কেলেই? অনাবিষ্কৃত নক্ষত্ৰৰপৰা মাতটো ভাহি আহিছে বাবেই নেকি? 'লিখিবলৈ লৈছোঁ।' তাই ক'লে। 'মোক তোমাৰ বুকুৰ কথা লাগে।' পূর্ণেন্দুৱে আকৌ ক'লে। 'তুমি বৰ ধুনীয়া। তোমাৰ শৰীৰ নদীৰ দৰে।' উস, এনেকুৱা কথা পূর্ণেন্দুৱে কয় কেলেই এজনী পৰিপূর্ণ চহকী মানুহক? 'মই তোমাক অসহায়ভাৱে ভাল পাইছোঁ। মোক তোমাৰ কথা লাগে। দ্বিধা নকৰিবা।'

টেলিফোনৰ এই পাৰত অদিতি। যেন নৈ এখনৰ ইপাৰত বৈ তাই সিপাৰৰ ৰিং শুনিছে। যেন এইখন পৃথিৱীত বৈ তাই নজনা নুশুনা অইন এখন পৃথিৱীৰপৰা ক্ৰমাগতভাৱে ভাহি অহা কিছুমান শব্দ শুনিছে। লাহে লাহে পূৰ্ণেন্দুৰ মাতটো বিলীন হ'বলৈ আৰম্ভ কৰিছে অদিতিৰ শৰীৰত। অদিতিৰ বুকুৰ মাজত সেই মহাজাগতিক শব্দ। আঃ আঃ। মই জীৱন্ত নে মৃত? মই ক'ত? মাটিত নে আকাশত? মোক এনেকৈ আকুল নকৰিব ছাৰ। মোক ক্ষমা কৰক। মই মোৰ পৰিপূৰ্ণ জগতখনৰ মাজতেই আবদ্ধ হৈ থাকিব খোজোঁ। মহাজগতৰ গ্ৰহ নক্ষত্ৰৰ আকৰ্ষণত মই উতলা হ'ব নোখোজোঁ।

অদিতি চিঠি লিখিবলৈ বহিল। বহুদিন কালৈকো চিঠি পত্ৰ লিখা হোৱা নাই। চিঠিপত্ৰৰ আদান প্ৰদান কমি অহাৰ লগে লগে কথাটো অনভ্যাসে হত বিদ্যাত পৰিণত হৈছেগৈ। আজিকালি টেলিফোনৰ জৰিয়তেই কামটো চমুৱাই থোৱা হয় বাবে চিঠি লিখিবলৈ অনিহা এটাও যে নাহে তেনে নহয়।

তাই চিঠি লিখা কাগজ ওচৰ চপাই ল'লে। কলমটো খোলাই আছিল। ফেন্‌ৰ বতাহত কলমৰ নিবটোৰ চিয়াঁহি শুকাই গৈছিল। বাহিৰা কাগজ এখনত ঘঁহি ঘঁহি তাই নিবটো চিয়াঁহিৰে তিয়ালে। এইবাৰ চৌবিশ বছৰৰ মূৰত তাই প্ৰেমৰ চিঠি এখন লিখিবলৈ সাজু হ'ল। অবিনাশলৈ নহয় — চিত্ৰকৰ পূৰ্ণেন্দুলৈ।

'পৰম পূজনীয় ছাৰ', — তাই চিঠিখনৰ প্ৰথম শব্দ কেইটা লিখিলে। বহুত দিনৰ মূৰত অইন এজন মানুহলৈ তাই লিখিবলৈ লৈছে এখন প্ৰেমৰ চিঠি। কথাটো শুনিবলৈ অশুৱনি নহয়নে? হয়তো নিয়ম, নীতি, পৰম্পৰাত বিশ্বাস কৰা মানুহৰ বাবে কথাটো এক কেলেংকাৰী। সামাজিক অনুশাসন ভংগৰ অপৰাধত তাই অপৰাধী। তাইৰ হৃদয়ে কি কয়? অপৰাধী নে? এজন মানুহক সম্পূৰ্ণৰূপে ভাল পায় অইন এজন মানুহক ভাল পাব পাৰি নে নোৱাৰি? বাবলীক ভাল পোৱাৰ পাছত বাপনক তাই উদং বুকুখনৰহে মাজত ভৰাইছিল জানো? কি এক ভীষণ সমস্যা। কাৰ সতে আলোচনা কৰে এতিয়া তাই?

অদিতিয়ে কলমটো বন্ধ কৰিলে। কিলাকুটিৰে সৰু মেজখনৰ ওপৰত হেঁচা দি তাই দুই হাতৰ তলুৱাত দুগাল থ'লে। মানুহে ক'ব, বাবলী আৰু বাপন তাইৰ সন্তান, অবিনাশ তাইৰ স্বামী, আৰু পূৰ্ণেন্দু প্ৰেমিক। সকলো প্ৰেমেই একেই মংগলময় যদিও সকলোৰে কাৰণে একেই প্ৰেম নহয়। কি আচৰিত কথা। সকলো প্ৰেমৰেই সমানেই উত্তাপ; কিন্তু সকলোৰে কাৰণে সেই উত্তাপ সমান হ'ব নালাগে। বৰ জটিল অংক এইটো।

প্ৰেমৰ সতে শৰীৰ, শৰীৰৰ সতে মন, মনৰ সতে প্ৰেম — এই তিনিওটাৰে মাজত কিবা সংযোগ আছেনে? সেই যে অলপ আগতে তাই প্ৰতিবেশী শইকীয়ানীক কৈ আহিল যে শৰীৰ প্ৰেম উৎপাদনৰ ক্ষেত্ৰ নহয় — সেই কথাটোনো কি? আচলতে তাই কথাষাৰ এনেকৈ ক'ব লাগিছিল নেকি — কেৱল শৰীৰেই প্ৰেম নহয়। মানসিক সংযোগ, কল্পনা, ঐকান্তিকতাই মানুহৰ প্ৰেমক শৰীৰৰ ওচৰ চপাই নিয়ে — কেৱল শৰীৰৰ মাজত প্ৰেম বিচাৰিলে প্ৰেম পোৱা নাযায়— শৰীৰহে পাব পাৰি। যিটো অত্যন্ত অৰুচিকৰ।

অদিতিক আকৌ চিন্তাক্লিষ্ট হোৱা দেখা গ'ল। ভাত পানী ৰান্ধি বাঢ়ি সাবিত্ৰীয়ে সিটো কোঠাত টেলিভিশ্যন চাইছে। তাৰে শব্দ এইটো কোঠালৈকো আহিছে। কাষৰ ঘৰত প্ৰেছাৰ কুকাৰৰ মাত। ব্যস্ত হৈ আছে এতিয়াও ৰাজপথ। পথচাৰী ঘৰলৈ উলটিছে। ক'ৰবাত কুকুৰে ভুকিছে শব্দ হৈ আছে। হৈ থাওক শব্দ। শব্দ হৈ থকাই উচিত এনেকৈ। ক্ৰমাগত নৈঃশব্দই মানুহৰ হাহাকাৰ বঢাই দিয়ে। চিন্তাবোৰ খেলিমেলি লগাই মানুহক দুঃচিন্তাৰে ভাৰাক্ৰান্ত কৰে। দুঃচিন্তাতকৈ চিন্তাহীনতা ভাল।

অদিতিয়ে গালত ভেজাদি বৈয়েই থাকিল। চাৰে সাত বাজিল— আঠ বাজিল। সময় নিজৰ গতিৰে গৈ থাকিবলৈ ধৰিলে। চলমান জগতত একো কথাইটো স্থিৰ হৈ বৈ নাথাকে। সময়ো বৈ নাথাকে, জীৱনো নৰয়। সময়ৰ গতিত কিবা এটা স্থিৰ কৰি ৰাখিব পৰাতহে জীৱনৰ মহত্ত্ব।

মই স্থিৰ নে অস্থিৰ? মোৰ মন স্থিৰ নে অস্থিৰ? অদিতিয়ে ভাবিবলৈ লাগিল। মোৰ এই ঘৰ, সংসাৰ? মোৰ এই দীঘলীয়া জীৱনটোত শিকা সমস্ত কথাবোৰ? কোনবোৰ স্থিৰ, কোনবোৰ অস্থিৰ? এনেকুৱাও হ'ব পাৰে নেকি যে সময় সাপেক্ষে, প্ৰয়োজন সাপেক্ষে সকলোবোৰেই স্থিৰ, আৰু সকলোবোৰেই অস্থিৰ?

লাইটৰ ওচৰত সৰু সৰু পোক কেইটামান উৰি ফুৰিছে। দুই এটা পোক বেৰতো পৰিছে। তাকে খাবলৈ আহিছে নেজ ছিগা জেঠী এটা। নিঃশব্দে গৈ পলকতে দীঘল জিভাখন মেলি পোকটো গিলি পেলাইছে। এইটো যেন এটা খেলা। অদিতিয়ে একান্ত মনে খেলাটো চাই থাকিবলৈ ধৰিলে। জীৱন আৰু মৃত্যুৰ মাজত চলা এটা অগতানুগতিকভাৱে গতানুগতিক খেলা। মৃত্যুৱে খেদি ফুৰে — আৰু জীৱন পলাই ফুৰে। জীৱন আৰু মৃত্যু দুয়োটা অস্থিৰ। লৰা খেদা ধেমালিত মগ্ন মহাকাল।

'আপোনালৈ চিঠি এখন লিখিম বুলি স্থিৰ কৰাৰ পাছত ভাবিছোঁ, কি কথা

লিখা যায়?' অদিতিয়ে চিঠিখনৰ প্ৰথম বাক্যটো লিখিলে। এৰাতো, কি কথা লিখা যায়? নতুন কি কথা আছে, যিটো তাই নাজানে অথবা পূৰ্ণেন্দুৱেও নাজানে? তাই কলমটো বন্ধ কৰিলে। থাকক নিলিখোঁ। আপুনি নিলিখে কিয় মোলৈ চিঠি? আপোনাৰ সময় নাই, আপুনি ব্যস্ত মানুহ। ছবি আঁকিব লাগে, ছবিৰ প্ৰদৰ্শনী পাতিব লাগে। শেহতীয়াকৈ নিজৰ আত্মজীৱনীও লিখিবলৈ লৈছে। মই? মই জানো ব্যস্ত নহয়? চাকৰি আছে, মোৰ সংসাৰ আছে, ল'ৰা-ছোৱালী দুটাৰ চিন্তা আছে — তেন্তে কিয় লিখিব লাগে মই চিঠি? আপুনি মোক এনেদৰে অৱশ কৰি পেলাইছে কিয়? মই কি কৰিলে আপুনি ভাল পাব?

সৰু মেজখনৰ ওপৰত অদিতিয়ে মূৰ থ'লে। ফেনৰ বতাহত আধা লিখা চিঠিখন উৰিবলৈ লাগিল। উস, কি সীমাহীন নিঃশব্দতা। শব্দ? ক'ত আছে শব্দ? টেলিভিশ্যনৰ শব্দ জানো শব্দ? সেয়া এক অৰ্থহীন কোলাহল। কোনোবাই বহু দূৰৰ এক মহাজাগতিক নক্ষত্ৰৰপৰা উচ্চাৰণ কৰা হ'লে তাইৰ নাম। অদিতি — অদিতি— অদিতি। অদিতিক এতিয়া কেৱল শব্দৰ প্ৰয়োজন। বহু দূৰৈৰপৰা উচ্চাৰণ কৰিলেও যিটো শব্দই আলোড়িত কৰিব তাইৰ হৃদয়। নিজৰ বুকুত হাত দিয়েই তাই গম পাব ইয়াতেই — ইয়াতেই প্ৰতিনিয়ত ধ্বনিত প্ৰতিধ্বনিত হৈছে তাইৰ উদ্দেশ্যে উচ্চাৰিত হোৱা সেই শব্দবোৰ। ইথাৰৰ মাজেদি অহা সেই শব্দবোৰ। যাৰ আছে বুকুত খলকনি তুলিব পৰা এক শক্তিশালী তৰংগ।

কলিং বেলৰ শব্দ হৈছে। অবিনাশ আহিছে হ'বলা। তাই আধা লিখা চিঠিখন হাতৰ মুঠিলৈ আনি মোহাৰি সামৰি এটা লাডুৰ নিচিনা কৰিলে, আৰু চোতালৰ মূৰত থকা নেমুটেঙা জোপাৰ তললৈ দলিয়াই দিলে। সাবিত্ৰীয়ে খুলি দিয়া দুৱাৰেৰে সোমাই আহিল অবিনাশ। সি ক'লে — 'ইমান সময় হ'ব বুলি মই ভবাই নাছিলোঁ। তোমাৰ চাগৈ আমনি লাগিছিল।'

'মোৰ ভীষণ আমনি লাগিছিল। কি হ'ল তাত? ঘৰত ভালনে? দেউতা, মাৰ গাটো কেনে।'

'কৈছোঁ ৰ'বা। আগতে গাটো ধুই লওঁ।' অবিনাশ গা ধোৱা ঘৰত সোমাল। তাই পাকঘৰলৈ গৈ অবিনাশৰ বাবে নেমুটেঙাৰ চৰবত এগিলাচ কৰিবলৈ লাগিল।

চৰবত খাই অবিনাশ আগফালৰ বাৰাণ্ডালৈ আহিল। 'এতিয়াই ভাত নাখাওঁ।' সি ক'লে। সিহঁত দুটাৰ ভাত সজাই থৈ, ভাত পানী খাই শুই থাকিবলৈ সাবিত্ৰীক নিৰ্দেশ দি তায়ো আগফালৰ বাৰাণ্ডা পালেহি। মালতী ফুল জোপাৰ ওচৰলৈ চকীখন টানি নি অবিনাশ বহি আছে। তায়ো গৈ ওচৰতে বহিলগৈ। 'বৰ ভাগৰ লাগি আছে

নহয় তোমাৰ?' অবিনাশক তাই সুধিলে। অন্ধকাৰত অবিনাশৰ মুখখন নেদেখি। মাথো অনুভৱহে কৰিব পাৰি।

'ভাগৰ লাগিছিল, এতিয়া কমিছে।' তাৰ মাতত ক্লান্তিৰ সুৰ। 'ভাত খাই শুই থাকিবাগৈ ব'লা।'

'বাৰাণ্ডাত বহি মালতী ফুলৰ গোন্ধ লৈ কথা পতাৰ কথা আছিল যে?'

'বিছনাত শুই শুই কথা পাতিবা। মই আজি খোপাত মালতী ফুল পিন্ধিছোঁ।'

'লোৱা— ' চোলাৰ জেপৰপৰা অবিনাশে ফুল দুপাহমান উলিয়ালে। শৰ্মা ছাৰৰ ঘৰৰ ওচৰতে আমাৰ অফিচৰ ক্লাৰ্ক এজনৰ ঘৰ। তাতো সোমালোঁ। তেওঁলোকৰ পদুলিতে ফুলি আছিল। দুপাহমান তোমালৈ লৈ আহিলোঁ। আজি মালতী ফুল নহয়— কনকচম্পা।'

অন্ধকাৰতে অদ্ৰিতিয়ে তাইৰ খোপাৰপৰা মালতী গুচ্ছ এৰুৱাই কনকচম্পা ফুলকেইপাহ গুজি ল'লে। তাই অবিনাশৰ হাতত নিজৰ হাতটো থ'লে। অবিনাশৰ হাত বৰ কোমল। মানুহটোৰ দৰেই তাৰ হাতটোও বৰ মৰমিয়াল।

'বাবলীয়ে ফোন কৰিছিল।' তাই অবিনাশক ক'লে।

'কি খবৰ তাইৰ? ভালনে? পইচা পাতিৰ কথা কৈছিল নেকি?'

'নাই কোৱা। বজাৰ কৰিবলৈ আহিছিল লগৰ ছোৱালীৰ লগত। পি চি.অ' এটা দেখি ঘৰলৈ মনত পৰিল।'

'হয় নেকি?' অবিনাশে হাঁহিবলৈ ধৰিলে। 'তাই মোক বৰ ভাল পায়।'

'পাবই। ছোৱালীবোৰে দেউতাকক ভাল পায়। ল'ৰাই মাকক। ময়ো মোৰ দেউতাক এতিয়াও বৰ ভাল পাওঁ।'

'তথাপিও তুমি মোৰ লগত গুচি আহিলা।'

'সেইটো বেলেগ কথা। বাবলীও তোমাক এৰি থৈ গুচি যাব।'

'তাৰ বাবে মই সাজুৱেই।' কথাষাৰ ক'লে যদিও অবিনাশৰ কণ্ঠস্বৰ আৰ্দ্ৰ হৈ পৰিল। সম্ভাব্য কন্যা বিচ্ছেদৰ দুখত সি যেন কিছু কাতৰ হ'ল।

'তুমি দেউতাক ভাল পোৱা, বাবলীয়ে মোক ভাল পায়। কন্যা বিচ্ছেদৰ দুখ অসহনীয় হ'লেও সমাজত ইয়াৰ প্ৰয়োজনীয়তাও আছে। ইযেই প্ৰমাণ কৰে যে ভালপোৱা বন্ধন নহয়; সময়সাপেক্ষে ই মুক্তিহে।'

ক'ৰপৰা মুক্তি? কিহৰপৰা মুক্তি? অবিনাশে কিবা অৰ্থ কৰি কথাষাৰ কৈছে নে, ক'ব লাগে বাবেই কৈছে? আগতে হোৱা হ'লে তাই কথাটো সহজ অৰ্থতেই ল'লেহেঁতেন। এতিয়া সৰু সামান্য কথা এটাৰো তাই দুটা দুটা অৰ্থ বুজিবলৈ

লৈছে। অবিনাশে নিশ্চয় সাধাৰণ অৰ্থতেই কথাষাৰ কৈছে। তাৰ হাতৰ মাজত থকা তাইৰ হাতটো শিথিল হৈ যাব খুজিছে নেকি? ভালপোৱাৰ একো বন্ধনেই নাইনে? অবিনাশে মিছা কথা কৈছে। কোনে কয়, ভালপোৱাৰ একো বন্ধনেই নাই বুলি? এই যে তাই অবিনাশৰ হাতৰ মুঠিত হাত থৈছে, সি লৈ অহা কনকচম্পা ফুল তাই খোপাত গুজিছে, তাৰ ওচৰত গাত গা লগাই বহিছে, তাই তাৰ শৰীৰৰ সুঘ্ৰাণ পাইছে, উশাহৰ শব্দ শুনিছে, হাতৰ উত্তাপৰ উমান পাইছে, এইবোৰ একোৱেই নহয়নে? এজনী সাধাৰণ মানুহ বান্ধি ৰাখিবলৈ ইয়াতকৈ আৰু কি উপাদান লাগে?

অবিনাশে তাইৰ পিঠিত হাত বুলাবলৈ লাগিল। 'কথাৰ বাবে কোৱা কথা। একো অৰ্থ নাই।' সি ক'লে। 'আৰু কি কৰিলা দিনটোত? কোনোবা আহিছিল নেকি?'

'কোনো অহা নাই। ছাৰে ফোন কৰিছিল। চিঠি লিখিবলৈ কৈছে।'

'তুমি লিখাই নাই চিঠি? কি সাংঘাতিক কথা। কি ভাবিব বাৰু কোৱাচোন মানুহজনে।'

'চিঠি লিখা হ'লে গম নাপালাহেঁতেন নেকি? মোৰ আখৰ বেয়া বাবে ঠিকনা দেখোন তোমাকে লিখিবলৈ দিওঁ।'

'তুমি কি ক'লা?'

'ক'লোঁ, চিঠি দিম।'

অবিনাশৰ বুকুত তাই বহুপৰ মূৰটো দি পৰি ৰ'ল। সময়বোৰে বগুৱা বাই বাই গৈ থাকিবলৈ ধৰিলে। অবিনাশে কিবাকিবি কথা কৈ থাকিল, তাই চুটি চুটি উত্তৰ দি থাকিল। বহুত পৰৰ মূৰত তাই ক'লে — 'ভাত খাওঁগৈ ব'লা।' মালতী ফুলৰ সুবাসত ৰাতিটোৱে তেতিয়া মতলীয়া হৈ অদিতিৰ কাণৰ ওচৰত সুহুৰিয়াবলৈ আৰম্ভ কৰিছিল।

ভাতপানী খাই দুইটা যেতিয়া বিছনাত পৰিলগৈ, সময় তেতিয়া এঘাৰ বাজো বাজো। অদিতিৰ খোপাৰ কনকচম্পাৰ সুবাসেই দুইটাকে মাতাল কৰিবলৈ যথেষ্ট। তাই এবাৰ বজাৰলৈ গৈ কিনি অনা বস্তুখিনিৰ কথা ক'ব খুজিছিল। অবিনাশে তাইৰ ওঁঠত আঙুলি দি কৈছিল, — 'অইন কথা কোৱা, অইন কথা কোৱা। প্ৰেমৰ কথা কোৱা। মোক ভাল পাওঁ বুলি কোৱা।' প্ৰতিটো নিশাৰ দৰে সেই নিশাও অবিনাশ আছিল দুৰন্ত।

তাৰ পাছত টোপনি। অৱসাদৰ পাছৰ গভীৰ টোপনি। অবিনাশৰ নাক বাজিবলৈ লাগিল। তাৰ গাৰ গোন্ধটো তাইৰ খোপাৰ কনকচম্পা ফুলৰ গোন্ধৰ সতে ক'ত

মিহলি হ'ল তাই গম নাপালে। সপোনত নে দিঠকত? ক'ত? অদিতিয়ে নাজানে। বোধহয় সপোনতে। সপোনতে ৰাতিপুৱাল। আৰু অদিতিয়ে সপোনতেই ভাবিলে— বৰ গতানুগতিকভাৱে পাৰ হৈ গৈছে নেকি বাৰু জীৱনটো? গতানুগতিকতাত হেৰাই গৈছে নেকি জীৱন এটাৰ জীৱন হোৱাৰ সমস্ত উপাদান? মোৰ দৰে সকলো মানুহেই নতুনত্বৰ সন্ধানত বৰ ব্যাকুল নহয়নে বাৰু? নে জীৱন এটা জীৱন এনেকৈয়ে হয় — নতুনত্বৰ সন্ধান কৰা ব্যাকুল গতানুগতিকতাৰে?

## ।। ৩।।

কি নদী এইখন? নদীখনৰ নাম অদিতিয়ে নাজানে। বোধহয়, কোনেও নদীখনৰ নাম নাজানে। ৰূপালী বালি আৰু ৰূপালী জোনাক। তাৰ মাজত এইখন তাইৰ প্ৰিয় নদী। তাইৰ প্ৰিয় নদী কি? ৰূপালী জোনাকৰ মাজেৰে বৈ যোৱা তাইৰ প্ৰিয় নদীখনৰ নাম কি? নাম জানো ব্ৰহ্মপুত্ৰ? নাম জানো ভৰলী? নাম জানো দিখৌ? নে প্ৰতিখন নদীয়েই অদিতিৰ প্ৰিয় নদী, যিদৰে আকাশখনৰ প্ৰতিটো তৰাই তাইৰ বাবে একো একোটা প্ৰিয় নক্ষত্ৰ? নদীখন ক'ৰপৰা কলৈ বৈ গৈছে? আকাশৰপৰা মাটিলৈ? তাৰ পাচত মাটিত ঘন অৰণ্যৰ মাজত বনৰীয়া ফুলৰ সুঘ্ৰাণত গা ধুই নদীখন মাজে মাজে ওলাইছে, মাজে মাজে লুকাইছে। ভালকৈ চালে নদীখনৰ শৰীৰটো এক নাৰীৰ শৰীৰ যেন ধাৰণা হ'ব, যি মাটিৰ বুকুৰপৰা আকাশলৈ চাই আছে। অদিতিয়ে নদীখন ভাল পায।

অদিতিৰ শোৱনি কোঠাৰ বেৰত থকা এইখন পুৰণি কেলেণ্ডাৰ অবিনাশে অপছন্দ কৰে। অপছন্দ কৰিবৰ কথাই। প্ৰথম কথা, বছৰটো ঘূৰিলে কেলেণ্ডাৰখন মূল্যহীন হৈ পৰে। দ্বিতীয়তে, অবিনাশৰ মতে কেলেণ্ডাৰৰ ছবিখন নিতান্তই অপটু হাতেৰে আঁকা এখন সাধাৰণ ছবি। মাত্ৰাধিক ৰঙৰ ব্যৱহাৰে ছবিখন দৃষ্টিকটু কৰিছে। ছবিখনে কোনো গভীৰ অৰ্থ বহন কৰিব পৰা নাই। কথাটো যে মিছা নহয়, সেইটো অদিতিয়েও বুজে আৰু মানিও লয়। কিন্তু তথাপিও তাই কেলেণ্ডাৰখন আঁতৰাই পেলোৱা নাই। এয়া তাইৰ নিতান্তই অৰ্থহীন খেয়াল হ'লেও হ'ব পাৰে। কেলেণ্ডাৰৰ ছবিখনত এখন একা বেঁকা নদী বৈ গৈছে। আফ্ৰিকাৰ গহীন অৰণ্যৰ মাজেদি বৈ যোৱা নদীও হ'ব পাৰে, অথবা ইয়াৰে দিখৌ, দিহিং, ব্ৰহ্মপুত্ৰ, ভৰলীও হ'ব পাৰে। কিন্তু কিয় তাই ক'ব নোৱাৰে মাত্ৰাধিক ৰং প্ৰয়োগ কৰি নিতান্তই অপটু হাতেৰে আঁকা এই ছবিখনে তাইৰ সতে অকলশৰীয়া মুহূৰ্তত কথা পাতি থাকে। সেইখন

তেতিয়া আৰু ছবিৰ নদীখন হৈ নাথাকে। হৈ পৰে তাইৰ অকলশৰীয়া মুহূৰ্তৰ অন্তৰংগ সখী। কিজানি যুগ যুগৰ-পথ পৰিক্ৰমাত তাই কোনো এখন নিৰ্জন অৰণ্যৰ এই নদীৰ পাৰতে বহি এখন্তেক জিৰাইছিল। আজলি ভৰাই পান কৰিছিল এই নদীৰে পানী। কিজানি এই নদীৰ পাৰৰপৰাই আৰম্ভ কৰিছিল তাই জীৱনৰ অন্বেষণ। এই নদীয়েই তাইক শিকাইছিল জীৱন আৰু পৃথিৱীৰ ৰহস্য। এইখন নদীয়েই কিজানি তাইক শিকাইছিল প্ৰেমৰ আদিপাঠ, আৰু এই নদীৰ পাৰতেই অদিতিৰ জীৱনেও লাভ কৰিছিল পৰিপূৰ্ণতা। সেই যে তাই পূৰ্ণেন্দুক কৈছিল, 'ছাৰ মই জীৱন ভৰাব জানো। কাৰো জীৱন খালী কৰাৰ কৌশল মই আয়ত্ত কৰা নাই।' লোকৰ জীৱন পৰিপূৰ্ণ কৰাৰ কৌশলো তাই আয়ত্ত কৰিছিল তাইৰ এইখন নামহীন প্ৰিয় নদীৰপৰাই। নদী মাথো বৈ যাব জানে। কাষৰ সীমাহীন বালি, বালিত এছাৰ খাই পৰা পানী আৰু তাৰ লহৰ — তাৰ মাজত নিৰলস গতিৰে বৈ যোৱা এখন নদী— জীৱন নদী। হে মোৰ প্ৰিয নদী, তোমাৰ সমস্ত ৰূপালী ৰং, জীৱন বীক্ষা, তোমাৰ সমস্ত দুখ আৰু আনন্দ, ঘাত প্ৰতিঘাতেৰে তুমি মোৰ বুকুৰ মাজলৈ বৈ আহা। মোৰ বুকুৰ মাজেদি হিলদ'ল ভাঙি বৈ তুমি বিচাৰি লোৱা তোমাৰ যাত্ৰাপথ। মোকেই নহয়, সকলো মানুহকে শিকাই দিয়া সকলোৰে জীৱন ভৰোৱাৰ কৌশল; শিকাই দিয়া প্ৰেমৰ মহামন্ত্ৰ।

তাইৰ শোৱনি কোঠাটো আহল বহল। ৰাতিপুৱাৰ পোহৰ পৰে। আবেলি সোমাই আহে চুচুক চামাককৈ দিন অৱশেষৰ শেষ ৰং। খিৰিকিৰ পৰ্দা কোচালেই দেখা যায়, নিঃসীম নীলা আকাশ। আকাশৰ বুকুত দুপৰ বেলা অকলশৰীয়াকৈ উৰি ফুৰা চিলনীটো। আকাশৰ একেবাৰে ওপৰত চিলনীটো উৰি থাকে, আৰু উৰি উৰি তাতে পাকঘূৰণি খায়। আকাশৰ ৰং লাগে চিলনীৰ ডেউকাত। সেই গভীৰ নীলা ৰং। আকুল হোৱাৰ ৰং। চিলনীটোৱে যেন ডেউকা দুখনেৰে আকাশখন সাৱটিহে ল'ব। আঃ, মযো যদি হ'ব পাৰিলোহেঁতেন এজনী পৰিপূৰ্ণ চিলনী — যাক পৰিপূৰ্ণ কৰিছে আকাশখনে। আকাশৰ সতে উৰি উৰি উমলি জামলি মই যদি গুচি যাব পাৰিলোহেঁতেন সেই মহাজাগতিক গ্ৰহ নক্ষত্ৰৰ বুকুলৈ। সেই অনাৱিষ্কৃত নক্ষত্ৰ— যাৰ পোহৰৰ ৰেশ আহি এতিযাও মানুহৰ বুকুত খুন্দা খোৱা নাই। আঃ পাৰিলোহেঁতেন যদি। অদিতিয়ে উশাহ সলাই ল'লে। আকাশখন মোৰ প্ৰিয় নদীখনৰ দৰে কিয় হ'ল? নদীয়ে মোৰ সতে কথা পাতে —, আকাশেও কথা পাতে। লাহে লাহে আকাশখন মোৰ বুকুৰ মাজলৈ সোমাই আহিছে কিয়? লাহে লাহে মোৰ বুকুৰ মাজত পৰিস্ফুট হৈ পৰিছে কিয় মোৰ প্ৰিয় নদীখন? নদীয়ে মোৰ বুকুৰ খবৰ

জানেনে? আছেনে নদীৰ প্ৰিয় নাৰী? অদিতিৰ উশাহ গধুৰ হ'ল। কোনে বুজে প্ৰিয় নদীৰ ভাষা? কোনে শুনে প্ৰিয় নদীৰ কল্লোল? আঃ আঃ, কলৈ গৈ আছোঁ মই? ক'ত মোৰ প্ৰিয় নদী? ক'ত মোৰ আকাশ? 'তোমাৰ শৰীৰ নদীৰ দৰে —' কোনে কৰিছিল সেই শব্দ উচ্চাৰণ? হয় জানো? নদীৰ দৰে জানো ঢৌ খেলা মোৰ শৰীৰ? কোনে কৈছিল মোক সেই কথা? অবিনাশে? নহয়। তেন্তে পূৰ্ণেন্দুৱে? তেখেতেও নাই কোৱা। তেন্তে কোনে? কোনে? কোনে আকাশৰ বুকুৰপৰাই নে মাটিৰ বুকুৰপৰাই মোৰ বাবে উচ্চাৰণ কৰিছিল সেই পৰম শক্তিশালী তৰংগায়িত শব্দ? নদীৰ দৰেই তৰংগায়িত সেই শব্দ। কাৰ বুকুৰপৰা আকুলভাৱে ধ্বনিত হৈ মোৰ বুকুত প্ৰতিধ্বনিত হৈছিল?

'নদীৰ দৰেই মোৰ প্ৰিয়তমা নাৰীৰ শৰীৰ।' অথবা 'প্ৰিয়তমা নাৰীৰ শৰীৰৰ দৰেই মোৰ প্ৰিয় নদীৰ শৰীৰ।' ঠিকেই। ঠিকেই । এই কথাই শুদ্ধ আৰু শেষ কথা হওক —, এজন প্ৰিয়তম পুৰুষে উচ্চাৰণ কৰা। নদীৰ দৰেই প্ৰিযতমা নাৰীৰ শৰীৰ। সবল, শীতল, স্নিগ্ধ আৰু তৰংগায়িত, সুষমাময আৰু সময়েও নিস্তেজ কৰিব নোৱৰা। সেই নাৰীদেহ। ঢৌ খেলা চুলি, ঢৌ খেলা চকু, ঢৌ খেলা বুকু। যেন তৰংগায়িতভাৱে বৈ যোৱা এক কল্যাণী নাৰীৰ শৰীৰ — এহাতত যি ধাৰণ কৰিছে সময়, এহাতত মহাজগত। ঢৌ খেলা বুকুত জিলিকিছে দুপৰৰ নিৰ্মেঘ আকাশ।

অদিতি মাজে সময়ে অদিতি হৈ নাথাকে। সময় পালেই হয় তাই এখন নদী, নহয় তাই এখন আকাশত পৰিণত হয়। আৰু সময়নো পায় কিমান? কলেজ আছে, ঘৰৰ তদাৰকি আছে, উল শলা আছে, ল'ৰা ছোৱালীৰ চিন্তা, অবিনাশৰ চিন্তা আছে। তদুপৰি ঘাই ঘৰখনৰো কিছুমান দায়িত্ব আৰু সিদ্ধান্ত তাযেই ল'ব লগাত পৰে। শহুৰেকৰ, পুতেক অবিনাশতকৈ বোৱাৰীয়েক অদিতিৰ ওপৰত ভৰষা বেচি। মাজতে তাই গৈ সৰুটো দেওৰেকৰ বাবে ছোৱালী ঠিক কৰি আঙঠি পিন্ধাই থৈ আহিলগৈ। মাকৰ গা বেয়া বুলি শুনি মাকৰ ঘৰলৈকো গৈ দুদিনমান থাকি আহিলগৈ। তাৰ পাছতে আহিল পূৰ্ণেন্দু। সদৌ অসম ভিত্তিত সিহঁতৰ চহৰখনত অনুষ্ঠিত হোৱা চিত্ৰ কৰ্মশালা আৰু প্ৰদৰ্শনী এখনত যোগ দিবলৈ বুলি। দিল্লীত তেখেতৰ একক চিত্ৰ প্ৰদৰ্শনীখন শেষ কৰি বাহিৰে বাহিৰেই লৰালৰিকৈ আহিছে।

পূৰ্ণেন্দু আহিব বুলি বহু আগতীয়াকৈ গম পাই অবিনাশো দুদিনমান বৰ উৎফুল্লিত হৈ আছিল। তাইক কৈছিল — 'ছাৰনো আমাৰ ইয়াত ক'ত থাকিব? তেখেত থাকিব চাৰ্কিট হাউচত। তথাপিও এনিশাৰ বাবে হ'লেও জোৰকৈ ৰাখিবা। নিশাৰ নিশাটো তেখেতৰ লগত বহি কথা পাতিম।'

'বয়স হোৱা মানুহ এজনৰ টোপনি ক্ষতি কৰি কথা পাতিবলৈ তোমাৰো ভাল ইচ্ছা হয় নেই।' অদিতিয়ে কৈছিল। 'কথা পাতিবা বাৰু, কিন্তু ৰাতিৰ ৰাতিটো নহয়।' কিন্তু কি হ'ব? পূৰ্ণেন্দুৰ সতে ছবি, সাহিত্য, ৰবীন্দ্ৰনাথ সম্পৰ্কীয় কথা পাতিম বুলি দুদিন উৰুলিকৃত হৈ থাকিলেও অবিনাশলৈ খবৰ আহিল — অয়িচৰ সম্পৰ্কত ছেমিনাৰ এখনত যোগ দিবলৈ তাক বাছনি কৰা হৈছে, আৰু পূৰ্ণেন্দু এই চহৰখনত থকা দিন কেইটাতেই সিও ছেমিনাৰ কৰিবলৈ কলিকতাত থাকিবগৈ লাগিব।

অবিনাশে কথাটোত বেয়া পালে। অদিতিৰো বেয়া লাগিল। ইস, ইমান আশা কৰিছিল মানুহটোৱে। এতিয়া মনটো মাৰি পেলাইছে। অবিনাশে অদিতিক ক'লে— 'তুমি ছাৰক এদিন ইয়াত থাকিবলৈ ক'বা। মোৰ ইচ্ছা আছিল যদিও কথা পতা নহ'ল, কথাটো বুজাবা। তুমিয়েই কথা পাতিবা; পাছত মোক ক'বা।'

তাৰ পাছত অবিনাশ কলিকতালৈ গ'লগৈ, আৰু দিল্লীৰপৰাই বাহিৰে বাহিৰেই পূৰ্ণেন্দু সিহঁতৰ চহৰখনলৈ আহিল। সেইকেইদিন পূৰ্ণেন্দুৰ সতে তাই এক অন্তৰংগ সময় পাৰ কৰিছিল। সময়বোৰ বৰ সহজেই পাৰ হৈ গৈছিল। সময় তাই পাৰ কৰিব লগা হোৱা নাছিল, বৰঞ্চ নদীৰ সোঁতৰ দৰে বৰ অনায়াসে পাৰ হৈ গৈছিল অদিতিৰ সময়। মানুহজন আহি মাত্ৰ চাৰিটা দিন আছিল। চাৰিটা দিন আছিল মানে, চহৰখনত মাত্ৰ চাৰিটা দিন আছিল। আৰু সেই চাৰিটা দিনৰ সান্নিধ্যৰে অদিতিক পৰিপূৰ্ণ কৰিছিল। অদিতিৰ বৈচিত্ৰ্যহীন চৌবিশ বছৰীয়া বৈবাহিক জীৱনলৈ আনি দিছিল বৈচিত্ৰ্য। এতিযা মানুহজন গ'লগৈ। অদিতিৰ সময়বোৰ আকৌ প্ৰাত্যহিকতাক বন্দী হৈ পৰিল।

চাৰিদিনৰ শেষৰ দিনা তাই পূৰ্ণেন্দুক জোৰ কৰিলে। 'আপুনি আজি আমাৰ ঘৰতে থাকক ছাৰ। কালিলৈ যাবগৈয়েই। আজি থাকক। এৱোঁ মোক কৈ গৈছিল কথাটো। আজি কথা পাতিম আৰু এওঁ আহিলেই মই আপোনাৰ লগত পতা কথাবোৰ কম। থাককচোন ছাৰ, ভাল লাগিব।'

পূৰ্ণেন্দুৱে প্ৰথমে আপত্তি কৰিছিল। তাই বৰকৈ জোৰ কৰাত থাকিবলৈ মান্তি হ'ল। সন্ধিয়া সময়ত মানুহজন আহিল। চাহ একাপ খালে। ভাগৰ লাগিছে বুলি কৈ আলহী কোঠাৰ বিছনাখনত এবাগৰ দিলে। অদিতিৰ লগত কথা বতৰা পাতিলে। সেইদিনা ভাত পানীৰ কাম অদিতিৰ নিৰ্দেশ মতেই সাবিত্ৰীয়েই গোটেই খিনি কৰিলে। তাই মানুহজনৰ ওচৰে ওচৰে থাকিল। কালিলৈ তেখেত যাবগৈ। আৰুনো কিমান সময় তাই লগ পাব?

ভাত পানী খাই আলহী কোঠাত পূৰ্ণেন্দু শুবলৈ গ'ল। অদিতিৰো লগতে গ'ল। তাই বিছনাখন আকৌ এবাৰ জাৰি জোকাৰি পাৰিলে। আঁঠুবাখন তৰিলে। তাৰ পাছত পূৰ্ণেন্দুক ক'লে —'ছাৰ, আহক শোৱকহি।'

বাহিৰত বৰষুণ পৰিছিল। এই কেইদিন বৰষুণ নাই; সেইদিনা আবেলিৰেপৰাই মুষল ধাৰাৰে বৰষুণ। বতৰটো বৰ নিস্তব্ধ হৈ আছিল; কেৱল বৰষুণৰ শব্দ। তাপমাত্ৰাও যথেষ্ট কমিছিল। পূৰ্ণেন্দু আহি বিছনাত পৰিল । তাই বিছনাৰ কাষৰ সৰু মেজখনত পানী এগিলাচ ঢাকি থ'লে। তাই পূৰ্ণেন্দুৰ বুকুলৈকে পাতলীয়া গৰম কাপোৰখন দি দিলে। ক'লে —'বিয়াৰ আগদিনালৈকে মই এনেকৈ মোৰ দেউতাৰ গাত কাপোৰখন দি দিছিলোঁ।' পূৰ্ণেন্দুৱে উত্তৰ নিদিলে। তাই উত্তৰৰ প্ৰত্যাশাও কৰা নাছিল। হঠাতে কথাটো মনত পৰিল বাবেই তাইৰ মুখৰপৰা ওলাই গ'ল। তাৰ পাছত তাই বিছনাৰ ওচৰৰ চকীখনতে কিছুপৰ বহিল। মনে মনে বহুপৰ থকাৰ পাছত পূৰ্ণেন্দুৱেই প্ৰথম মাত লগালে —

'চিঠি নিলিখিলা কেলেই?'

'আপুনিওতো লিখিব পাৰিলেহেঁতেন —' তাই কলে।

'মই তোমাক লিখিবলৈ কৈছিলোঁ। তোমাৰপৰা চিঠি এখন পোৱাটো মোৰ বাবে জৰুৰী আছিল।'

'মোৰ বুকুৰ কোনটো খবৰ আপুনি নাজানে, যিটো মই আপোনাক চিঠি লিখি জনাব লগা হয়?'

বাহিৰত অবিশ্ৰান্ত বৰষুণ। ভিতৰৰ আলহী কোঠাত বৰষুণৰ সুবাস। সেই যে অবিনাশে কয় — তাইৰ শৰীৰত খৰিকাজাঁইৰ সুবাস — বৰষুণৰ সুবাসটোও ঠিক তেনেকুৱা। তাইৰ শৰীৰৰ খৰিকাজাঁইৰ সুবাস নে, তাই যে সদায় বুকুত ছটিয়াই লয় চন্দনৰ গুড়ি, নে তাইৰ খোপাৰ তগৰ ফুলৰ সুবাস? কোনটো সুবাস? নে কেৱল বৰষুণ, —শুকান মাটি জীপাল কৰা সেই মধুময় বৰষুণৰেই সুবাস? যি কেৱল শুকান মাটিকেই জীপাল নকৰে জীপাল কৰে ৰুক্ষ ধূসৰ বুকু —আৰু সেই ৰুক্ষ ধূসৰ বুকুখন বহন কৰা জীৱনো। তাই একো কথাই বুজি পোৱা নাছিল। বুজি পাবলৈনো আছিল কি কথা। কথাবোৰ দেখোন বৰ সহজ। সময় জানো কেৱল আইনষ্টাইনৰ সূত্ৰতেই বন্দী? সেযে বৰ সহজেই তাই বুজি পাইছিল যে বৰষুণৰ ছন্দতেই সময়েও ছন্দ মিলাই লৈছিল, আৰু সেই অনায়াস সহজ ছন্দতেই প্ৰতিটো মুহূৰ্ত তাইৰ ওচৰ চাপিছিল, আৰু প্ৰতিটো মুহূৰ্তই তাইৰপৰা বিচ্ছিন্ন হৈ পৰিছিল। তাই পূৰ্ণেন্দুৰ চকুত চকু থৈছিল, আৰু কৈছিল — 'কওক ছাৰ, মই আপোনাৰ

মুখৰপৰাই কথাটো শুনিবলৈ ইচ্ছা কৰোঁ।' পূৰ্ণেন্দুৱে মাথো একথৰে তাইৰ চকুলৈ চাই আছিল। তাই চকু নমাই লোৱা নাছিল — যদিও এজন মানুহে একেথৰে চাই থকাৰ পাছত চকু নমাই লোৱাৰেই কথা। বোধহয় সেই সময়ত তাইক পূৰ্ণেন্দুৰ অৱশ হৃদয়খনে কিছু অৱশ আৰু অস্থিৰ কৰি পেলাইছিল।

'তুমি তোমাৰ বুকুৰ কথা নিজেই গম পোৱা নাই।' পূৰ্ণেন্দুৱে ক'লে। 'তুমি মোলৈ নহয়, তোমাৰ নিজলৈকে এখন চিঠি লিখাচোন।'

'কোনে ক'লে আপোনাক যে মই নিজৰ বুকুৰ খবৰ নিজেই গম পোৱা নাই বুলি? শুনক ছাৰ, আপুনি মোক যিমান ভাল পায়, মই তাতোকৈ হাজাৰ হাজাৰ গুণ বেছিকৈ আপোনাক ভাল পাওঁ। এইটো মই বুজি পোৱা মোৰ বুকুৰ খবৰ নহয়? আপোনাক আৰু প্ৰমাণ লাগে?'

'মই তোমাৰ পৰীক্ষা ল'ব খোজা নাই অদিতি। যদি প্ৰমাণেই বিচাৰিলোঁ, তেন্তে বিশ্বাস কৰিলোঁ ক'ত? আৰু যদি বিশ্বাসেই নকৰিলোঁ তেন্তে ভাল পালোঁনো ক'ত?' পূৰ্ণেন্দুৱে কৈছিল।

'বিশ্বাসৰ কথাটোৱেই আচল কথা বুলি মই ভাবো ছাৰ।' অদিতিয়ে আকৌ পূৰ্ণেন্দুৰ ডাঠ চছমাৰ আঁৰত ঢাক খাই থকা চকু দুটালৈ চাইছিল। 'বিশ্বাস কৰা আৰু বিশ্বাস ৰখা — এই দুইটা কথাই মানুহৰ জীৱনৰ মূল কথা হোৱা উচিত। আপুনি কি বুলি ভাবে?'

বৰষুণ জাক ঘন হৈ বাহিৰত পৰিছিল নে ভিতৰত পৰিছিল? তাই বহি থকা চকীখন পূৰ্ণেন্দুৰ বিছনাৰ আৰু ওচৰ চপাই লৈছিল। কিবা অনুচিত কাম হ'ব নেকি যদি তাই আজি তাইৰ বুকুৰ চন্দনৰ সুবাস এই আকুল মানুহজনক উপহাৰ দিয়ে? আকাশ খহি পৰিব নেকি, যদি এই মানুহজনে দুহাতেৰে তুলি ধৰে অদিতিৰ নদীৰ দৰে শৰীৰ? গতিশীল সময়ক স্থিৰ কৰি ৰাখিবৰ বাবে এটা মুহূৰ্তক ধৰি ৰাখিব পৰাই বহুত কথা। তাই বৰষুণ জাকত তিতি জুৰুলি জুপুৰি হ'ব খুজিছে নেকি? পূৰ্ণেন্দুৰ বুকুৰ মাজৰ সেই অবিশ্ৰান্ত বৰষুণ জাকত?

বগা পাতল আঁঠুৱাখনৰ বাহিৰৰপৰা তাই পূৰ্ণেন্দুলৈ চালে। অনবৰতে চছমা পিন্ধা মানুহজনৰ চকু দুটা এতিয়া চছমাৰ আৱৰণৰপৰা মুক্ত। তেখেত শুইছে নেকি? বন্ধ হৈ আছে চকু দুটা। হাত এটা কপালৰ ওপৰত। নে, কিবা চিন্তাহে কৰিছে? কি চিন্তা কৰিছে? তাইক সজাৰপৰা মুক্ত কৰাৰ চিন্তা? সেই যে মানুহজনে কৈছিল —'সজাৰপৰা তুমি ওলাই আহিব পৰা নাই। যিমানেই আহল-বহল নহওক সজাটো এটা বন্দীশালেই।' 'কিন্তু ছাৰ —' অদিতিয়ে কৈছিল —'আপুনি কি ভাবে

নাজানো। মোৰ স্বামী এজন হৃদয়বান মানুহ। তেওঁ ইমানেই হৃদয়বান যে, অবিশ্বাস আৰু প্ৰেমহীনতাৰ ঠাই তেওঁৰ মাজত নাই। তেওঁ মানুহৰ পৰিপূৰ্ণ স্বাধীনতাত বিশ্বাসী। মই সজাৰ মাজত সোমোৱাৰ প্ৰশ্নই নুঠে।' পূৰ্ণেন্দুৱে হাঁহিছিল। 'তুমি মোৰ কথা বুজা নাই অদিতি। মই তোমাৰ কথা কৈছোঁ; তোমাৰ স্বামীৰ কথা নহয়। তুমি তোমাৰ নিজৰপৰাই মুক্ত নহয়। মই সেই মুক্তিতহে বিশ্বাসী।' সেই চিন্তাহে কৰিছে নেকি পূৰ্ণেন্দুৱে? পাৰি জানো নিজৰ মাজৰ সজাটোৰপৰা মুক্ত হ'ব? পাৰিনে? কেনেকৈ পাৰি? এটা সজাৰপৰা মুক্ত হৈ অইন এটা সজাত নোসোমাবগৈনে ? ইটো সজাৰপৰা সিটো সজা, সিটো সজাৰপৰা ইটো সজা; মাথো তাৰ পৰিধিৰ তাৰতম্য। মাথো তাৰ ধাৰণাৰ সালসলনি। কেনেকৈ মুক্ত কৰিব মানুহজনে তাইক নিজৰ মাজৰ সজাটোৰপৰা? তায়েইবা মুক্ত হ'ব কিদৰে? অদিতিয়ে দুহাতেৰে মুখ ঢাকিলে। বৰ ক্লান্ত যেন লাগিছে কিয় তাইৰ? কিহৰ ইমান ভাগৰ? তাই বৰযুগত তিতি জুৰুলি-জুপুৰি হ'ব খোজা মানুহ। বৰষুণে বিধ্বস্ত কৰি থৈ যাব বুলি ভয় কৰিলে কিদৰে হ'ব?

ক্লান্ত অৱশ দুহাতেৰে মুখ ঢাকি অদিতি তেনেকৈয়েই বহুত সময় বহি ৰ'ল। বহু সময়ৰ পাছত তাই মুখৰপৰা হাত আঁতৰালে। পূৰ্ণেন্দু আগৰ দৰেই শুই আছে। চকু দুটা মুদ খাই আছে বাবে চকুৰ ভাষা বুজি পোৱা নাযায়, কিন্তু মানুহজনৰ মনৰ মাজত এটা প্ৰচণ্ড ধুমুহাই তোলপাৰ কৰি আছে বুলি দেখিলেই ধৰিব পাৰি। ওখ ঋজু শৰীৰ এটা, অনাৱশ্যকীয় মেদ নাই। লৌহ কঠিন শৰীৰটো বয়সৰ শিথিলতাই এই বয়সতো লৰচৰ কৰিব পৰা নাই। এতিয়া কিন্তু ধুমুহা এটাই সেইটো শৰীৰেই তোলপাৰ কৰি আছে। বোধহয় —, তাই যেন দেখা পালে, বোধহয় পূৰ্ণেন্দুৰ শৰীৰত এটা শাৰীৰিক আকাংক্ষা আছে। এটা দুৰ্দান্ত অৱদমনীয় শাৰীৰিক আকাংক্ষা — সুস্থ সবল শৰীৰ থাকিলে থাকিব লগীয়া এটা শাৰীৰিক আকাংক্ষা। বৰ সংযত আৰু ভদ্ৰ। বৰ কোমল। কিন্তু তীব্ৰ তাৰ দাহিকা শক্তি। মানুহজনক কিজানি বহুত দিনৰপৰাই ভিতৰি ভিতৰি দহি আনিছে। তেখেতে নিজে জানে নে নাজানে কথাটো অদিতিৰ জানিবৰ ইচ্ছা হ'ল। তাই মাতিলে —'আপুনি টোপনি গ'ল নেকি ছাৰ ? মই লাইটটো নুমুৱাই দিওঁনে ?'

'নিদিবা। মোৰ টোপনি অহা নাই। তুমি বহি থাকা।'

'বহিছোঁ। আপুনি কিবা কিবি কথা কওকচোন। এনেকৈ বহি থাকি ভাল লগা নাই।'

'কথা ক'বলৈকো মোৰ একো নাই। তুমি মোৰ ওচৰত মাথো বহি থাকা।'

'মাথো বহি থাকিম? আপুনি চকু মুদি বহি থাকিব, আৰু মই বহি থাকিম? কিমান সময় বহিম?'

'ৰাতিপুৱালৈকে।'

'ৰাতি পুৱালে কি হ'ব?'

'মোৰ অস্থিৰতা কমিব।'

'আপুনি অস্থিৰ কিয়?'

'তুমি নহয় অস্থিৰ? মোক উত্তৰ দিয়া অদিতি। তুমি অস্থিৰ নহয়?' কপালৰপৰা হাত আঁতৰাই পূৰ্ণেন্দুৱে চকু দুটা মেলিলে, আৰু আঁঠুৰাৰ ভিতৰৰপৰাও মূৰটো উলিয়াই অদিতিৰ ফালে কাটি হ'ল। 'মই ভয়ংকৰ অস্থিৰ। ভয়ংকৰ — ভয়ংকৰ —' উশাহ সলাবলৈ পাহৰি গৈছিল কিজানি পূৰ্ণেন্দুৱে। 'মই মৰি যাম অদিতি। তুমি মোক অমৰত্ব প্ৰদান কৰা।' বৰ আকুলভাৱে অদিতিৰ ফালে প্ৰসাৰিত হ'ল পূৰ্ণেন্দুৰ দুহাত। 'আহাঁ। মোক মৃত্যুলোকৰপৰা ঘূৰাই লৈ আনা।'

অদিতিয়ে কি কৰিব? কি কৰা উচিত অদিতিৰ? বাহিৰত তেতিয়াও অবিশ্ৰান্ত বৰষুণৰ আকুল কৰা শব্দ। জৰজৰ, জৰজৰ। ঘৰৰ চালত বৰষুণ পৰিছে। মোহময় কৰিছে সময়। ইমান বৰষুণ — তাই বৰষুণত তিতা উচিত নে অনুচিত? বাহিৰত আছে এখন সমাজ, সমাজে কিছুমান নিয়ম-নীতি বান্ধি দিছে, সামাজিক শৃংখলাৰ কথা এটা আছে , তাইৰ বুকুত আছে প্ৰাচুৰ্যপূৰ্ণ ঘৰ এখনৰ পৰম পৰিপূৰ্ণতা —, তাই নিজে এজনী চহকী, সুখী মানুহ। এৰি দিবনে বৰষুণজাকক তিয়াবলৈ তাইৰ শৰীৰ?

বহি থকাৰপৰা অদিতি থিয় হ'ল। তাই কোঠাটোৰ ভিতৰতে খোজ কাঢ়িবলৈ লাগিল। তাইৰ খোপা খোল খাই গৈছে। আউল-বাউল হৈছে চুলি। খোপাৰপৰা মাটিত সৰি পৰিছে তগৰ ফুল। কান্ধৰপৰা পিছলি আহিছে শাড়ীৰ আঁচল। বুকুৰ মাজত চন্দনৰ সুবাস লৈ অদিতি কোঠাটোৰ ইফালৰপৰা সিফাললৈ মাথো খোজ কাঢ়ি আছে। গোটেই কোঠাটো সুবাসিত হৈ পৰিছে তাইৰ বুকুৰ চন্দনৰ সুবাসেৰে। শান্ত হওক। শান্ত হওক সাগৰৰ উত্তাল ঊৰ্মি। শান্ত হওক ধুমুহা। হে সময়, শান্ত কৰা আজি নিশাৰ এই নিদাৰুণ যন্ত্ৰণাক। মৰুভূমিৰ শুকান বালিত ৰাতিটোক চাটি-ফুটি কৰিবলৈ এৰি নিদিবা। ৰাতিটোক শান্ত কৰা, আৰু মোক ক্ষমা কৰা। মই মোৰ বুকুতো অনুভৱ কৰিছোঁ প্ৰাত্যহিকতাৰ সজাটোৰপৰা মুক্ত হ'ব খোজাৰ তীব্ৰ বাসনা। কেৱল প্ৰাত্যহিকতাৰপৰা মুক্ত হ'ব খোজাৰ বাসনাই নে? নহয়। নহয়। এই মানুহজনক মই ভাল পাওঁ। কাকো — আনকি, নিজকো প্ৰতাৰণা নকৰাকৈ এইজন মানুহক মই

ভাল পাওঁ। এই কথাই আজি নিশাৰ একমাত্ৰ আৰু শেষ কথা হওক। ময়ো বৰ ব্যাকুল হৈ পৰিছোঁ। নিজৰ মাজৰপৰা ওলাই আহিবলৈ মোৰ আজি সাহসৰ প্ৰয়োজন হৈছে।

কিছুপৰ কোঠাটোৰ ভিতৰতে ইফালৰপৰা সিফাললৈ খোজ কঢ়াৰ পাছত অদিতি পূৰ্ণেন্দুৰ ওচৰলৈ আহিল। আঁঠুৰাৰ বাহিৰতে অথনিৰ দৰে ওলাই আছে পূৰ্ণেন্দু। তাই আঁঠুৰাখন দাঙিলে আৰু ওপৰলৈ উঠাই থ'লে। পূৰ্ণেন্দুৱে কেৱল তাইলৈ চাই থাকিল। নদীৰ দৰে শৰীৰৰ অদিতিয়ে আজি পূৰ্ণেন্দুক উটুৱাই লৈ যাব খুজিছে দূৰ-দূৰণিৰ এক আলোকময় ৰাজ্যলৈ। নিৰ্দিষ্ট পৰিধিৰ মাজত নদী এখন চিৰদিন নাথাকে। নদীৰ কেতিয়াবা গৰাও খহে, কেতিয়াবা ইকূল সিকূল বন্যা প্লাবিতো হয়, কেতিয়াবা নদী নিস্তৰংগও হয়। এই কথা নদীৰ ক্ষেত্ৰত যিমান সত্য, নাৰীৰ ক্ষেত্ৰতো সিমানেই সত্য।

তাই পূৰ্ণেন্দুৰ বুকুৰ ওচৰত বহিল, আৰু সেই প্ৰসাৰিত দুহাতৰ মাজলৈ সোমাই গ'ল — যেন অৱলীলাক্ৰমে। যেন, কেৱল তাইৰ বাবেই নহয়, পৃথিৱীৰ বাবেও এইটো ঘটনাই ঘটিব লগীয়া ঘটনা আছিল। যেন, এই ঘটনাটো নঘটা হ'লেই তাইৰ অথবা পৃথিৱীৰ — দুযোৰে ভীষণ ভুল হ'লহেতেন। বুকুৰ চন্দনৰ সুবাস তাই বাৰু এইজন মানুহৰ বাবেই সংৰক্ষিত কৰি থৈ দিছিল নেকি?

বাহিৰৰ অবিশ্ৰান্ত বৰষুণৰ সতে সমানে মিল ৰাখি ভিতৰতো এজাক বৰষুণ। সেইজাক বৰষুণত অদিতি কেৱল তিতিছে। কিজানি বাহিৰ ভিতৰৰ দুইজাক বৰষুণ কেৱল অদিতিক তিয়াবৰ বাবেই। পাৰ ভাঙি বৈ গৈছে এখন নদী। কোনো এক মহাজাগতিক নক্ষত্ৰৰ আকৰ্ষণে উত্ৰাৱল কৰা অদিতিৰ নদীৰ দৰে শৰীৰ। তাইৰ সমগ্ৰ শৰীৰত ঘামৰ কণিকা, পূৰ্ণেন্দুৰো। তাইৰ চন্দনেৰে সুবাসিত বুকুত পূৰ্ণেন্দুৰ ওঁঠ। 'তোমাৰ বুকুত জোনাক আছে।' পূৰ্ণেন্দুৰ আৱেশঘন কথা। 'জোনাকে অনুপ্ৰাণিত কৰে। মৃত্যুলোকৰপৰা ঘূৰাই আনে অমৃতময় মানুহক। জোনাকে কল্যাণ কৰে। মোক অমৰ কৰা, হে মোৰ প্ৰিয়তমা নাৰী; মোক অমৰ কৰা।' পূৰ্ণেন্দুৰ শৰীৰে কথা কৈছে। চন্দনৰ সুবাসেৰে সুবাসিত হৈ পৰিছে অদিতিৰ নদীৰ দৰে শৰীৰ। লাইট জ্বলিয়েই আছে, আৰু দুটা অমৃতময় শৰীৰে অশৰীৰীভাৱে অনুভৱ কৰিছে দুটা শৰীৰক।

বহুপৰ — কিমান পৰ অদিতিয়ে নাজানে। বোধহয় দুটা শৰীৰৰ মাজত পিষ্ট হৈ সময় কিছুপৰ স্তব্ধ হৈ আছিল, স্থান হৈ পৰিছিল গৌণ। শৰীৰ দুটাও তুচ্ছ হৈ পৰিছিল। বাহিৰৰ বৰষুণে ঘাঁহনিখন তিয়াইছিল —, আৰু সেই তিতি থকা ঘাঁহনিৰ

ওপৰত পৰি বৈছিল সময় পিষ্ট হোৱাৰ, অথবা স্তব্ধ হোৱাৰ চিন। মহাকালৰ ৰথৰ চকৰি ঘূৰা বন্ধ হৈছিল, গ্ৰহ-নক্ষত্ৰ কক্ষপথতে বৈ গৈছিল। বহুপৰৰ পাছত অদিতিয়ে গম পাইছিল, বাহিৰৰ বৰষুণৰ শব্দ ক্ৰমাৎ ক্ষীণ হৈ আহিছে। বৰষুণ পৰা বন্ধ হৈছে। তাই উশাহ এটা দীঘলকৈ লৈ মজিয়ালৈ নামিছিল। পূৰ্ণেন্দুৰ গাৰ ওপৰত পাতলীয়া গৰম কাপোৰখন পেলাই দিছিল। আউল-বাউল হোৱা চুলিখিনিৰে এটা খোপা বান্ধিছিল। পূৰ্ণেন্দুৰ টোপনি আহিছিল নেকি, মানুহজন চকু দুটা মুদি বেৰৰ ফালে কাটি হৈ থকা তাই লক্ষ্য কৰিছিল। তাই তুলি থোৱা আঁঠুৱাখন পেলালে, বিছনাত গুঁজিলে, মেজৰ ওপৰত থোৱা টৰ্চ লাইটটো পূৰ্ণেন্দুৰ গাৰুৰ ওচৰত থ'লে, আৰু খুব লাহেকৈ পূৰ্ণেন্দুৰ কপালত ওঁঠখন লগাই ক'লে —'আপুনি শুই থাকক। ৰাতি বহুত হ'ল।'

অবিনাশ কালিলৈকো নাহে, আহিব পৰহিলৈ। অদিতি নিজৰ কোঠাত সোমাল। অবিনাশে টেলিফোন কৰিব পাৰে। তাই বিছনাখনতে বহিল, আৰু গালত হাত থ'লে। খিৰিকিৰে দেখা পোৱা আকাশখন বৰ্ষণমুখৰ ডাৱৰেৰে ঢাক খাই আছে। তাই একেথৰে সেই ফালেই চাই থাকিল। তাই ৰাতি পিন্ধা কাপোৰসাজ নিপিন্ধিলে, মুখতো নঘঁহিলে গাখীৰৰ সৰ অথবা ৰাতি ঘঁহা ক্ৰীম। তাই বহুতপৰ ডাৱৰে ঢকা আকাশখনলৈ চায়েই থাকিল। খোপাটো আকৌ খোল খালে, আৰু ডাৱৰে আকাশখন ঢাকি পেলোৱাৰ দৰেই তাইৰ পিঠিখনো বন্ধনমুক্ত হোৱা চুলিয়ে ঢাকি পেলালে। বন্ধনমুক্ত। ঠিকেই, এইটোৱো এটা প্ৰশ্নই। তাই জানো পাৰিছে বন্ধনমুক্ত হ'ব? তাইৰ বন্ধন কি? বন্ধন কোন? সজা এটাৰপৰা তাই ওলাই আহিছে নেকি? এটা সজাৰপৰা ওলাই আহি আকৌ অইন এটা সজা —, ঠিক যিদৰে এটা বন্ধনৰপৰা অইন এটা বন্ধন। চিৰদিন পৰাজিত মানুহৰ বাবে বাৰে বাৰে বন্ধনমুক্ত হোৱা আৰু বাৰে বাৰে পৰাজিত হোৱাটোৱেই কিজানি আটাইতকৈ ডাঙৰ পৰিহাস।

অদিতিয়ে টোপনি যাবলৈ যো-জা কৰিলে। ঠিক তেতিয়াই বাজিল টেলিফোন। টেলিফোনৰ সিপাৰত অবিনাশ। অবিনাশৰ মাতটো শুনি তাইৰ ভাল লাগিল, যেন কিছু পৰিমাণে তাই এটা স্বস্তি পালে। খা-খবৰ লোৱাৰ পাছত অবিনাশে তাইক সুধিলে —'ছাৰে অসুবিধা পাইছে নেকি? তেখেতৰ লগত থাকিব নোৱাৰি মই বেয়া পাইছোঁ বুলি কবা।'

'কিহৰ অসুবিধা?' অদিতিয়ে সুধিলে।

'খোৱা-বোৱা, থকা-মেলাত কত ধৰণৰ অসুবিধা থাকিব পাৰে।'

'ছাৰ এজন ডেকা মানুহৰ দৰে সবল আৰু কাৰ্যক্ষম।' অদিতিয়ে ক'লে।

'ঠিকেই কৈছা তুমি।' অবিনাশে উত্তৰ দিলে। 'ছাৰে জীৱন যাপন কৰিবলৈ মানুহক শিকাব পাৰে।' তাৰ পাছত অইন কথা। তাৰ চেমিনাৰ কেনেকুৱা হৈছে, .বাবলী, বাপনে ফোন কৰিছেনে নাই, কৰ্মশালাত লাগি তাই চাগৈ ভাগৰুৱা হৈ পৰিছে — ইত্যাদি।

শুবলৈ লৈ অদিতিয়ে গাৰুত মূৰ থ'লে। টি ভিৰ চিৰিয়েল চাই শেষ কৰি সাবিত্ৰীও অথনিতেই শুলেগৈ। তাইৰ খোপাৰ তগৰ ফুল সিটো কোঠাত পৰি থাকিল। বুকুৰ চন্দনৰ সুবাসো অথনিতেই তাই আলহীৰ কোঠাত এৰি থৈ আহিল। শৰীৰটো যেন বতাহৰ আলাসতে ভাহি ফুৰা এক সুৰহে। শৰীৰ নদী হ'ব পাৰে, সুৰো হ'ব পাৰেনে? কাণৰ কাষত বাজিছে জলতৰংগৰ সুৰ। নে, তাই এইমাত্ৰ এটা সুৰত পৰিণত হৈ পৰিল নেকি? কোনে জলতৰংগৰ সুৰত তাইলৈ বুকুৰ খবৰ পঠিয়াইছে অহৰহ? অবিনাশে? ওহোঁ - ওহোঁ। অবিনাশে নহয়। তেন্তে নিশ্চয় পূৰ্ণেন্দুৱে। পূৰ্ণেন্দুৱে নিশ্চয় অবিৰাম মাতি আছে, অদিতি — অদিতি — অদিতি। হয়নে? পূৰ্ণেন্দুৱে হয়নে? ওহোঁ। পূৰ্ণেন্দুৱো নহয় দেখোন। তেন্তে কোন? কোনে মাতে অদিতিক নাম ধৰি? কোন গভীৰ ৰহস্য ঘন অৰণ্যৰপৰা ভাহি আহে সেই আবেশ ৰঙিন কণ্ঠস্বৰ? বোধহয় অদিতি নিজেই হৈ পৰিছে এক ৰহস্যঘন অৰণ্য। আৰু তাই আৱিষ্কাৰ কৰিব খুজিছে নিজকে। গভীৰ অৰণ্যৰ মাজত নিজক আৱিষ্কাৰ কৰা ইমান সহজ নহয়। হেৰাই যোৱাৰপৰা পুনৰাই আৱিষ্কাৰ কৰা বৰ কঠিন কাম। তথাপিও অদিতিয়ে সেই কামতে আত্মনিয়োগ কৰিব খুজিছে। নিজকে আৱিষ্কাৰ কৰাৰ লগতে তাই হয়তো আৱিষ্কাৰ কৰি পেলাবও পাৰে প্ৰেমৰ এক নতুন সংজ্ঞা। সেই পুৰাতন সংজ্ঞা — কিন্তু নতুনকৈ। নতুন ৰূপত।

ঠিকেই। এক জয়াল প্ৰাগঐতিহাসিক অৰণ্যৰ মাজত তাই নতুন ৰূপত নিজকে আৱিষ্কাৰ কৰিলে। তাই আজি এইমাত্ৰ আৱিষ্কাৰ কৰিলে যে কলেজৰ শ্ৰেণীকোঠাত থকা সেই মানুহজনী এইজনী মানুহ নহয়। ঘৰুৱা দায়িত্ব পালন কৰা, অবিনাশৰ অংকশায়িনী হৈ সংসাৰ কৰা, অথবা বাবলী, বাপনৰ মাক হৈ দিন পাৰ কৰা মানুহজনীও এইজনী মানুহ নহয়। এইজনী বেলেগ এজনী অদিতি। যি স্বামীক প্ৰাণাধিক কৰি ভাল পায়ো অইন এজন মানুহক অকাতৰে দান কৰি বুকুৰ সুবাস। অমৃতময় স্বৰ্গলোকলৈ লৈ যাব পাৰে মানুহক। মৰণশীল মানুহক এক মুহূৰ্তৰ বাবে হ'লেও দান কৰিব পাৰে অমৰত্ব। সময়ক কৰিব পাৰে তুচ্ছ, দেহাক কৰিব পাৰে দেহাতীত। স্থানক দিব পাৰে দলিয়াই। তাই যেন শক্তিধাৰণ কৰা অপৰাজিতা। আজি অদিতিৰ শৰীৰৰপৰা সমস্ত আবৰণ খোল খাই গৈছে। তাই সজাৰপৰা ওলাই

আকৌ বেলেগ এটা সজাত সোমোৱাগৈ নাই। তাই আজি গতি কৰিছে অনন্তৰ ফালে। আজি তাইৰ একমাত্ৰ এটাই হাবিয়াস আছে; স্থান, কাল আৰু শৰীৰৰ ওপৰলৈ গৈ অনন্ত হোৱাৰ হাবিয়াস।

লাহে লাহে অদিতিৰ চকু মুদ খালে। শেষ নিশা অকণমান সময়ৰ বাবে সাৰ পাই তাই গম পাইছিল, বাহিৰত অবিৰামভাৱে তেতিয়াও বৰষুণ পৰিয়েই আছে। উস! বতৰে কি পাগল কৰিব পাৰে মানুহক — চিলমিল টোপনিতে তাই ভাবিছিল, আৰু তাৰ পাছত আকৌ টোপনি গৈছিল।

বৰষুণ দি থাকিলেও চৰায়ে মাতিবই। অদিতিয়ে চৰাইৰ মাতৰ লগে লগেই সাৰ পালে। আগতেও পায়। ওচৰত শুই থকা অবিনাশক তাই জগাই দিয়ে। 'উঠাচোন, চৰায়ে মাতিছে শুনাচোন। কি চৰাইৰ মাত ধৰিব পাৰিছানে তুমি?' সাৰ পাই অবিনাশে তাইৰ কথাৰ উত্তৰ দিয়ে, আৰু বিছনাৰপৰা উঠে। তাই আকৌ টোপনি যায়। আজিও তাই কিছুপৰ চৰাইৰ মাত শুনিলে। বিভিন্ন চৰাইৰ মিশ্ৰিত কণ্ঠস্বৰ। এটাৰপৰা আনটো পৃথক কৰিবলৈ অসুবিধা। অবিনাশে কিন্তু ঠিকেই চিনি পায়। আজি তাই প্ৰথমেই হাতটো খেপিয়াই অবিনাশ শোৱা ঠাইকণ চালে। খালি হৈ আছে। অবিনাশ ঘৰত নাই।

ইকাটি সিকাটি কৰি অদিতি কিছুপৰ এনেয়েই বিছনাতে পৰি থাকিল। আজি তাইৰ টোপনি নাহিল। লাহে লাহে আকাশখন পোহৰ হ'বলৈ ধৰিলে। চৰাইৰ মাতৰ লগে লগে তাই সাৰ পোৱাৰ দৰে আকাশেও সাৰ পায় হ'বলা। তাৰ পাছত আকাশৰ বিশেষ কোণ এটা ৰঙচুৱা হ'ল। লাহে লাহে সেই ৰং গোটেই আকাশলৈকে বিয়পিল। ৰ'দ ওলাইছে। ৰাতিৰ ৰাতিটো ধাৰাসাৰ বৰষুণৰ পাছত ৰ'দজাক যেন জুৰলি-জুপুৰি, আকাংক্ষিত ৰ'দ। বৰ কোমল। গছৰ পাত সোণালী হৈ জিলমিলাইছে। অ' আজি সেয়েহে চৰাইজাকৰ ইমান আনন্দ। একেজাপে বিছনাৰপৰা মজিয়ালৈ নামি অদিতি গাধোৱা ঘৰত সোমাল।

গাধোৱা ঘৰৰপৰা ওলাই ৰাতি পিন্ধি শোওঁতে সোত-মোচ হোৱা শাড়ীখন সলাই বেলেগ এখন পিন্ধিলে। চুলি ফণিয়ালে। মুখত অকণমান ক্ৰীম ঘঁহিলে আৰু কপালত ল'লে এটা টিপ ফোট। তাৰ পাছত তাই ওলাই আহিল। সাবিত্ৰীক চাহ কৰিবলৈ কৈ তাই বহা কোঠাৰ দুৱাৰখন খুলিলেহি। মালতীজোঁপাৰ ওচৰত কিছুপৰ ৰৈ তাই পদুলিলৈকে ওলাই গ'ল। পদুলি মুৰৰপৰা উলটি আহি আকৌ ঘৰৰ ভিতৰ। আলহী কোঠালৈ ভুমুকিয়াই চাই তাই দেখিলে, ইতিমধ্যে পূৰ্ণেন্দু শোৱাৰপৰা উঠাই নহয় গা-পা ধুই একেবাৰে সাজু। তাই কোঠাটোলৈ সোমাই গ'ল। 'ছাৰ,

উঠিলে? ৰাতি টোপনি ভাল হৈছিল নে? এওঁ টেলিফোন কৰিছিল। আপোনাৰ লগত সময় কটাব নোৱাৰি বেয়া পাইছে বুলি মোক ক'বলৈ কৈছে।' পূৰ্ণেন্দুৱে মূৰ ফণিয়াইছিল। হাঁহি এটা মাৰি ক'লে — 'ৰ'বা, ৰ'বা, একেবাৰতে বহুত প্ৰশ্ন কৰিলা। এটা এটাকৈ কৰিবা। মই পাহৰি যাব পাৰোঁ, বয়স হৈছে নহয়।' 'ইছ, আপোনাৰো যে কথা।' কথাষাৰ কৈ তাই সহজভাৱে হাঁহিলে। চাহ লৈ সাবিত্ৰী সোমাই আহিল।

'চাহ খাওক।' তাই ক'লে। আৰু পূৰ্ণেন্দুলৈ একাপ চাহ আগবঢ়াই একাপ নিজে ল'লে। 'ৰাতিপুৱাৰ জলপান কিমান সময়ত খাব? আপুনি ইয়াৰপৰা ওলাই যাব কিমান সময়ত ছাৰ?' তাই সুধিলে। প্ৰশ্নটো সুধি তাই কিছু পৰ ৰ'ল। পূৰ্ণেন্দুৱে চাহত সোহা মাৰিছিল। উত্তৰ পোৱাৰ আগতেই তাই আকৌ ক'লে — 'নহ'লে আজি থাকিয়েই যাওক।' তাই জানে পূৰ্ণেন্দু আজি কোনোপধ্যেই থাকিব নোৱাৰে। জানে যদিও তাই এনেয়েই ক'লে।

'থাকিব নোৱাৰিম।' পূৰ্ণেন্দুৱে ক'লে, 'তুমি দেখোন জানাই, মই কিমান ব্যস্ত।'

'জানো —' তাই লাহেকৈ কথাটো ক'লে। 'আপুনি আকৌ কেতিয়া আহিব ছাৰ?'

পূৰ্ণেন্দুৱে তাইৰ চকুলৈ চালে। ক'লে —'চাওঁচোন, কেতিয়া আহিব পাৰোঁ।'

আলহী কোঠাৰ খিৰিকিৰে ৰ'দ আহি কোঠাটোৰ ভিতৰ সোমাইছেহি। অদিতি খিৰিকিখনৰ ওচৰ চাপিল। পৰ্দাখন কোচাই তাই উৰুলিকৃত হৈ পৰিল। 'ছাৰ, চাওকচোন চাওক ৰ'দ ওলাইছে।' তাই মুহূৰ্ততে বনফৰিঙৰ দৰে এজনী চপলা বালিকাত পৰিণত হ'ল। 'আঃ ৰ'দ ওলাইছে! বাটে-ঘাটে ৰ'দ। মোৰ মালতীজোপাৰ ওপৰতো ৰ'দ। ৰ'দ—ৰ'দ—ৰ'দ। ছাৰ, খিৰিকিৰ ওচৰলৈ আহক।' পূৰ্ণেন্দু তাইৰ ওচৰ চাপি আহিল। তাইৰ পিঠিত হাত থ'লে। 'অদিতি তুমি কোন? তুমি কোনজনী অদিতি? মই কালি দেখাজনী নহয়, পৰহি দেখাজনীও নহয়, তাৰ আগদিনা দেখাজনীও নহয়। তুমি কোনজনী?' পূৰ্ণেন্দুৱে তাইক সুধিলে।

'একেজনী মানুহ কেইবাজনী কেনেকৈ হয় ছাৰ?' তাই পূৰ্ণেন্দুক প্ৰশ্ন কৰিলে।

'কেনেকৈ হয় তুমি জানা, মই নাজানো।' অদিতিৰ পিঠিত পূৰ্ণেন্দুৰ স্থিৰ হাত। 'তুমি মানুহক ৰ'দৰ দৰে সুখী কৰিব পাৰা।' অদিতি পূৰ্ণেন্দুৰ ফাললৈ ঘূৰিল, আৰু মানুহজনৰ চকুত চকু থ'লে। 'তুমি আচলতে কোন? তুমি কি? তুমি জানো কেৱলেই অদিতি? কলেজত পঢ়ুওৱা, ঘৰুৱা কাম কৰা, ওচৰ চুবুৰীয়াৰ সতে সুসম্পৰ্ক এটা ৰক্ষা কৰা, অবিনাশৰ সতে ঘৰ কৰা, কেৱলেই অদিতি? মোৰ দেখোন বিশ্বাস নহয়।' পূৰ্ণেন্দুৰ গাৰপৰা চাবোন আৰু পাউডাৰৰ গোন্ধ আহিছে। তাই পূৰ্ণেন্দুৰ

বুকুৰ ওচৰ চাপি গ'ল। 'ময়ো নাজানো মই কোন।' তাই পুৰ্ণেন্দুক ক'লে। 'পৃথিৱীৰ কোনো তিৰোতা মানুহেই চাগৈ আজিলৈকে জনাই নাই তেওঁনো কোন। তেওঁনো কাৰ। কাৰণ, কোনো তিৰোতাই আজিলৈকে নিজৰ হৈ পোৱা নাই। পুত্ৰ, স্বামী, পিতৃ, ভাতৃৰ মাজত তিৰোতা মানুহ এজনী ভাগ কৰা হৈ যায়। যেনেদৰে ভাগ কৰা হয় সমান দামত সমান পৰিমাণে হাটত ছাগলী অথবা চোৰাংকৈ মৰা পহুৰ মঙহ।' তাই পুৰ্ণেন্দুৰ বুকুত মুৰ থ'লে। 'আজিলৈকে কোনো তিৰোতাই কিজানি নিজকে নিজে পোৱা নাই। ময়ো পোৱা নাই। কিন্তু ভাবিছোঁ, বোধহয় মই নিজকে আৱিষ্কাৰ কৰাৰ সময় আহি পৰিছে। কিছুমান কথা থাকে একান্তই নিজৰ। কাকো ভাগ দিয়াৰ প্ৰশ্নই নুঠে। এইবাৰ মই নিজৰ বাবে আছুতীয়াকৈ কিছুমান কথা বা অকণমান সময় ধৰি ৰখাৰ চেষ্টা কৰিছোঁ। বোধহয়, এইটোৱেই সত্য — চিৰদিনৰ সত্য। অ' আপুনি ইয়াৰপৰা কিমান সময়ত ওলাই যাব ?'

পুৰ্ণেন্দু আহি বিছনাত বহিলহি। তাই বাহিৰত ওলাই থকা পুৰ্ণেন্দুৰ বস্তুকেইপদ বেগটো খুলি ভৰাই দিলে। খুলি থোৱা পাঞ্জাবী চোলাটো জাপিবলৈ লৈ গম পালে, তাৰপৰা এটা সুবাস ওলাইছে। তাইৰ বুকুৰ চন্দনৰ সুবাস। তাই চোলাটো নাকৰ ওচৰলৈ আনিলে। হয়, হয, এইটো চোলাই কালি পুৰ্ণেন্দুৱে পিন্ধিছিল। তাইৰ বুকুৰ চন্দনৰ সুবাস লাগি থকা চোলা। তাই চোলাটো জাপিলে আৰু বেগৰ একেবাৰে তলত ভৰাই থ'লে। এনেকৈয়ে থাওকচোন। সুৰ্বৰিবলৈকো মানুহক এটা সোঁৱৰণি লাগে। এটা প্ৰিয সুবাস — এখন প্ৰিয নদী, এপাহ প্ৰিয় ফুল, এটা প্ৰিয় সুৰ। লাগে লাগে। এইখিনিয়েইতো মানুহৰ একান্ত নিজা সম্পদ, লগত থাকে —, লালিত-পালিত হয়, আৰু লগতে গুচি যায়।

'তুমি মোলৈ এখন চিঠি লিখিবা।' পূৰ্ণেন্দুৱে ক'লে।

'কেনেকৈ তুমি এজনী মানুহেই কেবাজনীও হোৱা সেই কথাটো মোক লাগে। তুমি সেই কথাটো মোক জনাবা।'

'কেলেই, আপুনি গম পোৱা নাই? অনুভৱ কৰা নাই?' অদিতিয়ে সুধিলে।

'ইমান কম সময়তে সকলো ৰহস্য উদ্ঘাটন কৰা সম্ভৱ নহয়।' পুৰ্ণেন্দুৱে উত্তৰ দিলে।

'ইমান কম সময় ল'লে কেলেই আপুনি? আৰু বহু আগতে আহিব পাৰিলেহেঁতেন মোৰ ওচৰলৈ, নাহিল কেলেই? দুজন ককাইদেউৰ জন্মৰ পাছত যেতিয়া মোৰ জন্ম হ'ল তেতিয়া নগ'ল কেলেই আপুনি মোৰ ওচৰলৈ? তেতিয়াৰপৰা এতিয়ালৈকে বহুত সময় পালেহেঁতেন আপুনি। মোৰ সম্পৰ্কে সকলো অনুদঘাটিত

ৰহস্য উদঘাটন কৰিব পাৰিলেহেঁতেন। মোক জানিলেহেঁতেন, বুজিলেহেঁতেন। নগ'ল কেলেই আপুনি?' অদিতিৰ চকু দুটা চলচলীয়া হৈ পৰিল। তাইৰ মাতটো কঁপি থোকাথুকি হ'ল। বাহিৰখনত তেতিয়া হিলদল ভাঙি বৈ যোৱা তুমুল নদী এখনৰ দৰে বৈ গৈছে এখন ৰ'দৰ নদী। ঘৰৰ ছাঁ পৰা ঠাইকণত শালিকা চৰাইকেইটামানে কেলকেলাই চিএৰ বাখৰ কৰি আছে। ঘনচিৰিকা চৰাই এজাকেও চিকচিক কৰিছে। ওচৰৰ ঘৰখনৰ টেলিভিশ্যনৰ এনটেনাত দুটা কপৌ চৰাই বহি থকা তাই খিৰিকিৰে দেখিছে। নিশাৰ বৰষুণজাকে প্ৰকৃতিত চিন থৈ গৈছে। ঘাঁহনিখন হৈ পৰিছে উজ্জ্বল আৰু কোমল। চৰাইবোৰ হৈ পৰিছে আনন্দিত; মানুহৰ মনবোৰো কিজানি।

তাৰ পাছত অদিতি গাধোৱা ঘৰত সোমাল। সোনকালে গা ধুই আজৰি হৈ নল'লে নহ'ব। তাই খৰধৰকৈ গা ধুলে, কাপোৰ সলালে, চুলি ফণিয়ালে, কপালত ফোট ল'লে, সেওঁতাত সেন্দুৰ, লক্ষ্মীৰ ছবিখনৰ আগত ধূপ জ্বলালে, আৰু পাকঘৰ পালেহি।

এইমাত্ৰ গা ধুই অহা অদিতিৰ শৰীৰত এতিয়া মচুৰ ডাইল আৰু কেঁচা হালধি বটাৰ গোন্ধ। তাই বুকুত অকণমান চন্দনৰ গুড়ি ছটিয়াই লোৱাৰ কথা ভাবিছিল। তাইৰ নিজৰ বাবে এতিয়া আৰু চন্দনৰ সুবাস নাই। চন্দনৰ সুবাস এতিয়া তাই পূৰ্ণেন্দুৰ বাকচত তলা মাৰি থৈ দিছে। পূৰ্ণেন্দুৱে দুহাত পাতি তাইৰপৰা চন্দনৰ সুবাস খুজি লৈছে। কেৱল চন্দনৰ সুবাস। সকলো সুবাস পূৰ্ণেন্দুৱে তাইৰপৰা খুজি লোৱা নাই। তায়ো দিয়া নাই। ঘৰখনৰ বাবে, ল'ৰা-ছোৱালী দুটাৰ বাবে, অবিনাশৰ বাবে — আনকি তাইৰ নিজৰ বাবেও সকলো সুবাস ভঁড়াল উদং কৰি পূৰ্ণেন্দুক দি দিয়া উচিত নহয় — তাই সেই কথা জানে। সেয়ে, কিছুমান সুবাস তাই আছুতীয়াকৈ থৈ দিছে। দুখী, আকুল, পাগল মানুহ এজনে নিলেই জানিবা তাইৰ শৰীৰৰপৰা এক বিশেষ সুবাস, তাইৰনো হানি হ'ল কি? পৃথিৱীয়েনো হেৰুৱালে কি? অবিনাশৰেনো ক'ত ক্ষতি হ'ল? তাই ইমান কৃপণ হ'ব পাৰিবনে?

চুলি ফণিয়াই অহা অদিতিৰ খোপাত এতিয়া মাধৈ মালতীৰ খোপা, পদুলি মূৰত বৰ ধুনীয়াকৈ ফুলিছে। আবেলিৰেপৰা আমোলমোলাবলৈ ধৰে যদিও দিনৰ দিনটো ক্ষীণ গোন্ধ এটা ফুলৰ খোপাটোত লাগিয়েই থাকে।

চাহৰ মেজত অদিতি পূৰ্ণেন্দুৰ মুখামুখিকৈ বহিল। 'আপুনি দিল্লীলৈ কেতিয়া যাব।' তাই সুধিলে।

'ঘৰত দুদিন থাকি এওঁক লৈ যাম।' পূৰ্ণেন্দুৱে উত্তৰ দিলে।

'আপোনাৰ লগত বাইদেৱো যাব তেতিয়া হ'লে?'

'লৈ যাওঁ বুলি ভাবিছোঁ। এওঁ কি কৰে ঠিক নাই। ঘৰ এৰিবলৈ অসুবিধা পোৱা মানুহ।' পূৰ্ণেন্দুৱে হাঁহি উত্তৰ দিলে। অদিতিৰো হাঁহি উঠিল।

'কেলেই, ঘৰত দেখোন কোনোৱেই নাই। অ' আপোনাৰ ল'ৰাজন আহিছে নেকি?' পূৰ্ণেন্দুৰ ছোৱালী নাই; ল'ৰা এটা মাত্ৰ। আমেৰিকাত থাকে; কম্পিউটাৰ ইঞ্জিনিয়াৰ। বিয়া কৰালে। 'সি অহা নাই। এতিয়াই আহিবও নোৱাৰে। আমাকহে মাতি আছে।'

'যাব নেকি?' তাই সুধিলে।

'চাওঁচোন। এওঁ কি কয়।'

'কি ক'ব? দুয়ো গুচি যাওক।'

'কৈছোঁৱেই তোমাক, ঘৰ এৰিবলৈ অসুবিধা পোৱা মানুহ।' পূৰ্ণেন্দুৱে শব্দ কৰি হাঁহিবলৈ লাগিল।

'ঘৰত দেখোন কোনোৱেই নাই।' তাই আকৌ প্ৰশ্ন কৰিলে।

'ক'ত কোনো নাই? ফুলৰ টাববোৰ আছে, দুটা কুকুৰ, এটা মেকুৰী, এযোৰ শহা আছে। ওচৰ চুবুৰীয়া আছে। ইমানবোৰ দায়িত্ব কাম কৰা মানুহৰ হাতত এৰি দিবলৈ তেওঁ ৰাজী নহয়। বৰ সৰল আৰু আজলী মানুহ তেওঁ।' চাহকাপ হাতলৈ তুলি লৈ পূৰ্ণেন্দুৱে ক'লে।

চাহ-জলপান খোৱাৰ পাচতে পূৰ্ণেন্দু যাবলৈ ওলাল। তাই ক'লে —'আপোনাক বিদায় দিয়াৰ পাছত আজি মোৰ গাটো পাতল পাতল লাগিব।'

'কিয়, কিয়?' পূৰ্ণেন্দু কিছু আচৰিত হ'ল।

'কিয় মযো নাজানো।' তাই বৰ লাহেকৈ শব্দকেইটা উচ্চাৰণ কৰিলে। 'বোধহয় এটা অপৰাধবোধ। বোধহয়, আপোনাক বিদায় দিয়ালৈকে মোৰ যি দায়িত্ব আছিল, সেই দায়িত্ব পালন শেষ হ'ল। শেষ নোহোৱালৈকে কোনো এটা কাম সুকলমে শেষ হ'ল নে নহ'ল ক'ব নোৱাৰি। এতিয়া গম পাইছোঁ, কামটো সুন্দৰকৈ আৰম্ভ হ'ল, আৰু সুন্দৰকৈ শেষো হ'ল। গাটো পাতল পাতল নালাগিব?'

'অ' সেইটো কথা?' পূৰ্ণেন্দুৱে ক'লে, 'কেৱল দায়িত্ব পালন —'

'হয়। হৃদয়ে আৰোপিত কৰা গুৰুভাৰ।' তাই পূৰ্ণেন্দুৰ মুখলৈ চালে, তাৰ পাছত আৰু কোনেও কথা কোৱা নাছিল বহুপৰ।

পদূলি মূৰলৈকে তাই পূৰ্ণেন্দুক আগবঢ়াই দিলে। হঠাতেই তাইৰ মনটো গধুৰ হ'বলৈ আৰম্ভ কৰিলে। মানুহ এজনক বিদায় দিবলৈ ওলাইছে, তাইৰ পৰম শ্ৰদ্ধেয় মানুহ — তাই আকাশত স্থান দিয়া মানুহ — সেইবাবেই তাইৰ মনটো বেয়া

লাগিছে নেকি? কেইদিনমান তেখেতক লগ পাই আছিল, ভাল লাগিছিল। এতিয়া বহুদিনলৈ আৰু লগেই নাপাব, বেয়া নালাগিবনে? তাই নিজকে বুজাইছিল। পদূলি মূৰত পূৰ্ণেন্দুৱে তাইক কৈছিল —'মই তোমাক চিঠি এখন লিখিবলৈ কৈছোঁ। কথাটো তুমি মনত ৰাখিবা।'

'কি লিখিম ছাৰ?' তাই সুধিছিল।

'তোমাক মই ক'ব লাগে? লিখিবা, 'পৰম পূজনীয় ছাৰ —'। বৰ বিমূঢ়ভাৱে তাই পদূলিৰ জপনাখনত ধৰি বৈ আছিল। গাড়ীৰ ভিতৰৰপৰা তাইলৈ চাই পূৰ্ণেন্দুৱে ঈষৎ হাঁহি হাতটো দাঙিছিল।

এতিয়া পূৰ্ণেন্দু যোৱাও এসপ্তাহমান পাৰ হ'ল। তাই আকৌ লাহে লাহে আগৰ অদিতি হ'বলৈ আৰম্ভ কৰিলে। মাজে মাজে যে খেলিমেলি নালাগে তেনে নহয়। খেলিমেলিৰ মাজতো তাই অবিৰাম আগৰ মানুহজনী হ'বলৈ চেষ্টা কৰি থাকিল। তাই ঘূৰি যাবলৈ চেষ্টা কৰিলে সেই ঘৰুৱা তদাৰকি, উল শলা, শাকনি আৰু ফুলনিৰ পৰিচৰ্যা, সময় পালেই বিছনাত এবাগৰ, এইবোৰৰ মাজলৈ । এতিয়াও তাই বিছনাতে পৰি আছে। চিলমিলকৈ টোপনিও অহা নাই। চাহ একাপ লৈ সোমাই অহা সাবিত্ৰীয়ে তাইক দেখি আচৰিত হৈছে হ'বলা। সুধিলে — 'বাইদেউ, অথনিৰেপৰা বিছনাত পৰি আছে, গা ভাল নহয নেকি আপোনাৰ?'

বহুত দিনৰপৰা সাবিত্ৰী অদিতিৰ লগত আছে। বাপনতকৈ ডাঙৰ, বাবলীতকৈ সৰু। বহুদিন থকা বাবেই আজিকালি তাইলৈ আসৈও পায়। অদিতিয়ে উত্তৰ দিলে — 'কি হোৱা দেখিলিনো মোৰ?'

'নহয় সুধিছোঁ, সন্ধিয়া হ'বৰ হ'লেই নহয়।'

অদিতিয়ে খিৰিকিৰে বাহিৰলৈ চালে। এৰা, সন্ধিয়া হ'বৰ হ'লেই, তাইহে মন কৰা নাছিল।

লৰালৰিকৈ তাই বিছনাৰপৰা উঠিল। অবিনাশ অফিছৰপৰা আহি পোৱাহিয়েই নাই। তাইৰ ভাল লগা নাই। একো কাম কৰিবলৈকো মন যোৱা নাই। অবিনাশ আহি ঘৰ পালেহিয়েই কিজানি তাইৰো মনটো ভাল লাগিব। যিমানেই দিন বাগৰি গৈছে সিমানেই অবিনাশৰ প্ৰতি তাইৰ আকুল ভালপোৱাও বাঢ়ি গৈছে। অবিনাশৰো। আচলতে দুয়োটাই সিহঁতৰ সম্পৰ্কটো অবিৰাম নবীকৰণ কৰি আছে বাবেই দুয়োটাৰে জীৱনৰ দান প্ৰতিদানবোৰ নিৰস একঘেয়ামীত এতিয়াও পৰিণত হোৱাগৈ নাই। বোধহয়, কেৱল স্বামী-স্ত্ৰীৰ সম্পৰ্কই নহয়, প্ৰতিটো সম্পৰ্কই নবীকৰণ বিচাৰে, যিহেতু মানুহৰ বাবে মুহূৰ্ত একোটাহে সত্য, সেয়ে প্ৰতিটো মুহূৰ্তই ইটোৰপৰা সিটো

সম্পূৰ্ণ বেলেগ আৰু স্বয়ংসম্পূৰ্ণ। স্বয়ংসম্পূৰ্ণ মুহূৰ্তবোৰৰ নবীকৰণ সেয়েহে একান্ত প্ৰয়োজনীয় কথা।

অদিতি বিছনাৰপৰা উঠিল। তাই বাহিৰৰ বাৰাণ্ডালৈ ওলাই গ'ল। বাৰাণ্ডাৰপৰাই দেখিলে কাষৰ ঘৰখনৰ পদূলিমুখত কেবাজনীও তিৰোতা মানুহ গোট খাই কিবা সৰস আলোচনা কৰিছে। তাইক দেখি তাৰে এগৰাকীয়ে ক'লে —'আহকচোন আহক, কিমাননো সোমাই থাকে ভিতৰত?' 'গৈছোঁ ৰ'ব —' অদিতি গৈ সিটো পদূলি পালেগৈ। 'গম পাইছেনে নাই?' এগৰাকীয়ে মাজতে অৰ্থপূৰ্ণভাৱে অদিতিলৈ চাই হাঁহি এটা মাৰি ক'লে —'গম পাইছেনে নাই?'

'কি গম পোৱাৰ কথা কৈছে শইকীয়ানী?' অদিতিয়ে উত্তৰ দিলে। 'একো গম পোৱা নাই। এইকেইদিন বৰ ব্যস্ত হৈ আছিলোঁ।'

'কথা গৰমেই।' শইকীয়ানীয়ে উত্তৰ দিলে, আৰু খুকখুকাই হাঁহিবলৈ লাগিল। হাঁহি নৰযহে নৰয। অদিতি কৌতূহলী হৈ পৰিল। 'কি কথা কওকচোন, হাঁহিব নালাগে—' তাই সুধিলে।

'প্ৰকাশ হাজৰিকাৰ কথা গম পোৱা নাইনে?'

'প্ৰকাশ হাজৰিকাৰ কি কথা?'

'থওকচোন হেৰি। গোটেইখন বু বু বা বা। প্ৰেমত পৰিছে।'

প্ৰকাশ হাজৰিকা প্ৰেমত পৰিছে? অদিতি থতমত খালে। সেইজন মানুহেই নে? ঘৈণীয়েক ঢুকুৱা ছবছৰমান হ'ল। ফাৰ্মেচী এখন আছে। দুটা পুতেক, দুজনী জীয়েকৰ বিয়া বাৰু হ'ল। সিহঁতৰ সুখী সু-প্ৰতিষ্ঠিত সংসাৰ। মানুহজন অকলশৰীয়া। যিজনী ছোৱালীৰ কথা কোৱা হৈছে, তাই একেবাৰে ষোড়শী নহয় অৱশ্যে, বয়স আঠাইশ বছৰমান হৈছে। অদিতিয়ে কথাটো কিছুদিনৰ আগতে শুনিছিল। তাই ছোৱালীজনী দেখিছে। হাজৰিকাৰ ঘৰলৈ প্ৰায়ে আহি গৈ থাকে।

এই কথাটোক কেন্দ্ৰ কৰি তিৰোতা মানুহৰ জুমটোৰ মাজত আদিৰসৰ আধিক্য থকা সৰস আলোচনা চলিল। অদিতি মনে মনে থাকিল। তাই নাজানে, কিয় তাইৰ এই আলোচনাত ভাগ ল'বৰ মন নগ'ল।

'আপুনি মনে মনে আছে দেখোন?' এগৰাকীয়ে অদিতিক সুধিলে। সন্ধিয়া লাগিছে। 'গোসাঁইৰ চাকি জ্বলাব লাগে, ঘৰলৈ যাওঁ' বুলি কৈছে যদিও আটাই কেইগৰাকীয়ে থিয় হৈয়েই কথা পাতি আছে। ইমান সৰস আলোচনা এৰি দিবও নোৱাৰি। হাতৰ বিচনীখন অদিতিয়ে দুবাৰমান ইফালে সিফালে ঘূৰালে। তাইৰ কিছু অস্বস্তি লাগিল। আলোচনাচক্ৰত ভাগ ল'বলৈকো মন যোৱা নাই। 'ময়ো যাওঁ।

ঘৰত কোনো নাই। মোৰো গোসাঁইৰ চাকিগছ জ্বলাবলৈ আছে।' অদিতি ঘৰলৈ উলটিব খুজিলে।

'যায়েইনে? ৰ'ব ৰ'ব ক'লৈ যায়? গোসাঁইৰ চাকি জ্বলাবলৈ সময় পাৰ হৈ যোৱা নাই নহয়। আগতে বুঢ়াৰ প্ৰেমৰ কথা শুনি লওক।' কোনোবা এগৰাকীয়ে মাজতে ক'লে।

'কি কথা কৈছে ?' অদিতি কিছুপৰিমাণে উত্তেজিত হৈ পৰিল।

'শুনক, প্ৰেম কেৱল ডেকা-গাভৰুৰে বিশেষ অধিকাৰ নহয।' কথাকেইটা কৈয়েই তাই ঘৰলৈ খোজ ল'লে।

ভৰি-হাত ধুই গোসাঁইৰ চাকিগছ জ্বলাই অদিতি আগফালৰ বাৰাণ্ডালৈ ওলাই আহিল। লাইট নুমুৰাই তাই মালতীজোপাৰ ওচৰলৈ চকীখন টানি ল'লে। তেতিযাই আহিল অবিনাশ। অফিছৰপৰা ভাগৰে-জুগৰে লেবেজান হৈ আহিছে। 'আহিলা?' তাই অবিনাশলৈ চাই ক'লে। 'উস বৰ গৰম, গাটো ধুই লওঁ।' অবিনাশ ভিতৰলৈ সোমাই গ'ল। অদিতি বহিয়েই থাকিল। তাই যেন বৰ অকলশৰীয়া আৰু দুখী মানুহ। সাবিত্ৰীয়ে চাহ একাপ লৈ তাইৰ ওচৰলৈ আহিল। সুধিলে — 'আজি কি ৰান্ধিম বাইদেউ?' সদায় সোধে। অভ্যাস। অদিতিয়ে দিহাও দিযে। আজি অভ্যাস ভংগ কৰা যাওক। মানুহ নিজৰ মতে নচলি অভ্যাসৰ মতে চলে কেলেই? তাই সাবিত্ৰীক ক'লে, 'তোৰ যি মন যায় তই তাকে ৰান্ধগৈ।' সাবিত্ৰী বোধহয় আচৰিত হ'ল। একো নোকোৱাকৈ তাই ভিতৰলৈ সোমাই গ'ল।

অবিনাশ গা ধোৱা ঘৰত। বাহিৰত অকলশৰীয়া অদিতি। সন্ধিযাটো আছে, মালতীজোপাৰ সুবাস আছে, আৰু আছে গ্ৰহ-নক্ষত্ৰ অবিৰাম ঘূৰি থকা সুবিশাল আকাশ, কেবাদিনৰো বৰষুণৰ পাছত আকাশত আজি জোনবাইটো দেখা পোৱা গৈছে। হাতৰ বিচনীখন ঘূৰাই ঘূৰাই অদিতিয়ে আকাশলৈ চাই থাকিল। লাহে লাহে তাইৰ মনটো ভাল লাগিবলৈ ধৰিলে। আকাশে বোধহয় মানুহৰ একাকিত্বও নোহোৱা কৰে। অকলশৰীয়া হ'লেই মানুহে আকাশলৈ চাব লাগে। আচলতে, আকাশলৈ চাব জানিব লাগে। তাই জানিছেনে আকাশলৈ চাব? কোনে শিকাইছিল তাইক আকাশলৈ চাবলৈ? নে কোনেও শিকোৱাই নাই? তাই নিজে নিজেই শিকিছে?

অদিতিয়ে আকাশলৈ চায়েই থাকিল। চাহৰ কাপ হাতত লৈ অবিনাশ আহি তাইৰ ওচৰলৈ চকীখন টানি আনি বহা তাই গম পালে। 'কি চাইছা?' অবিনাশে সুধিলে। 'আকাশ —' তাই ক'লে। 'কি আছে আকাশত?' আকৌ অবিনাশে সুধিলে। 'কি নাই?' তাই আকৌ উত্তৰ দিলে, আৰু অবিনাশলৈ চাই হাঁহিলে।

অবিনাশে তাইৰ হাতটো নিজৰ হাতলৈ আনিলে। তাইৰ হাতৰ মুঠিত সৰু বস্তু এটা ভৰাই দিলে। 'খং নকৰিবা' সি ক'লে। 'আজি অফিছতে বহুত সময় থাকিব লগা হ'ল। মন্ত্ৰী আহিছিল। তুমি খেলা চোৱাঁ যদি আহাঁ।' অবিনাশ খেল চাবলৈ টেলিভিশ্যন থকা কোঠাটোলৈ সোমাই গ'ল। টেলিভিশ্যনত ক্ৰিকেট খেল এখন চলি আছে।

তাই একে ঠাইতে বহিযেই থাকিল। উঠি পাকঘৰলৈ যাবলৈকো মন নগ'ল, খেল চাবলৈকো মন নগ'ল। হাতত অবিনাশে ভৰাই দিয়া সৰু টেমাটো। কি হৈছে তাইৰ? মনটো হাতৰ মুঠিলৈ আনিব পৰা নাই কেলেই? মনটোক ইমান স্বাধীনতা দিয়া উচিত নে? তাই প্ৰেমত পৰিছে — সেই বাবেই নেকি? কি আচৰিত কথা। জন্মৰপৰা আজিলৈকে তাই প্ৰেমৰ সোৱাদ পোৱাই নাছিল নেকি? তাই ভালপোৱা নাছিল নেকি কাকো? আকাশক, পৃথিৱীক, মানুহক? ক'তা তাই দেখোন ভাল পায়েই আহিছে আজি ইমান দিনে। কিন্তু এইটো কি এক নতুন অনুভূতি, — বহুত দিনৰ আগতেই এবাৰেই মাথো তাই যাৰ সোৱাদ পাইছিল। জন্মৰপৰা আজিলৈকে তাই যে ভাল পায়েই আহিছে, সেই ভালপোৱাৰ এক প্ৰাত্যহিকতা আৰু গতানুগতিকতাত পৰিণত হৈ গৈছে বাবেই তাই তাৰ সোৱাদ ল'ব পৰা নাই নেকি? নে কেৱল মানুহৰ লগত মানুহৰ সম্পৰ্কৰ ক্ষেত্ৰতেই নহয়, সকলো সম্পৰ্কতে নবীকৰণৰ প্ৰয়োজন?

টেলিফোন বজাৰ শব্দ হ'ল। তাই বহাৰপৰা উঠিল। চাৰে আঠমান বাজিল হ'বলা। ভিতৰলৈ আহি তাই টেলিফোন ধৰিলেহি। পূৰ্ণেন্দুৰ কণ্ঠস্বৰ শুনি তাইৰ ভাল লাগিল। পূৰ্ণেন্দুৱে অদিতিৰ খা-খবৰ ল'লে, অবিনাশৰ কথা সুধিলে, আৰু শেষত ক'লে — 'তোমালৈ মোৰ অনবৰতেই মনত পৰি আছে। তুমি বৰ ধুনীয়া সপোন এটাৰ দৰে। দিল্লীৰপৰা মই তোমালৈ কি লৈ যাম কোৱাঁ।'

অদিতিয়ে টেলিফোন থ'লে আৰু হাতৰ মুঠিটো খুলিলে। এটা সৰু অকণমানি বাকচ। বাকচটোৰ ভিতৰৰ কোমল কাপোৰৰ মাজত জিলমিলাইছে এযোৰ অকণমানি কাণফুলে। সোণত বন্ধোৱা এমেৰিকান ডায়মণ্ডৰ অকণ অকণ টুকুৰা দুটা ৰ'দত জলমল কৰা দুটোপাল নিয়ৰ যেন লাগিছে দেখিবলৈ। অবিনাশ তেতিয়াও টেলিভিশ্যনৰ চলন্ত খেলত মগ্ন। তাই অবিনাশে আনি দিয়া কাণফুলযোৰ পিন্ধিলে। আইনাৰ আগত থিয় হৈ তাই মন কৰিলে, তাইৰ চকু দুটা চলচলীয়া হৈছে। তাইৰ দুজন প্ৰিয় মানুহে তাইৰ প্ৰতি একেই ব্যাকুলতা প্ৰকাশ কৰিছে। দুয়োজনে উপহাৰেৰে ভৰাই দিব খুজিছে তাইৰ দুহাত। দুইজন প্ৰিয় মানুহকে তাই তাইৰ বুকুৰ নিজস্ব

সুবাস দুটা দি দিছে। এতিয়া তাই কি কৰিব? চকুপানী টুকিবনে, আনন্দত তাই মৰি যাব? তাই মৰি গ'লেই তাইৰ জীৱনৰ এই প্ৰিয়তম মুহূৰ্তটো অমৰ হৈ পৰিবনে?

ভাত পানী খাই অবিনাশ গ'ল অভ্যাসমতে পঢ়া কোঠালৈ, আৰু তাই আহিল শোৱনি কোঠালৈ। শোৱনি কোঠাৰ সৰু মেজখনৰ ওচৰত তাই বহিল, আৰু চিঠি লিখা কাগজ আৰু কলম উলিয়াই ল'লে। তাই এখন চিঠি লিখাৰ কথা ভাবিছে— পূৰ্ণেন্দুলৈ। চিঠিৰে পূৰ্ণেন্দুক তাই সুধিব খুজিছে — 'ছাৰ, প্ৰেম কি আপুনি জানেনে? প্ৰেমৰ সংজ্ঞা আপুনি দিব পাৰিবনে? নে, প্ৰেম কেৱল দেহত জন্ম হোৱা এক বাসনাহে — যি দেহাতেই জন্ম হৈ দেহাতেই লয় পায়? নতুবা দেহাতীত নেকি? নে, দেহৰ মাজেদিহে প্ৰেমে দেহাতীত অৱস্থা প্ৰাপ্ত হয়?'

তাই চিঠি লিখা কাগজ আৰু কলম উলিয়াই লৈ সাজু হ'ল। খিৰিকিৰে জোনাকৰ ঢল বাগৰিছে। দুৱাৰ খুলি বাৰাণ্ডালৈ ওলাই গ'লে তাই জোনটো দেখিব। জোনাকত মালতী ফুলৰ আকুল গোন্ধ। সকলো মানুহৰ মাজতে পূৰ্ণিমাৰ জোনাক দেখা মানুহ পূৰ্ণেন্দু। পূৰ্ণিমালৈ পাঁচদিনমান বাকী। পূৰ্ণিমালৈ পাঁচদিন বাকী থকা এই জোনটোৱে তেখেতৰ বুকুখন থৌকি-বাথৌ কৰে বা নকৰে। জানি থোৱা ভাল। তাই চিঠিখনৰ প্ৰথম শব্দকেইটা লিখিলে — 'পৰম পূজনীয় ছাৰ', আৰু জোনাকত মালতীফুলৰ ৰূপ চাবলৈ বুলি দুৱাৰ খুলি বাহিৰলৈ ওলাই গ'ল।

॥ ৪॥

প্ৰেমৰ শক্তি কিমান? আছেনে কিবা শক্তি প্ৰেমৰ?

প্ৰেমৰ কিবা শক্তি আছেনে? নে, প্ৰেম নিতান্তই এক আবেগিক ধাৰণাহে? ঘৰত, বাহিৰত, কলেজত সকলোতে অদিতিয়ে আজিকালি নিজকে এটা প্ৰশ্ন সোধে— প্ৰেমৰ কিবা শক্তি আছেনে নিজাকৈ? নে, মানুহে আৰোপিত কৰা শক্তিৰে প্ৰেম ইমান দিনে এক শক্তিশালী আবেগিক অস্ত্ৰত পৰিণত হৈ আছে?

কথাটো কিয় মনলৈ আহিল অদিতিৰ? অবিনাশৰ বাবে, নে পূৰ্ণেন্দুৰ বাবে? বহুদিন হ'ল তাই পূৰ্ণেন্দুক লগ পোৱা নাই। পূৰ্ণেন্দুলৈ লিখিম লিখিম বুলি ভাবি থকা চিঠিখনো তাইৰ লিখা হোৱা নাই। মাজে মাজে টেলিফোনত কথা-বতৰা চলে। হৃদয়ৰ দুই এক খবৰ বিনিময় কৰা হয়। বাতৰি কাগজত পূৰ্ণেন্দুৰ বাতৰি ওলায়। প্ৰখ্যাত মানুহ বাবে মানুহজনে কোৱা কথাবোৰ বাতৰি কাগজৰ একো একোটা উক্তি হৈ পৰে। বাতৰি কাগজত মানুহজনৰ কথাবোৰ পঢ়িলে অদিতিৰ বুকুত এটা খলকনি

উঠে। এইজনেই সেইজন মানুহ — জীৱনৰ ধাৰণাৰে অদিতিক শিক্ষা দিয়া মানুহ। জীয়াই থাকিব জনা মানুহ। তাৰ বাদে আৰু একো নাই।

বহুদিন লগ পোৱা নাই যদিও তাই আজিকালি ভাবে, বহুদিন মানুহজনক লগ পোৱা নাই হয়, লগ পালেওতো তাই কৰিব কি? নতুন কি কথা আছে তাইৰ হৃদয়ত, মানুহজনৰ সতে পাতিবলৈ? প্ৰথম প্ৰেমত পৰা ষোল্ল বছৰীয়া ছোৱালীজনীৰ দৰে এটা চাৱনি, এটা হাঁহি, এষাৰ কথাৰ বাবে হাবুডুবু খাবলৈ তাইৰ এতিয়া বয়সেই আছেনে, সময়েই আছে? তাই বিচাৰি ফুৰা প্ৰেম তাই পাইছে। এতিয়া অৰ্থহীন হ'ব সকলো যদিহে চপলতাৰ আশ্ৰয় লৈ তাই বিচাৰি পোৱা সেই প্ৰেমক তাই অপমানিত কৰে।

ৰাতিপুৱাৰ বাতৰি কাগজত এক ভয়ংকৰ খবৰ। দিল্লীগামী এখন ৰেলত বোমা বিস্ফোৰণ। আহত নিহতৰ বিৱৰণ। অইন এক খবৰ। সৈন্য আৰু সন্ত্ৰাসবাদীৰ গুলীয়াগুলিত সাতজন সন্ত্ৰাসবাদী আৰু দুজন সৈন্য বাহিনীৰ লোক নিহত। ভায়েকৰ দাৰ ঘাপত ককায়েকৰ মৃত্যু। যৌতুকৰ বাবে শাহু, শহুৰ, স্বামী, দেওৰ, ননদ মিলি পুৰি মৰা হৈছে যুৱতী বোৱাৰীক। পৰকীয়া প্ৰীতিত ব্যস্ত হোৱা স্ত্ৰীয়ে হত্যা কৰিছে স্বামীক, স্বামীয়ে স্ত্ৰীক। প্ৰেমিকাক কৰা হৈছে প্ৰৱঞ্চনা, সন্তানক কৰা হৈছে বঞ্চিত। নিৰ্মমভাৱে হত্যা কৰা হৈছে পশুকুল। ধ্বংস কৰা হৈছে প্ৰকৃতি। মুঠ কথাত কেৱল হত্যা আৰু হত্যা। বিশ্বাসৰ হত্যা, মানৱতাৰ হত্যা, প্ৰকৃতিৰ হত্যা, পৃথিৱীৰ হত্যা। বাতৰি কাগজৰ খবৰ। পুৰণি হ'লেও, নতুন হ'লেও, অতিৰঞ্জিত হলেও এটা কথা সত্য যে, — কেৱল হত্যাৰ খবৰ। জীৱনানন্দৰ সেই 'অপ্ৰেম'ৰ পৃথিৱী, কেৱল প্ৰৱঞ্চিত আৰু প্ৰৱঞ্চনাৰ পৃথিৱী।

কলেজৰপৰা ঘৰলৈনো কিমান দূৰ? কেতিয়াবা অদিতিয়ে ৰিক্সা পালে ৰিক্সাত উঠে। তাকো কদাচিতহে, প্ৰায়ে খোজ কাঢ়িয়েই তাই অহা যোৱা কৰে। ৰিক্সাত দহ মিনিট সময় লাগে; খোজ কাঢ়িলে পঁচিশ মিনিট বা আধা ঘণ্টা। অবিনাশৰ অফিছ দূৰৈত। গতিকে সময় মিলিলে তাই অবিনাশৰ লগত স্কুটাৰতো অহা যোৱা কৰে। কিন্তু অদিতিয়ে বিশেষকৈ খোজ কাঢ়িবলৈকে ভাল পায়। পাকঘৰত লগা, শাকনি আৰু ফুলনিৰ পৰিচৰ্যা কৰাৰ বাদে ঘৰখনত বিশেষ কাম তাইৰ বাবে বৰকৈ নাথাকে। সাবিত্ৰীৰ হাত পাকৈত। অদিতিয়ে আজিকালি পাকঘৰটোৱো তাইক এৰি দিবলৈ লৈছে প্ৰায়েই। সেয়ে আজিকালি শাৰীৰিক শ্ৰম বৰকৈ নহয়েই। অদিতিয়ে সেইবাবেই খোজ কাটিবলৈ পালে বেয়া নাপায়। ক্ৰমাৎ শকত হৈ আহিবলৈ ধৰা মাকক দেখিলে ল'ৰা-ছোৱালী দুটাই আপচোচ কৰে। 'কিমান ধুনীয়া আছিলা মা, এতিয়া

শকত হৈ কি যে হ'লাগৈ।' ছোৱালীজনী মানে বাবলী, যাৰ প্ৰকৃত নাম অনুপমা (অদিতিয়ে বৰ চখ কৰি দিয়া নাম। অবিনাশে প্ৰথমে নামটো বেযাই পাইছিল। তাৰ মতে নামটোৰ প্ৰথম আখৰটো সিহঁত দুটাৰ নামৰ প্ৰথম আখৰৰ সতে মিলাবৰ বাবেহে অদিতিয়ে ইমান পুৰণিকলীয়া নামটো থ'লে। আৰু এজনী ছোৱালী হ'লে ধ্বনিৰ সতে মিলাবৰ বাবে অদিতিয়ে তাইৰ নামটো নিৰুপমা থ'ব বুলি সি নিশ্চিত হৈ আছিল। পাছে নহয়। অদিতিয়ে বাবলীৰ নামটো অনুপমা ৰাখিছিল অইন এটা কাৰণতহে। প্ৰথমৰ ছোৱালী — তাই অনুপমাই হওকচোন। হাইস্কুলৰ শেষ পৰীক্ষা আৰু হায়াৰ ছেকেণ্ডাৰী — দুইটাতে পজিশ্যন। এতিয়া তাই এগৰাকী নিষ্ঠাবান, হৃদয়ক আগশাৰীত স্থান দিয়া সু-চিকিৎসক হ'বলৈ গৈ আছে, নামটোৰ সাৰ্থক অৰ্থ বহন কৰি। সেই বাবলীয়েই এতিযা মাক শকত হোৱা কথাটো বৰ পছন্দ হোৱা নাই।) সেয়ে আজিকালি অদিতিযে কলেজলৈ অহা-যোৱা কৰোঁতে প্ৰায়ে খোজ কাঢ়ে। বাবলীৰ কাঢ়া নিৰ্দেশ — 'মা, যিমান পাৰা সিমান খোজ কাঢ়িবা।' অৱশ্যে কথাটো মিছাও নহয। খোজ কাটিলে গাটো পাতল পাতল লাগে। পাতল লাগে মনটোৱো। বিভিন্ন কথা পাতি আহিব পৰা যায, নিজৰ লগতেই। মনটোক কিছুমান কথা সুধিব পৰা যায়। ভুল হওক বা শুদ্ধই হওক কিবা এটা উত্তৰো পোৱা যায়। নিজকে কাঠগৰাৰ আচামীও কৰিব পৰা যায, আৰু বিচাৰকো কৰিব পৰা যায়। সেয়ে, অদিতিযে আজিকালি খোজ কাটি ভাল পায়।

কলেজৰপৰা ঘৰলৈ খোজ কাটি অহা এই পঁচিশ মিনিট বা আধা ঘণ্টাই হ'ল অদিতিৰ নিজা সময। ঘৰ গৈ পালেইতো নানানটা ঘৰুৱা চিন্তাত ব্যস্ত হৈ পৰিব লাগিব। অবিনাশ অবিনাশেই, একেবাৰে উদাসীন ভকত। বজাৰৰ হিচাপৰপৰা টেলিফোনৰ বিল, বাতৰি কাগজ আৰু লাইটৰ বিল, বজাৰ-সমাৰ, বাবলী, বাপনলৈ টকা-পইচা পঠোৱা, আলহী-অতিথি সকলোৰে চিন্তা অদিতিৰ, আনকি তাৰ কাপোৰ-কানি, জোতা-মোজা, বজাৰলৈ অহা নতুন কবিতাৰ কিতাপলৈকে চিন্তা কৰিব লাগে অদিতিয়ে। গতিকেই ঘৰুৱা হিচাপ-নিকাচৰ বাহিৰলৈ ওলাবলৈ অদিতিৰ হাতত খুব কম সময়েই থাকে, আৰু সেয়ে আজিকালি তাইৰ হাতলৈ অকণমান ৰাহি সময় আহিলেই তাই আপোন চিন্তাত মগ্ন হয়। কেনেকুৱা চিন্তা, বা কি চিন্তা সেইটো যদিও বেলেগ কথা, কিন্তু মগ্নতো হ'ব পৰা যায়। চিন্তা কেতিয়াবা নিতান্তই তুচ্চ হ'ব পাৰে। জহকালিৰ দুপৰীয়া পুখুৰীৰ পাৰৰ গছৰ ছাঁ পৰা ঠাইকণত বনৰ ওপৰত উৰি ফুৰা জিঁয়া পোৱালিৰ চিন্তাৰেও কেতিয়াবা মন ভৰাব পৰা যায়। তুচ্চ চিন্তা, কিন্তু মন ভৰি পৰে।

প্ৰেমৰ সংজ্ঞা কি? পুখুৰীৰ পাৰৰ ছাঁ পৰা ঠাইকণত ববচা বনৰ আগত বহা খৰিকা যেন জিঁয়া পোৱালিকেইটাৰ দৰেই তুচ্চ যেন লাগিলেও, জীৱন আৰু জগতৰ লগত জিঁয়া পোৱালিকেইটাৰ যি বিশাল সম্পৰ্ক — , ওপৰত সুবিশাল নীলা আকাশ, তলত পুখুৰীৰ বিস্তীৰ্ণ পাৰ, ছায়াঘন, তাৰ মাজত ববচা বনৰ ওপৰত খৰিকা যেন জিঁযা পোৱালি। মন আকুল কৰে। জহকালিৰ চটফটনি শাম কাটি শীতলতাৰ স্পৰ্শ দিযে। প্ৰেম তেনেকুৱাই নে? শীতল, স্নিগ্ধ? আজিকালি এই জিঁযা পোৱালিৰ কথা মানুহে ভাবে নে নাভাবে? আজিকালিৰ প্ৰত্যেকটো খবৰেই কিয় প্ৰেমহীনতা আৰু অবিশ্বাসৰ খবৰ? প্ৰেম প্ৰবঞ্চিত আৰু নিহত হোৱাৰ খবৰ? কিয়, ক'তো কোনেও উচ্চাৰিত কৰা শুনা নাযায় প্ৰেমৰ সেই অমোঘ মহাবাণী? প্ৰেমৰ নামত অকল মুনিহ-তিৰোতাৰ সম্পৰ্কই নহয়, মানুহৰ সতে থকা মানুহৰ সম্পৰ্কেকো তললৈ নমাই অনা হৈছে। নষ্ট কৰা হৈছে প্ৰেমৰ মধুৰতা। জন্ম হৈছে ঘৃণাৰ। প্ৰেমৰ ঠাইত ঘৃণা — যেন ঘৃণা প্ৰেমৰ পৰিপূৰকহে। বুকুৰ মাজৰপৰা বিতাৰিত কৰা হৈছে ভালপোৱাৰ সুষমা, আৰু তাৰ ঠাইত সযত্নে ৰোপণ কৰা হৈছে হিংসা আৰু ঘৃণাৰ বৰবিহৰ পুলি, মানুহে মানুহক ভাল পাব নোৱৰা হৈছে কেলেই? ক্ষতি কি যদি সকলোৱে সকলোকে ভাল পায়?

নিজকে পাহৰিব পৰাৰ আনন্দত অদিতি মতলীয়া হ'লেও প্ৰতিটো চিন্তা অথবা দুঃচিন্তাই নিজকে নিজৰ প্ৰতি বেছিকৈহে সচেতন কৰি দিযে। মতলীয়া হ'ব পৰা যায়, কিন্তু মতলীয়া হোৱা মানেই জানো নিজকে পাহৰি যোৱা? মানুহে জানো নিজক পাহৰিব পাৰে — , সেইটো এটা কোৱা কথাহে। নিজকে পাহৰি যোৱা মানেই নিজকে ফাকি দিয়া। পাৰি জানো নিজকে ফাকি দিব?

আৰু নিজকে ফাকি দিয়াৰ অৰ্থইতো হ'ল জীৱনক ফাকি দিয়া। অদিতিয়ে খোজ কাঢ়ে আৰু নিজকে প্ৰশ্ন কৰে। জীৱন সম্পৰ্কে কোন মানুহৰ ধাৰণা সম্পূৰ্ণ হয় যে, জীৱনক প্ৰতাৰণা কৰা যায়? জীৱন সম্পৰ্কে কাৰো ধাৰণাই সম্পূৰ্ণ নহয়, অথচ জীৱন নিজেই স্বয়ংসম্পূৰ্ণ। সেয়ে বোধহয় জীৱনক নুবুজাকৈয়েই আমি জীৱনটো কেৱল কিছুমান নিয়ম-নীতিৰদ্বাৰাই অতিক্ৰম কৰোঁ।

কি যে অসংলগ্ন প্ৰশ্ন। ইটো প্ৰশ্নৰপৰা সিটো প্ৰশ্নলৈ যে কিমান দূৰ। কোনো প্ৰশ্নৰে উত্তৰ নাই। আচলতে জীৱনৰপৰা বাদ দিয়া হৈছে কবিতা; জীৱনৰপৰা বাদ দিয়া হৈছে প্ৰেম; জীৱনৰপৰা বাদ দিয়া হৈছে বিশ্বাস আৰু হৃদয়। সেয়ে বোধহয় জীৱনটো লাহে লাহে জটিল হৈ পৰিছে। জীৱনটো জীৱন কৰিবৰ বাবে কি কি উপাদানৰ প্ৰয়োজন? কোনে জানে? বোধহয় কোনেও নাজানে। কাৰণ জীৱনটো

সোণাৰিশালত গঢ় দিব নোৱাৰি। কমাৰশালতো গঢ়িব নোৱাৰি। জীৱন গঢ়িবলৈ লাগিব পৃথিৱী আৰু প্ৰাণীকুল সম্পৰ্কে এটা সুবিশাল ধাৰণা। জীৱনে সেই ধাৰণাৰে পৰিপুষ্টি লাভ কৰি নিজেই নিজক গঢ় দিয়ে। পৃথিৱীক ভাল পাব পাৰিলেই মানুহ পৰিপূৰ্ণ হৈ উঠিব পাৰে। বৰ সহজ কথা নহয়নে? নিজকে এটা পৰিপূৰ্ণ জীৱনৰ অধিকাৰী কৰিবৰ বাবে মেলি দিয়া তোমাৰ দুহাত। প্ৰসাৰিত কৰা তোমাৰ হৃদয়। তুমি সোণাৰিশাললৈ নগ'লেও হ'ল। নতুবা কমাৰশাললৈ। নিজৰ মজবুত হাথিয়াৰেৰে জীৱনে নিজেই গঢ় দিব তোমাৰ জীৱন; তোমাৰ চকুৰ আগতে। পাঁকৈত শিপিনিয়ে তাঁতত বচা ফুল এপাহৰ দৰে ক'তো কেনা নলগাকৈ জীৱনটো ৰুচিসম্পন্ন শিল্পকৰ্মৰ দৰে বিকশিত হ'ব। ৰুচিসম্পন্নভাৱে বিকশিত হৈ পৰাৰ পিছত তোমাৰ আৰু একো চিন্তা নাই। সেই জীৱন মৃত্যুহীন হৈ পৰিব, আৰু তোমাক লৈ যাব অমৃত লোকলৈ।

কি যে চিন্তাবোৰ মাজে মাজে মনলৈ আহে। পৃথিৱীত আজিলৈকে এনেকুৱা এটা দিন পাৰ হৈছেনে যিটো দিনত কোনেও উচ্চাৰণ কৰা নাই এযাৰো কটুৰ বাণী, কোনেও উলিয়াই লোৱা নাই অস্ত্ৰ। ক'তো অপচয হোৱা নাই এটোপাল তেজ? কেৱল ধাৰণা এটা লৈ জীযাই থকা বৰ সহজ, ধাৰণাক মূৰ্তৰূপ দিযাটোহে কঠিন। মানুহে নোৱাৰিলে — কাৰণ এটা সীমাৰ উৰ্ধ্বলৈ যাব নোৱৰাই মানুহৰ প্ৰধান দুৰ্বলতা। তুমি নোৱাৰিলা কেলেই পৃথিৱী? তুমিতো মাতৃ। মাতৃযে কৰিব নোৱৰা কাম কি আছে? তোমাক ভালপাওঁ। সেই ভালপোৱাৰ দাবীৰেই তোমাৰ প্ৰতি মানুহৰ এই অভিযোগ অনন্ত কাললৈ বৈ যাব। মাথো এটা দিন — এটা দিনৰ বাবে যদি বন্ধ হ'লহেঁতেন অস্ত্ৰৰ হুংকাৰ, এটা দিন যদি মানুহে সত্যব্ৰত হৈ পৰিলহেঁতেন, এটা দিন যদি সকলো মানুহেই আকাশৰ ফালে মেলি দিলেহেঁতেন দুহাত — ক'লেহেঁতেন, আমি আজি সত্য অৰ্থতেই মানুহ — কাৰণ আমি প্ৰেমৰ সেই মানুহক মানুহ কৰা আৰু অমানুহকো মানুহ কৰাৰ পৰম আশীৰ্বাদ শিৰত তুলি লৈছোঁ। আমি সকলোৱেই আজি প্ৰেমৰ জয়গান কৰো। সেই এটা দিনৰ পৰম আনন্দই মানুহক অমৰ কৰিব, আৰু অমৰ হোৱাৰ হাবিয়াসতে মানুহে পিছদিনালৈযো আকাশলৈ চাব। এনেকৈয়ে মানুহে প্ৰেমৰ পৃথিৱী এখনৰ জন্ম দিব। মানুহৰ হাততে উদ্ধাৰ হ'ব পুনৰ জীৱনৰপৰা বাদ যোৱা প্ৰেম, বিশ্বাস, হৃদয আৰু কবিতা।

অদিতিৰ বাটৰ কাষত তাইৰ বাবে বৰ দৃঢতাৰে বৈ থাকে এজোপা বকুল, এজোপা আঁহত, এজোপা আম আৰু এজোপা কৃষ্ণচূড়া। অন্যান্য সৰু-সুৰা গছো আছে; কিন্তু এই কেইজোপা গছে তাইক আকৰ্ষণ কৰে। হাত পাতি লয় তাইৰ অনুৰাগ। বাৰিষা কালত কৃষ্ণচূড়াজোপা ৰমকজমক হয়। ৰঙা ৰঙৰ ফুলেৰে যেন

গছজোপাই নহয়, ঢাক খুৰাই পেলাব খোজে তলৰ ৰাজবাট আৰু ওপৰৰ আকাশ। বকুলজোপাও বাৰিষাৰে ফুল। বুটামটোৰ সমান অকণি অকণি ফুল। কিন্তু সেই অকণমানি ফুলটোৰে কি সুবাস। দুপৰীয়া তাৰে যিকোনো এজোপা গছৰ তলত বহি থাকে মাকৰ লগত দুটি ছাগ শিশু, দুজনীমান গৰু ঘাঁহ পাগুলি পাগুলি, আৰু কেইটামান শালিকা চৰাই। ভৰ দুপৰীয়া ঘৰে ঘৰে বস্তু ফেৰি কৰা ফেৰিৱালা এটাও আহি মুৰৰপৰা বস্তুৰ গধুৰ বোজাটো আঁতৰাই থৈ তাৰে গছ এজোপাৰ তলত বহি থাকে। ফেৰিৱালা গছৰ গাত আঁউজি থাকে, আৰু অদিতিয়ে মন কৰে লাহে লাহে যেন ফেৰিৱালাৰ চকু মুদ খাই আহে। জহকালি গছৰ পাতৰ ফাঁকেৰে জিৰজিৰকৈ নামি আহে বতাহ ; আৰু চকু মুদ খাই যোৱাৰ পাচত ফেৰিৱালাৰ নাসিকা গৰ্জন আৰম্ভ হয়। এয়া জহকালি দুপৰীয়া প্ৰখৰ ৰ'দৰ দিনত ঘটা ঘটনাহে। জাৰকালি অহাৰ লগে লগে কৃষ্ণচূড়াজোপাৰ পাত সৰিবলৈ আৰম্ভ কৰে। আঁহতজোপাৰো পাত সৰে। বাকী কেজোপা গছৰ পাত নসৰে হয়, কিন্তু পাতবোৰ হৈ পৰে ৰুক্ষ আৰু ধূসৰ। গছৰ পাতৰ মাজেৰে যিফালেই সুৰুঙা পায়, ৰ'দ আহি মাটিত পৰেহি। ঋতুৱে ঋতুৱে গছে ৰং সলায়, ৰ'দে ৰং সলায়, আৰু চৰাইবো সলনি হয মাত। এটা জহকালিত গছৰ তলত জিৰণি লৈ মাকৰ ওহাৰত মুৰ খুন্দিয়াই থকা ছাগ শিশুৱে পিছৰটো জহকালিত নিজৰ পোৱালি দুটা লৈ গছৰ তললৈ জিৰণি ল'বলৈ আহে। এটা ঋতুত মাক-বাপেকে উৰিবলৈ শিক্ষা দিয়া চৰাই পোৱালিটোৱে পাছৰ কোনোবা এটা ঋতুত নিজেই কুটা কঢ়িয়াই বাহ সাজিবলৈ আৰম্ভ কৰে। কণী পাৰে। বুকুৰ তাও দি কণী উমনি দিয়ে, পোৱালিক টোপ খুৱায়, পাখি গজিলে সেই পোৱালীকে আকৌ উৰিবলৈ শিক্ষা দিয়ে। ঋতুৱে ঋতুৱে ঘটনাবোৰ একেই থাকে, কিন্তু সলনি হয় ঘটনাৰ পাত্ৰ-পাত্ৰী।

উস! অদিতি থমক খাই ৰ'ল। পকা আলিৰ মাজৰ গাঁত এটাত ওলাই থকা শিলগুটি এটাত তাই উজটি মাৰিলে। নখটো ছিগিল নেকি, চেকচেকাইছে দেখোন। হয়, বুঢ়া আঙুলিৰ নখটো ছিগিছে। তেজো ওলাইছে। হাউলি গৈ অদিতিয়ে হাতৰ ৰুমালখনেৰে নখটো বান্ধিলে। ৰুমালৰ ওপৰেদি তেজ বিৰিঙি থাকিল।

ৰুমালেৰে নখটো বান্ধি লৈ কোনোবাই দেখিছে নেকি বুলি অদিতিয়ে এবাৰ পিছফাললৈ ঘূৰি চালে। দীঘল আলিবাটটো পৰি আছে ৰ'দৰ তাপত উত্তপ্ত হৈ। দুপৰীয়া সময়ত চহৰৰ এই উপকণ্ঠ অঞ্চলত মানুহ-দুনুহ, গাড়ী-মটৰৰ আহ-যাহ কিছু কম। তাৰ বাহিৰে বাকী সকলোবোৰ যেনেকৈ থাকিব লাগে ঠিক তেনেকৈয়েই আছে। আঁহত গছজোপাত আঁউজি লৈ মূৰৰপৰা পৰ্বতপ্ৰমাণ ভাৰৰ পাচিটো নমাই

হবেক মালৰ যেবিৰালাটোৱে নাসিকা গৰ্জন আৰম্ভ কৰিছে। মাকৰ ওহাৰত মুৰ খুন্দিয়াই থকা ছাগ শিশু দুটাও আছে। শালিকা চৰাইকেইটাও আছে। গছৰ পাতৰ ফাঁকেৰে জিৰজিৰকৈ বোৱা আকুল বতাহজাকো আছে। তেন্তে নাই কি? কি নাই? কি নাই? এই সকলোবোৰ থাকিলে কিবা এটা নথকাকৈ থাকিব পাৰে জানো? উচিত নে নথকাকৈ থকা?

আঙুলিটোৰ বিষতেই নে কিহৰ বাবে অদিতিৰ চকু চলচলীয়া হৈ আহিল। তাই চাদৰৰ আঁচলেৰেই চকু দুটা মোহাৰি ল'লে। ওচৰেদি চাইকেল চলাই কলেজৰ ল'ৰা কেইটামান গ'ল। এখন স্কুটাৰো গ'ল। ৰিক্সাত গ'ল তাইৰে দুজনী ছাত্ৰী। সিহঁতে তাইৰ চকুত চকুপানী দেখিলে কথাটো বেয়া হ'ব। কোনেও গম নাপাব যে কেৱল উজটি খোৱা আঙুলিটোৰ বিষতে অদিতিৰ চকুপানী ওলোৱা নাই। সকলো আছে — কিন্তু কিবা এটা নাই, এই শূন্যতাবোধ আৰু বিষণ্ণতাই অদিতিৰ চকু চলচলীয়া কৰিছে।

অদিতিয়ে ইফালে সিফালে চালে। ৰিক্সা এখন পোৱা হ'লে বেয়া নাছিল, আৰু বেছি দূৰ নাই। কিন্তু ক'ত ৰিক্সা? এখনো খালি ৰিক্সা তাইৰ চকুত নপৰিল। এখন খালি গছৰ তলত আছে; ওভোটা মুখীয়াকৈ থোৱা। তাতে বহি ৰিক্সাবালা দিবা নিদ্ৰাত মগন হৈছে।

নিৰুপায় অদিতিয়ে লেঙেৰাই লেঙেৰাই খোজ কাঢ়িবলৈ লাগিল। ৰাজআলিৰ মাজৰ গাঁতবোৰ যেন মুখ মেলি থকা এক বিশালাকাৰ প্ৰাগঐতিহাসিক প্ৰাণী। কেনেকৈ যে আকৌ গাঁতবোৰ আৰম্ভ হ'ল। এটা এটা গাঁত যেন এটা এটা কৃষ্ণ গহ্বৰ — য'ত এতিয়াও পোহৰ সোমাবগৈ পৰা নাই আৰু সোমাইছে যদি ওলাব পৰা নাই, যেন একো একোটা স্খলন। এতিয়া মে' মাহৰ শেষ। দুসপ্তাহৰ আগতে শেষ হোৱা পোন্ধৰদিনীয়া বৰষুণজাকৰ কৃতি এই আহল-বহল গাঁতবোৰ।

লেঙেৰাই লেঙেৰাই অদিতিয়ে খোজ কাঢ়িবলৈ লাগিল। খোজ কাঢ়োঁতে তাইৰ প্ৰতিটো খোজৰ লগে লগে নখ এৰাই যোৱা সোঁফালৰ বুঢ়া আঙুলিটোৰপৰা তেজ ওলাই আহিবলৈ লাগিল। তেজে বুঢ়া আঙুলিটো বান্ধি থোৱা ৰুমালখনো তিয়াই চপচপীয়া কৰিছে। অদিতিৰ কিছু অস্বস্তি লাগিল।

ঘৰলৈ আৰু বেছি দূৰ নাই; এই কেঁকুৰীটো ঘূৰি অকণমান সোমাই গ'লেই হ'ব। ৰাজআলিৰপৰা তিনি মিনিটৰ খোজ কঢ়াৰ বাট। কেঁকুৰীটো ঘূৰিবলৈ লৈ অদিতিয়ে এবাৰ আকৌ পিছলৈ চালে। আলিবাটৰ মাজৰ বিশাল গাঁতবোৰ দেখা পোৱা গৈছে। কেৱল গাঁতবোৰ। ভৰ দুপৰৰ ৰ'দ নেওচি দুই এজন মানুহৰ অহা-

যোৱা, দুখন এখন গাড়ী, ৰিক্সা, চাইকেল, স্কুটাৰ — নাই, অদিতিয়ে সেইবোৰ দেখা পাব লগীয়া বস্তু বুলি গণ্যই কৰা নাই। তাইৰ চকুত পৰিছে কেৱল গাঁতবোৰ। কোনো নক্ষত্ৰৰ পোহৰে কাহানিও আলোকিত নকৰা একো একোটা কৃষ্ণ গহ্বৰ।

ঘৰৰ জপনামুখত অদিতি। ঘৰখন নিস্তব্ধ হৈ আছে। কপৌ চৰায়ে ৰুণ দিয়া দুপৰ। কপৌ চৰাইৰ ৰুণে নিস্তব্ধতা নমাই আনে। এতিয়া ঘৰলৈ গৈ যিমান সোনকালে পাৰি আঙুলিটো ধুই-পখালি ডেটল দিব পাৰিলেই হ'ল। পাছত অবিনাশ আহিলে বেজি-চেজি কিবা ল'বলগীয়া থাকিলে ল'ব। ডেটলৰে প্ৰাথমিক চিকিৎসা কৰাৰ পাছতেই ভাত-পানী খাই বিছনাত পৰিব পাৰিলে চিন্তা নাই। অদিতিয়ে গৈ বাৰাণ্ডাৰ কলিং বেলত হাত দিলে। ভিতৰত দীঘলীয়া শব্দ। তাই দুৱাৰমুখতে কিছুপৰ ৰ'ল। বাৰাণ্ডাৰ ফুলৰ টাববোৰত পানী দিয়া নাই। ফুলগছবোৰ শুকাই গৈছে। সাবিত্ৰীৰ হৈছে কি? দিনে দিনে তাই দেখোন আওকণীয়া হৈহে গৈছে। কলেজলৈ ওলাই যাবৰ সময়তে অদিতিয়ে তাইক ক'লে — 'মোৰ আজি সময় নহ'ল সাবিত্ৰী, টাববোৰত পানী অকণমান দিবি — । তায়ো 'দিম বাইদেউ' বুলি কৈ থ'লে হয়, পানী দিবলৈ পাহৰিলে। হৈছে কি তাইৰ? ইমান সময়ে দুৱাৰখনকে খোলাহি নাই। অদিতিয়ে আকৌ এবাৰ কলিং বেলত হাত দিলে। সাবিত্ৰীৰ উমঘাম নাই। এইবাৰ তাই চিঞৰিলে — 'সাবিত্ৰী, সাবিত্ৰী, শুই আছ নেকি?'

'গৈছোঁ বাইদেউ — ' পাছফালৰপৰা অহা সাবিত্ৰীৰ মাত।

তাই আহি দুৱাৰ খুলিলেহি। 'ক'লৈ গৈছিলি? অথনিৰেপৰা চিঞৰি আছোঁ?' অদিতি ভিতৰলৈ সোমাল। 'দুপৰীয়া ঘৰত নাথাক কিয়?' তাই সাবিত্ৰীক সুধিলে।

'বাইদেউ, বৰ ডাঙৰ ঘটনা এটা হ'ল।' সাবিত্ৰীৰ বাবে সকলো ঘটনাই ডাঙৰ। আনকি ধুবলৈ নিয়া চাহ খোৱা কাপটোৰ নাল ভগা কথাটোও তাইৰ বাবে এটা ডাঙৰ ঘটনাই। অদিতিয়ে গুৰুত্ব নিদিওঁ বুলি ভাবিও তাইৰ মুখলৈ চাই ৰৈ গ'ল। তাইৰ মুখখন যেন বেছি শেঁতা পৰিছে আৰু ভয়াৰ্ত্ত হৈ গৈছে। 'কি হ'লনো?' অদিতিয়ে সুধিলে।

'অনিন্দিতা যে? বৰানী বাইদেউহঁতৰ কিবা এটা হয়, তাই মৰিল।' মই বৰানী বাইদেউহঁতৰ ঘৰত আছিলোঁগৈ।' খবৰটো নে কৈফিয়ৎটো দিবলৈ সাবিত্ৰীয়ে কথাকেইটা ক'লে; অদিতিয়ে মন নকৰিলে।

নথছিগা আঙুলিটোৰ বিষ অদিতিয়ে পাহৰি গ'ল। বেগটো চোফাৰ ওপৰতে দলিয়াই থৈ তাই পাছফালৰ বাটটোৰে বৰানীৰ ঘৰলৈ আহিল। বৰানীৰ ঘৰত মানুহ গোট খাইছে। বিছনাত পৰি মানুহজনীয়ে কান্দি আছে। ওচৰ চুবুৰীয়া মানুহ

কেইজনমানৰ লগত আগফালৰ বহা কোঠাত বৰ বিমৰ্ষভাৱে বৰা বহি আছে। বৰাৰ ডাঙৰজন ককায়েকৰ ছোৱালী অনিন্দিতা। এম. এ. পঢ়ি আছিল। বিয়াও ঠিক হৈছিল। কেৰাচিন ঢালি গাত জুই লগাই মৰিবলৈ এনে কি দুখ দেখাত সুখী ছোৱালীজনীৰ বুকুত আছিল, কোনে জানে?

অদিতি গৈ বৰানীৰ ওচৰতে বহিল, আৰু তেওঁৰ পিঠিত হাত দিলে। 'কিয় তাই এনেকুৱা কৰিলে? ঘৰখনৰ কথা কিয় এবাৰো নাভাবিলে?' উচুপি উচুপি বৰানীয়ে কথাবোৰ কৈ থাকিল। 'মাক-দেউতাক আছিল, ককায়েক-ভায়েক আছিল, ককাক-আইতাক, আত্মীয়-স্বজন আছিল — কাৰো মৰমে ৰাখিব নোৱাৰিলে কিয় তাইক?' একেখিনি কথাই অথনিৰেপৰা বৰানীয়ে কৈ আছে। কোনেও উত্তৰ দিয়া নাই। মানুহজনীয়েও উত্তৰৰ আশা কৰা নাই। বৰানীৰ ল'ৰা-ছোৱালী দুটাও বৰ বিমৰ্ষ মনে অ'ত ত'ত বহি আছে। কোনোবা গৈছে টেক্সি আনিবলৈ। তেওঁলোক এতিয়াই গাঁৱৰ ঘৰলৈ যাবগৈ।

বৰানীৰ পৰিয়ালটোক টেক্সিত উঠাই থৈ অদিতি ঘৰলৈ আহিল। ভাত নোখোৱাকৈয়েই কলেজলৈ গৈছিল। এতিয়া একো খাবৰে মন নগ'ল। সাবিত্ৰীক চাহ একাপ দিবলৈ ক'লে। আৰু, তেতিয়াহে তাইৰ মনত পৰিল, ভৰিৰ বুঢ়া আঙুলিটো? টনটনাইছে দেখোন। গৰম পানীত নিমখ দি ধুই ডেটল দিয়াই নহ'ল। তাই পাকঘৰলৈ গ'ল আৰু গৰম পানীত নিমখ অলপ দি আনি পাছফালৰ বাৰাণ্ডাখনতে বহি আঙুলিটো ধুবলৈ লাগিল। ধুই লৈ ডেটল অকণমানো দিলে। তাই বহুপৰ তেনেকৈয়েই পাছফালৰ বাৰাণ্ডাখনতে বহি থাকিল। সাবিত্ৰীয়ে দিয়া গৰম চাহকাপ ইতিমধ্যে চেঁচা হ'ল। একে সোহাই তাই খাই থ'লে। কলেজৰপৰা আহি ভৰি-হাত ধোৱা নহ'ল, কাপোৰ সলোৱা নহ'ল, ভাত খোৱা নহ'ল — একো নহ'লে। পাছফালৰ দেৱালৰ ওচৰৰ ডালিম গছৰ ফুলত মৌপিয়া চৰাই এটাই তাৰ বেজিৰ দৰে জোঙা সৰু ঠোঁটটোৰে মৌৰস বিচাৰিবলৈ লাগিল। আবেলিৰ ছাঁপৰা চোতালখনত শালিকা চৰাইকেইটামান আৰু কপৌ চৰাই এযোৰে বৰ আমন-জিমনকৈ চৰি ফুৰিলে। বৰানীৰ বাৰীৰ কঁঠাল পুলিটোৰপৰা উঁইচিৰিঙা এটাই মাতি থাকিল। আকাশেদি শৰালি এজাক উৰি গ'ল। জাক পাতি উৰি গ'ল বগলী চৰাই। বাহলৈ উলটিল কাউৰী। সাবিত্ৰীয়ে তাইক কেবাবাৰো চাই গ'লহি। বেলিটো ডুব গ'ল। মাথো ডুব যোৱা বেলিটোৰ ৰঙেৰে আকাশখনে চিত্ৰকৰ এজনে বিভিন্ন ৰং মিহলাই লৈ ছবি আঁকিবলৈ সাজু হোৱা ৰংদানিৰ দৰে ৰঙিন ৰূপ এটা গ্ৰহণ কৰিলে। অদিতি বহিয়েই থাকিল। মালতী জোপা আমোল-মোলাবলৈ লাগিল। সন্ধিয়া হ'ল। অদিতি তেতিয়াহে বহাৰপৰা উঠিল।

আচৰিত হৈ সাবিত্ৰীয়ে অদিতিক সুধিলে — 'বাইদেউ আপোনাৰ কি হ'ল? বহিল যি বহিলেই। কাপোৰ-কানিও নসলালে। মুখ-হাতো নুধুলে। একো নাখালেও। মন বেয়া লাগিছেনে, গা বেয়া আপোনাৰ?'

'নাই নাই — ' অদিতিয়ে মূৰ জোকাৰিলে। 'মোৰ গা বেয়া নহয়। মনটোহে বেয়া লাগিছে। অনিন্দিতালৈ মনত পৰিছে।'

'মোৰো মনত পৰিছে বাইদেউ—' সাবিত্ৰীয়ে ক'লে। 'বহুত সিদিনা আহি গৈছিলহে। ইমান মৰমিয়াল আছিল। কি যে হ'ল, কিয় যে এনেকৈ মৰিল —'

এৰা, কিয এনেকৈ আওমৰণে মৰিল ছোৱালীজনী? কিয় মৰিল? কাষৰ ঘৰখন খালি। ল'ৰা-ছোৱালীকেইটাৰে সৈতে বৰা বৰানী গাঁৱৰ ঘৰলৈ গৈছে। ঘৰখন নিজান হৈ আছে। ওচৰ ঘৰীয়া মানুহ ঘৰ নাথাকিলে কাষৰ ঘৰখনো খালি খালি লাগে। কিবা এক শূন্যতাবোধ, এক হাহাকাৰ। কি হেৰাই গৈছে পৃথিবীৰপৰা? কি হেৰাই গৈছে?

ভৰি-হাত ধুই কাপোৰ সলাই অদিতি বিছনাত পৰিল। অবিনাশ অহাই নাই, সদায় পলম হয। অফিছৰপৰা ওলাওঁতে পলম হয়। তাৰ পাছত ঘূৰা-পকা, বন্ধু বান্ধৱ। টেলিফোনত জনোৱা মতে কিবা এক বিশেষ কাম। বিশেষ কাম — হযতো কবিতাৰ অনুষ্ঠান, হয়তো কোনো কবি বন্ধুক হঠাতে লগ পাই যোৱা, নতুবা, আধুনিক কবিতা সম্পৰ্কে আড্ডাত সৰস আলোচনা। অদিতিৰ অভ্যাস হৈ গৈছেগৈ। অবিনাশৰ এনে ধৰণৰ কথাবোৰে তাইক আজিকালি আমোদ দিয়ে। নিজা সময় তাইক যিদৰে লাগে অবিনাশকো লাগে। কাৰো ব্যক্তিগত স্বাধীনতাত হাত দিয়াৰ দুৰ্মতি অদিতিৰ নাই।

বিছনাত ওপৰ মুৱাকৈ অদিতি পৰি আছে। ওপৰত ঘূৰি আছে ফেন। ফেনৰ বতাহে তাইৰ গাৰ কাপোৰ, মূৰৰ চুলি উৰুৱাইছে। একমাত্ৰ অনিন্দিতাৰ চিন্তাই তাইক চকুদুটা মুদি কিছুপৰ জিৰণি ল'বলৈ অনুমতি দিয়া নাই। এৰা অনিন্দিতাৰ চিন্তাই। কিয় গুচি গ'ল তাই? কাৰ ওপৰত খং কৰি, কাৰ ওপৰত অভিমান কৰি? পখিলাৰ দৰে চঞ্চল, চৰাইৰ দৰে সুখী ছোৱালীজনীয়ে কিয় ইমান ভয়ানকভাৱে নিজৰ শেষ পন্থা বাছি ল'লে?

বৰানীৰপৰা গম পোৱা মতে অনিন্দিতাৰ বিয়া ঠিক হৈ আছিল। ল'ৰাটো যে তাইৰো পছন্দ হৈছে, সেই কথা আগৰবাৰ আহোঁতে তায়েই অদিতিক জনাইছিল। দেখাই শুনাই ধুনীয়া ল'ৰা, চাকৰিটো ভাল, তাইৰ লগত মন মিলিছে, তাই সুখী হ'ব পাৰিব — অদিতিক অনিন্দিতাই নিজে কোৱা কথা। বৰানী আছিল তাইৰ খুৰীয়েক,

সেয়ে তাই অদিতিকো খুৰী বুলি মাতিছিল। তাই কৈছিল — 'কথা-বতৰা পাতি গম পাইছোঁ তেওঁ ভাল মানুহ। মোক মৰম কৰিব।' ছোৱালীজনীয়ে কেৱল মৰমহে আশা কৰিছিল।

ওপৰত ঘূৰিছে ফেন। খোলা খিৰিকিৰে সোমাই আহিছে বতাহ। অদিতিৰ গাত বতাহ লাগিছে। বৰষুণ দিব পাৰে। দিবই কিজানি। দুপৰীয়া যিটোহে গৰম। ফেনখন কমাই দিব লগা হ'ল। অদিতি বিছনাৰপৰা উঠিল আৰু তেতিয়াই লাইট নুমাল। সাবিত্ৰীয়ে অলপ পাছতে মম এডাল দি থৈ যাবহি। হাতত বিচনীখন লৈ তাই আগফালৰ বাৰাণ্ডালৈ ওলাই গ'ল। আগফালে থকাই ভাল; অবিনাশ আহিব। এটা অপেক্ষা। সি ভাল পাব, তাইৰো ভাল লাগিব।

আকৌ সেই মালতীজোপা। অন্ধকাৰতে জিলিকি আছে মালতী ফুলৰ থোপা। আমোল-মোলাই আছে চৌপাশ, হাত মেলি অন্ধকাৰতে তাই মালতী ফুল এথোপা চিঙিব খুজি তাই হাত কোঁচ খুৱাই আনিলে। আজিও পিন্ধিবনে তাই খোপাত মালতী ফুল? কিহৰ সুখ? কিহৰ প্ৰাচুৰ্য? তাইৰ অভাৱবোধ নাইনে একো? তাইৰ একো দ্বিধাও নাইনে?

ঠিক তেতিয়াই অবিনাশ আহিল। তাইৰ ওচৰত থিয় হৈ অবিনাশে ক'লে — 'বহুত সময় হ'ল। তুমি মোক বেয়া পাইছা?'

'তুমি কাপোৰ সলাই মুখ-হাত ধুই আহাঁচোন। মই সাবিত্ৰীক চাহ একাপৰ কথা কওঁ।'

'তুমি ক'ব নালাগে। চাহ নাখাওঁ। চাৰে সাত বাজিল।'

অবিনাশ ভিতৰলৈ সোমাই গ'ল। অদিতি বহি থাকিল অন্ধকাৰতে। কিছুপৰৰ পাছত হাতত পানীয়ৰ গিলাচ এটা লৈ সি বাৰাণ্ডা পালেহি। সৰু মেজখন ওচৰলৈ আনি সাবিত্ৰীয়ে দি থৈ গ'ল কাজু বাদামৰ প্লেট। 'উস বৰ ভাগৰ লাগিছে।' অবিনাশে ক'লে।

'মোৰ মনটোও বৰ বেয়া লাগিছে।'

অদিতিয়ে প্লেটৰপৰা কাজু এটা মুখলৈ তুলিলে। তাৰ পাছত তাই দিনটোৰ সমস্ত ঘটনা অবিনাশক কৈ গ'ল। উজুটি খাই নখ ছিগা কথাটো প্ৰথমে ক'লে। সি 'বেজি এটা নল'লা কিয়' বুলি হুলস্থুল কৰিছিলেই, কিন্তু অনিন্দিতাৰ কথাটো শুনি সি উচপ খালে। কিছুপৰ সি মৌন হৈ ৰ'ল। মৌনতা ভংগ কৰি সি অদিতিক প্ৰশ্ন কৰিলে — 'কিয় মৰিল ছোৱালীজনী? তাইৰ বিয়া ঠিক হৈ আছিল, আঙঠি পিন্ধাইছিল বুলিও শুনিছিলোঁ।'

'আৰু সেয়াই নহয়, সিহঁতে ইটোৱে সিটোক ভালো পাইছিল।'

'ভাল পালে মানুহ নমৰে। প্ৰেমে মানুহক জীৱন দান দিয়ে, মৃত্যু নহয়।'

'বোধহয় সিহঁতে এখন মুখা পিন্ধি লৈছিল।'

'হ'ব পাৰে।'

অবিনাশ মনে মনে আছে। বৰ লাহে লাহে সি গিলাচত ওঁঠ লগাইছে। দুটা এটা কাজু বাদাম মুখলৈ তুলিছে। অদিতিয়েও। তাইৰ কথা পাতিবৰ মন গৈছেও, নায়ো যোৱা। কথা পাতিলে তাইৰ মনৰ চিন্তাবোৰৰ খেলিমেলি লাগিব, আৰু কথা নাপাতিলে তাইৰ মন হৈ থাকিব গধুৰ। কি কৰা যায়? তাই অনিন্দিতাৰ মুখখন, মিঠা মাতষাৰ, সুন্দৰ হাঁহিটো মনৰপৰা দূৰ কৰি দিবলৈ চেষ্টা কৰি আছে। পৰা নাই। অথচ জীৱনৰ প্ৰতি অনাস্থা দেখুওৱা, জীযাই থাকিবলৈ অস্বীকাৰ কৰা ছোৱালীজনীক তাই সম্পূৰ্ণৰূপে পাহৰি যাবও দেখোন নোৱাৰে। কি যে টনা-আঁজোৰা। হাৰ মনা পৰাজিত ছোৱালী এজনীক কি যুক্তিত সহানুভূতি দেখুওৱা যায়? অথবা, জীৱনৰ ওচৰত হাৰ মনা ছোৱালীজনী কি যুক্তিত সহানুভূতিৰ পাত্ৰী নহ'ব? 'ছোৱালীজনীৰ মাতষাৰ বৰ মিঠা আছিল।' অদিতিয়ে ক'লে। 'তাইক মানুহে বৰ ভাল পাইছিল, আৰু তায়ো মানুহক বৰ ভাল পাইছিল।'

'মিছা কথা।' বহুত পৰৰ মূৰত অবিনাশে উত্তৰ দিলে। 'মানুহক ভাল পালে, মানুহে ভাল পালে কোনো এনেকৈ নমৰে। মৃত্যুৰো একোটা উদ্দেশ্য, ধৰ্ম, আৰু সৌন্দৰ্য থকা উচিত। অনিন্দিতাৰ মৃত্যুৰ উদ্দেশ্য কি? তাৰ ধৰ্ম অথবা সৌন্দৰ্য ক'ত? আৰু তাইৰ অভিমান?'

অদিতিয়ে মুখেৰে নামাতিলে। তাই কেৱল দূৰৈৰ আকাশৰ ফালে চাই থাকিল। আকাশখন ডাৱৰে ঢাকি ধৰিছে। ক'তো এটাও তৰা নাই। বৰষুণ দিব। দিয়কচোন এজাক বৰষুণ। 'অপ্ৰেম'ৰ পৃথিৱীখনলৈ আহকচোন প্ৰেমৰ এজাক পৰম আকাংক্ষিত বৰষুণ।

'আচলতে, অবিশ্বাস। অবিশ্বাসৰ বাবেই অনিন্দিতা মৰিল।' অবিনাশে ক'লে। 'সেই ভয়ংকৰ অবিশ্বাস, যি তিলে তিলে শেষ কৰে মানুহক। মানুহৰ প্ৰেমৰ পৃথিৱীক।' গিলাচটো আকৌ এবাৰ ভৰাই আনিবলৈ অবিনাশ ভিতৰলৈ সোমাই গ'ল। আৰু ঠিক তেতিয়াই লাইটবোৰ জ্বলিল। বাৰাণ্ডাত লাইট জ্বলোৱা নাছিল যদিও ভিতৰৰ লাইটৰ পোহৰে বাৰাণ্ডাখন চেগা-চোৰোকাকৈ চুই গৈছে। উদ্‌ভ্ৰান্ত মানুহৰ দৰে অদিতি কেৱল বহিয়েই থাকিল। চকু আকাশত। তাই যেন আকাশত অন্য এক জগতৰ সন্ধানত সদাব্যস্ত এক পৰিভ্ৰমণকাৰী। আকাশ, পৃথিৱী তল-

ওপৰ কৰি তাই যেন অনুসন্ধান কৰিছে এনে এক নক্ষত্ৰৰ — পৃথিবীৰপৰা লাখ লাখ আলোকবৰ্ষ দূৰত্বত থকা এনে এক নক্ষত্ৰৰ — যাৰ আছে নিৰ্দিষ্ট কক্ষপথত ঘূৰা এক বিশেষ গ্ৰহশ্ৰেণী। তাৰে কোনো এক গ্ৰহত কিজানি আছে কেৱল প্ৰেমৰ পৃথিৱী এখন। 'অপ্ৰেম'ৰ এই পৃথিৱীৰপৰা বহু দূৰৈৰ কেৱল প্ৰেম আৰু বিশ্বাসৰ পৃথিৱী এখন। য'ত মানুহ আশাহত হোৱাৰ দুখত নমৰে, য'ত বিশ্বাসভংগৰ অপৰাধ নাই, য'ত আছে প্ৰেম, বিশ্বাস আৰু নিৰাপত্তা। মাক কুকুৰাজনীয়ে ডেউকা মেলি পোৱালিকেইটাক দিয়া সেই আশ্ৰয় আৰু হৃদয়ৰ উত্তাপ। অবিনাশ আহি আকৌ অদিতিৰ ওচৰত বহিলহি। 'কোৱাঁ।' অবিনাশে ক'লে। 'তুমি নিশ্চয় মোক কিবা এষাৰ কথা ক'ম বুলি ভাবিছিলা।' অদিতিয়ে চকু ঘূৰালে। এৰা, বৰ মনে মনে থকা হৈছে। কিবা এষাৰ কথা কোৱা উচিত। সৰুকৈ, অনুচ্চকৈ হ'লেও কিবা এষাৰ। ক'লে — 'বিশ্বাসভংগ? কোনে ভংগ কৰিলে অনিন্দিতাৰ বিশ্বাস?'

'মানুহে। মানুহৰ বাঁহিৰে আৰু কোনে মানুহৰ বিশ্বাস ভংগ কৰিব পাৰে?'

'কোন মানুহে?'

'বোধহয় তাইৰ প্ৰেমিকে — যাৰ লগত তাই আজীৱন একেলগে বাস কৰাৰ কথা আছিল। যাৰ সৈতে তাইৰ বিয়া ঠিক হৈছিল।'

'আচৰিত কথা। যি দুদিনৰ পাছত তাইৰ জীৱন সংগী হ'লহেঁতেন তেওঁ কৰিব অনিন্দিতাৰ বিশ্বাসভংগ?'

'পৃথিৱীত একো আচৰিত কথা নাই অদিতি।'

ঠিকেইটো। পৃথিৱীত কি এনে অভাৱনীয় ঘটনা ঘটিছে যিটো আগতে ঘটা নাই, বা পাছলৈকো ঘটিব বুলি কল্পনা কৰা নাযায়? কি এনে ঘটনা ঘটা নাই পৃথিৱীত, যিটো নতুনকৈ ঘটাবলৈ সময় বৈ আছে? যুগ যুগ ধৰি প্ৰতিটো ঘটনাই পুনৰাবৃত্তি হৈ থকা নাইনে? অদিতিয়ে উশাহ সলালে। 'পৃথিৱীখন এৰি থৈ যাবলৈ তাইৰ ভয় নালাগিলনে? একো তান নাছিলনে তাইৰ বাবে পৃথিৱীত? তেন্তে কাক ভাল পালে তাই?'

'নিজক। একমাত্ৰ নিজক।' অবিনাশে ক'লে, 'পৃথিৱী এৰি থৈ যাবলৈ সাহস আৰু জীৱনৰ মুখামুখি হ'বলৈ ভয়। অথবা মৃত্যুলৈ ভালপোৱা, জীৱনকৈ ঘৃণা। আৰু আত্মপ্ৰীতি। এইকেইটা যাৰ আছে তেওঁলোকেহে পৃথিবীৰ প্ৰতি থকা অইন মানুহৰো বিশ্বাসভংগ কৰিবলৈ অনিন্দিতাৰ দৰে চেষ্টা কৰে; কিন্তু নোৱাৰে। পৃথিৱীৰ প্ৰতি মানুহৰ বিশ্বাস আৰু দায়িত্ববোধ চিৰন্তন। নিজৰ বাহিৰে পৃথিৱীৰ এটা ধূলিকণাকো ভাল পোৱা মানুহে পৃথিৱীখন এনেকৈ এৰি থৈ যাবলৈ ইচ্ছা নকৰে।'

'তুমি ঠিক কথাই কৈছা।' অদিতিয়ে নিজৰ হাত অবিনাশৰ হাতৰ ওপৰত থ'লে। লাহে লাহে তাইৰ হাত অবিনাশৰ হাতৰ মুঠিত সোমাল। তাই জানে, ইয়াৰ পাছত অবিনাশৰ ওঁঠে স্পৰ্শ কৰিব সেই হাত। এক নিৰাপত্তা। এক আনন্দ। অদিতি সেই আনন্দ আৰু নিৰাপত্তা গ্ৰহণ কৰিবলৈ সাজু হ'ল। 'আচলতে, অনিন্দিতাইহে ভংগ কৰিলে পৃথিবীৰ প্ৰতি থকা প্ৰতিজন মানুহৰ বিশ্বাস। তাই অভিমানেৰে নহয়, চূড়ান্ত ভয়াতুৰভাৱে পৃথিবীৰ প্ৰতি তাইৰ অবিশ্বাস আৰু প্ৰেমৰ প্ৰতি অনাস্থা ৰাখি গুচি গ'ল। ভুল, ভীষণ ভুল — ' এইবাৰ অদিতিৰ হাত অবিনাশৰ ওঁঠলৈ উঠিল। অবিনাশে লাহেকৈ এটা চুমা খালে আৰু ক'লে — 'তুমি বৰ অস্থিৰ হৈ আছা অদিতি। মই গম পাইছোঁ। অস্থিৰ হোৱাৰেই কথা। ইমান মৰম কৰিছিলা তুমি ছোৱালীজনীক। কোনো অস্থিৰতাই চিৰস্থায়ী নহয়। কাইলৈ তুমি কিছু পৰিমাণে সকাহ পাবা।'

ভাত-পানী খাই দুয়ো শোৱা কোঠালৈ আহিল। অদিতিৰ গাত এতিয়া গুলপীয়া ৰঙৰ নিশাৰ সাজ। তাই মুখত গাখীৰৰ সৰ সানিছে। চকুত দিছে দুফোটা গোলাপজল। খোপা খুলি চুলিখিনি বেণী বন্ধনৰে আবদ্ধ কৰি লৈছে। ভৰি হাতত ঘঁহিছে জলফাইৰ তেল। বুকুৰ মাজত ছটিযাই লৈছে ৰজনীগন্ধাৰ নিৰ্যাস। বিছনাত পৰি অবিনাশে সেইদিনা আবেলি দি থৈ যোৱা কলিকতীয়া বাতৰি কাগজখন চাই আছে। অদিতি অবিনাশৰ ওচৰত বহিল। 'আজি কিতাপ নপঢ়া?' তাই সুধিলে। ভাত খাই উঠি অবিনাশৰ কিতাপ পঢ়া অভ্যাস। কথাটো কৈ তাই তাৰ চুলিৰ মাজত আঙুলি বুলাবলৈ লাগিল।

'নপঢ়োঁ। ভাগৰ লাগিছে।' অবিনাশে ক'লে।

'তেন্তে লাইট নুমুৱাই দিওঁ?'

'দিয়া।'

কোঠাটোৰ দুৱাৰ-খিৰিকিবোৰলৈ এবাৰ চাই নিচিন্ত হৈ অদিতি লাইট নুমুৱাই শুবলৈ আহিল। তাই গাৰুত মূৰ থ'লে আৰু খিৰিকিৰ কোঁচাই থোৱা পৰ্দাখনৰ ফাঁকেৰে আকাশলৈ চালে। আকাশ ক'লা হৈ আছে। এটাও তৰা দেখা নাযায়। দুই এছাটি বিজুলী। তাই চকু মুদিলে আৰু অবিনাশৰ ওচৰ চাপি গ'ল। এতিয়া অবিনাশৰ বুকুত অদিতিয়ে মূৰ থৈছে। বাহিৰত বৰষুণে টিপটিপাবলৈ লাগিছে। বাহিৰত, নে ভিতৰত? অবিনাশৰ বুকুত মূৰ থৈ অদিতিয়ে উচুপিবলৈ লাগিল। অবিনাশে তাইৰ পিঠিত হাত দিলে। 'কিয় কান্দিছা তুমি?' সি সুধিলে। 'ইমান দিনে পৃথিবীত একো দুখেই দেখা নাইনে ?'

অদিতিয়ে উত্তৰ নিদিলে। তাই উচুপি থাকিল। লাহে লাহে তাইৰ উচুপনি সাম কাটিলে। ‘প্ৰতিটো দুখেই একো একোটা পৰীক্ষা’ অবিনাশে ক'লে। ‘তুমি অনিন্দিতাৰ কাৰণে আৰু মন বেয়া নকৰিবা। তাইৰ কাৰণে প্ৰাৰ্থনা কৰা।’

‘মোক ধৰি থাকাঁচোন।’ বাহিৰত তেতিয়া বাৰুকৈয়েই পৰিছে বৰষুণ। বিচমিল্লা খাঁৰ চেহনাইত যেন ৰাগ মেঘমল্লাৰ। ‘তুমি মোক মাথো ধৰি থাকাঁ। মোৰ এনে লাগিছে যেন পৃথিৱী আহি শেষ দিনটোত উপনিত হৈছেহি।’ তাই অবিনাশক ক'লে।

‘পৃথিৱীৰ নিজা কোনো অৰ্থ নাই। আমি আৰোপিত কৰা অৰ্থৰেহে পৃথিৱী অৰ্থময়। শেষ দিন বুলি নক'বা।’ অবিনাশৰ হাত দ্ৰুত হৈ আহিছে। অবিনাশে বা পৃথিৱীৰ ওপৰত কি অৰ্থ আৰোপ কৰিছে।

‘মই কি ভাবিছোঁ জানানে?’ তাই অবিনাশৰ বুকুৰপৰা মূৰ তুলিলে আৰু নিজৰ গাৰুত মূৰটো থ'লে। ‘সঁৰু সৰু কথা। সৰু সৰু কথা একোটাইয়ো কিমান দুখ আৰু হতাশাৰ কাহিনী বহন কৰি আনে। আজি যে মোৰ বুঢা আঙুলিৰ নখটো ছিগিল, তুমি ক'বা মই অসাৱধান, ওপৰমুৱাকৈ খোজ কাঢ়োঁ। মযো সেই কথাই ক'ম। হ'ব পাৰে। ময়েই অসাৱধান। কিন্তু কথাটো কি তুমি জানানে?’

তাইৰ গাত ধৰি থকা অবিনাশৰ হাত লাহে লাহে শিথিল হৈ আহিছে। দিনটোৰ ভাগৰ। তাৰ নাকৰ শব্দ হ'বলৈকো আৰম্ভ কৰিছে। অদিতিযে সিফালে মূৰ ঘূৰালে। বৰষুণজাক জোৰেৰেই আহিছে। মেঘৰ গৰ্জন আৰু চকুত চমক লগোৱা বিজুলী। বিজুলীৰ পোহৰে কোঠাটোও পোহৰাইছে। সেই পোহৰতে তাই দেখিলে, বৰ নিচিন্তমনে অবিনাশ শুই আছে। তাইৰ অবিনাশক জগাই ক'বৰ মন গৈছে — ‘উঠাচোন। শুনা সেয়া বৰষুণ দিছে।’ নাই, ইমান ধুনীয়াকৈ শুইছে অবিনাশ, জগাবৰ মন গ'লেই সত নাযায় যেন, মানুহৰ ‘অপ্ৰেম’ আৰু অবিশ্বাসৰ পৃথিৱীৰপৰা বহু দূৰৈৰ কবিতাৰ ৰাজ্য এখনৰ মাজত সি বৰ নিৰাপদে সোমাই আছে।

অদিতিয়ে উশাহ সলালে। অবিনাশৰ নাকৰ শব্দটো বেছি হৈছে। তাৰ মূৰটো গাৰুৰপৰা পিছলি পৰি বেঁকা হৈ আছে। অদিতিযে মূৰটো পেলাই দিলে। নাকৰ শব্দ কমিল। তাই আকৌ চকু মুদিলে। অন্ধকাৰত মানুহৰ মনবোৰ খোল খাই যায়। খোল খাব খুজিছে নেকি তাইৰো মন? মনৰ জঁটৰ আউল ভাগিছে নেকি? বৰ্ষণমুখৰ নিশা ওচৰত গভীৰ টোপনিত পৰি থকা তাই প্ৰিয়তম স্বামী, আৰু টোপনিয়ে জোকাবলৈ সাহস নকৰা তাইৰ দুচকু। কি কৰা যায়। আঙুলিৰ বিষটোও বাঢ়িছে দেখোন।

আঙুলিৰ বিষ নে অদিতিৰ মনত থকা এটা ভয়ংকৰ বিষ? খোল খাইছে, খোল খাইছে। মনৰ আউল ভাগিব খুজিছে। বিষটো উজাৰ মাৰি আহি তাইৰ বুকু পাইছেহি। সৰু সামান্য কথা বুলি এৰি দিব পৰা কথা একোটাইয়ো আজিকালি অদিতিক বিহুল কৰে কিয়? ৰাজআলিৰ মাজৰ গাঁত, অসমৰ কোনটো আলিবাট সুচল, কোনটোত গাঁত নাই? কোনে ভাবে সেই কথা? ৰাজআলিত গাঁত থাকিবই লাগিব, সেইটোৱেই স্বতঃসিদ্ধ কথা। অদিতিয়ে কলেজলৈ অহা-যোৱা কৰা বাটটোৱো অসমৰে আলিবাট। কেতিয়াবাই বিপদসীমা পাৰ কৰিলে। মাৰ্চ মাহত দেখা গ'ল মাত্ৰাধিক্য আড়ম্বৰেৰে বাটটো পুনৰ নিৰ্মাণৰ যো-জা চলিছে। বাটৰ দাঁতিত শিলগুটিৰ দ'ম। আলকতৰা গলোৱাৰ উৎকট গোন্ধ। সেইখিনি পাৰ হওঁতে অদিতিয়ে উশাহ বন্ধ কৰি লয়। আলকতৰা গলোৱাৰ গোন্ধটোৱে তাইৰ মূৰত ধৰে। গলোৱা মানুহকেইটাই কিন্তু তাৰ মাজতে অবিৰাম কাম কৰে। যেন সিহঁতৰ পঞ্চইন্দ্ৰিয় বুলি একো কথাই নাই। সেই গলোৱা আলকতৰা শিলগুটি মিহলি কৰি ঢলা হ'ল, আৰু এসমযত দেখা গ'ল, এটা আহল-বহল, মশৃণ আলিবাট তৈযাৰ হৈছে। মানুহে ভাল পালে। আজি ইমান দিনে গাঁতবোৰ বছাই বছাই অহা-যোৱা কৰাত কিযে অসুবিধা! বোধহয বহুত দিনৰ মূৰত এইবাৰ ৰাইজৰ দুখ দূৰ হ'ল। ৰাইজৰ দুখ দূৰ হোৱাৰ আনন্দত অদিতিৰ মনটোও মুকলি হ'বলৈ ধৰিলে।

মাৰ্চ গ'ল, এপ্ৰিল মাহ সোমাল। এপ্ৰিল মাহত এজাক বৰষুণ আহিল। ঠিক বিহুৰ আগে আগে। ঠিকেই থাকিল। বিহু পাৰ হোৱাৰ পাছতেই আকৌ এজাক বৰষুণ। দহদিনমান নেৰানেপেৰাকৈ এইজাক বৰষুণ চলি থাকিল। এইজাক বৰষুণে ধুই নিছে, আৰু একো একোটা গাঁতৰ সৃষ্টি কৰিছে। যিবোৰ গাঁতৰে এটা গাঁতত উজুটি খাই আজি অদিতিৰ ভৰিৰ বুঢ়া আঙুলিৰ নখটো ছিগিল। নখটো ছিগিল ভালেই হ'ল। নখ ছিগাৰ বিনিময়ত অদিতিয়ে আজি এটা উপলব্ধি লাভ কৰিলে।

ঠিকেই এটা উপলব্ধি। ছিগিল, ছিগিল নখটো। আজি নখ ছিগিল — কাইলৈ ছিগা নখ আকৌ গজিব। অদিতিয়ে উপলব্ধি কৰিলে — , এই যে ৰাজহুৱা ধন আৰু কষ্টৰ বিনিময়ত ৰাইজে আনন্দৰ উশাহ লোৱা নতুনকৈ তৈয়াৰ কৰা আলিবাটটো নৌ পুৰণি হওঁতেই তৈয়াৰ হোৱা গাঁতবোৰ, এক ভগ্নপ্ৰায় দশা — ই কি সূচায়? মানুহৰ চৰম স্খলনৰ কথা নুসূচায়নে? লোভ, লালসা আৰু অধঃপতনৰ কথা নকয়নে? মানুহৰ প্ৰেমহীনতা আৰু বিশ্বাসভংগৰ এইটোৱো আৰু এটা কৰুণ কাহিনী নহয়নে?

অদিতিয়ে বাগৰ সলালে। এক বৰ্ষণমুখৰ নিশা এজনী সাতছল্লিচ বছৰীয়া

মহিলা ব্যাকুল হৈছে প্ৰেমহীনতাৰ কদৰ্য ৰূপ দেখি। গল্প উপন্যাসত কথাটো বিশ্বাসযোগ্য হ'লেও বাস্তৱ পৰিস্থিতিত কথাটোৰে বিশ্বাসযোগ্যতা হেৰুৱাই পেলোৱা নাইনে? তেন্তে অদিতিয়ে নিজেই ধৰি ল'ব নেকি যে তাই গল্প অথবা উপন্যাসৰ এক চৰিত্ৰহে মাথোন? উপন্যাস গঢ়োঁতাই তাইক তেজ মঙহৰ ৰূপ দিছে, এক সুখী, পৰিপূৰ্ণ, মেটমৰা ভঁড়ালেৰে এটা চহকী জীৱন দিছে, প্ৰেম আৰু বিশ্বাস দিছে, জীৱনবোধ দিছে, দিছে সামাজিক সম্মান আৰু এটা স্বচ্ছল অৱস্থা। যদি তেনেকুৱাই হয়, তেন্তে এই মুহূৰ্তৰপৰাই অদিতি সোমাই পৰিবগৈ ছপা আখৰৰ আবেষ্টনীৰ মাজত। উপন্যাস গঢ়োঁতাই তাইক তেজ, মঙহ আৰু প্ৰাণ দি মনৰ মতনকৈ সজাই-পৰাই উলিয়াই লওক।

উপন্যাস গঢ়োঁতাই নিজৰ ইচ্ছামতে চৰিত্ৰ গঢ দিয়ে হয, কিন্তু নিজৰ ইচ্ছামতে তাত গতি দিব নোৱাৰে। চৰিত্ৰটো নিজেই গতিময় হৈ পৰে, আৰু সেই গতি অনুযায়ী চলিবলৈ আৰম্ভ কৰে। এই যে, যদিও এটা চৰিত্ৰ — অদিতিয়ে সেই চৰিত্ৰই বিচৰাৰ দৰেহে গতি লাভ কৰিছে। এই মুহূৰ্তত অদিতি উপন্যাস গঢ়োঁতাই আলফুলে গঢ় দিয়া এক চৰিত্ৰহে মাথোন, আৰু যিহেতু উপন্যাসে জীৱনক অনুকৰণ নকৰে, বৰঞ্চ জীৱনেহে উপন্যাসক অনুকৰণ কৰে, সেয়ে অদিতিয়ে এটা চৰিত্ৰ হৈ উপন্যাসখন অনুকৰণ কৰিছে। অদিতিয়ে টোপনি যাবলৈ চেষ্টা কৰি চকু দুটা জোৰকৈ মুদি দিলে। টোপনি দেখোন নাহে, কি হ'ল। চকুৰ আগত অন্ধকাৰতে জিলিকি আছে অনিন্দিতাৰ সুন্দৰ মুখ, তাইৰ হাঁহি, কথা-বতৰা, অংগ সঞ্চালন। লগতে একাকাৰ হৈ মিলিছে আলিবাটৰ মাজৰ গাঁতকেইটা, বাতৰি কাগজৰ দৈনিক খবৰ, যেন প্ৰতিটো কথাই ৰাজৰোগীৰ বুকুৰ মাজৰ একো একোটা অসহনীয কষ্টদায়ক ক্ষত। ইয়াৰ প্ৰতিটো কথাই প্ৰেম আৰু বিশ্বাসৰ নামত একো একোটা অক্ষমনীয় প্ৰতাৰণা আৰু অপৰাধ।

উস! অদিতিৰ আজি কি হ'ল! তাইৰ টোপনি নাহে কেলেই? উপন্যাস অনুকৰণ কৰি তাইৰ জীৱনো উপন্যাসৰ চৰিত্ৰ হৈ পৰিছে বাবেই এনে দশা হৈছে নেকি? কি কৰা যায়? দুৱাৰখন খুলি বাৰাণ্ডালৈ ওলাই গ'লে কেনে হয়? বাহিৰত বৰষুণ দি আছে, মাজে মাজে মেঘৰ গৰ্জন, মাজে মাজে বিজুলীৰ চকমকনি, মাজে মাজে দ্ৰুত, মাজে মাজে বিলম্ব লয়ত আকাশ ছানি অহা হেঁপাহৰ বৰষুণ। মোৰ প্ৰিয় ঋতু — , হেঁপাহৰ ঋতু, মই বাট চাই থাকোঁ বৰষুণলৈ। বৰষুণে আকাশ নিকা কৰে, মনৰপৰাও দূৰ কৰে আৱৰ্জনা। বৰষুণে পৃথিৱীৰ গৰ্ভ প্ৰস্তুত কৰে সেউজীয়া শইচৰ অংকুৰৰ ভাৰ বহন কৰিবলৈ। বৰষুণ মোৰ বাবে প্ৰেম আৰু প্ৰত্যয় — ,

মই আহ্বান কৰোঁ। অদিতি বিছনাতে বহিল। ঠিক এনেকুৱা ভাব, মন গ'লে বাহিৰলৈ ওলাই যাব, মন নগ'লে বিছনাতে বহি থাকিব।

এতিয়া অদিতি বিছনাতে বহি আছে। সমষ্ট পৃথিবী শুই আছে আৰু অকলশৰে তাই সাৰে আছে। তাইৰ নিজকে বৰ অকলশৰীয়া যেন লাগিছে। লাহেকৈ তাই বিছনাৰপৰা নামিল, আৰু খুব লাহেকৈ তাই দুৱাৰখন খুলিলে, আৰু শোৱনি কোঠা সংলগ্ন বাৰাণ্ডাখনলৈ ওলাই গ'ল।

বাৰাণ্ডাখন সৰু। ঘৰটোৰ মূল নক্সাত বাৰাণ্ডাখন নাছিলেই। অবিনাশক তাইহে জোৰকৈ ধৰিলে — শোৱনি কোঠাৰ লগতে লগ লগাই অকণমানকৈ হ'লেও বাৰাণ্ডা এখন লাগিবই , লাগে দুখন চকী ধৰাতকৈ অকণমান বহল। কিন্তু লাগিবই। কেতিয়াবা তৰা ভৰা আকাশ; কেতিয়াবা আকাশৰ পৰিপূৰ্ণ জোনাক —, কেতিয়াবা বৰষুণ। যদি চাবৰ মন যায়, কি কৰিব অদিতিয়ে? একেবাৰে আগফালৰ নাইবা পাছফালৰ বাৰাণ্ডা? নালাগে তাতকৈ নতুনকৈ সংযোজন কৰি হ'লেও তাইক শোৱনি কোঠা সংলগ্ন এখন বাৰাণ্ডা লাগে। তাইৰ এটা ইচ্ছা হৈছে, আৰু তাত অবিনাশ অমান্তি হোৱাৰ কথাই নাই। আৰু বিশেষতঃ এইখন ঘৰত তাইৰ ইচ্ছাই আইন হোৱাৰ ধাৰা এটা সেই সময়ত প্ৰচলিত হৈছিল। সেয়ে দুখন বা তিনিখনমান চকী ধৰাতকৈ অলপ ডাঙৰকৈ শোৱনি কোঠা সংলগ্ন এই বাৰাণ্ডাখন তৈয়াৰ কৰি উলিওৱা হ'ল।

এই মুহূৰ্তত অদিতি বাৰাণ্ডাখনত। সো সো বতাহ আৰু বৰষুণ। তাইৰ গাত বৰষুণৰ কণিকা পৰিছে। অবিনাশ শুই আছে। তাৰ জাৰ লাগিব পাৰে বুলি তাই ফেনৰ গতি কমাই থৈ আহিছে। এবাৰ ভাবিছিল, জগাই দিয়া যাওক নেকি অবিনাশক? ক'ব নেকি, 'হেৰা উঠাচোন, বলাচোন বাহিৰলৈ যাওঁ। একেলগে দুইটাই চাওঁগে বৰষুণ। কাইলৈ দেওবাৰ নহয়, ৰাতিপুৱা বহুত পৰলৈকে শুই থাকিব পাৰিবা।' বৰ গভীৰ টোপনি অবিনাশৰ — ক'বলৈ সত নগ'ল। আৰু কেতিয়াবা নিজকে নিজে লগ পোৱাৰ প্ৰয়োজন নহয় জানো?

নিজৰ সমুখত অদিতি। সমুখাসমুখি। তাই পিন্ধি থকা গুলপীয়া ৰঙৰ নিশাৰ সাজত বতাহৰ হাত। বতাহে হাত বুলাই আউল-বাউল কৰিছে তাইৰ চুলি। এইখন বাৰাণ্ডাত তাই বৰ হেঁপাহেৰে বগাবলৈ দিয়া কৃষ্ণকমলৰ লতাজোপাও বতাহে কঁপাইছে। কঁপাইছে তাইৰ নদীৰ দৰে শৰীৰ।

অদিতি যেন অলপ উচপ খালে। নদীৰ দৰে শৰীৰ — নদীৰ দৰে। কোনে কৈছিল তাইক নদীৰ দৰে শৰীৰৰ কথা? তাইৰ শৰীৰ জানো নদীৰ দৰে? অবিনাশে

কৈছিল নেকি? ওঁহো — ওঁহো। পূৰ্ণেন্দুৱে? হ'ব পাৰে, হ'ব পাৰে। তাই পাহৰি গৈছে নে পাহৰি যাবলৈ চেষ্টা কৰিছে, সেই ব্যাকুল মানুহজনক? এবাৰো মনত পৰা নাই কিয় আজি দিনটোত? যদি অবিনাশৰ দৰে তায়ো এতিয়া গভীৰ টোপনিত পৰি থাকিলহেঁতেন, তেন্তে আজি চৌবিশ ঘণ্টাত এবাৰো পূৰ্ণেন্দুৰ কথা মনলৈকে নাহিলহেঁতেন।

অবিনাশে সিদিনা সুধিছিল —, অদিতিৰ মনত পৰিল। বোধহয়, নিজৰ মুখামুখিকৈ নিজকে লগ পোৱাৰ বাবেই মনত পৰিল। 'ছাৰৰ চিঠিৰ উত্তৰ দিলা?'

'ছাৰৰ চিঠিৰ উত্তৰ?' অদিতিয়ে যেন কৈফিয়ৎ দিবলৈ ভয় কৰিলে। আমেৰিকা প্ৰবাসী পুতেকে মাক-দেউতাকৰ বাবে উৰাজাহাজৰ টিকট পঠিয়াই দিলে, আৰু দিল্লীৰপৰাই বাহিৰে বাহিৰে পূৰ্ণেন্দু আৰু তেওঁৰ ঘৰ এৰিব নোৱৰা পত্নী আমেৰিকা পালেগৈ। বহুদিন থাকিব। আমেৰিকাৰপৰা অদিতিলৈ দীঘল চিঠি লিখিছে, টেলিফোনো কৰিছে। বাৰে বাৰে সুধিছে 'তোমাৰ কি হ'ল অদিতি, তোমাৰ কি হ'ল? মই বৰ আত্মগ্লানিত ভুগিছোঁ। ব্যাকুল যে হোৱা নাই তেনেও নহয। তোমাৰ কি হ'ল মোক জনোৱা।'

কি জনাব অদিতিয়ে? আৰু জনাবলৈনো অদিতিৰ হৈছে কি? তাই নিচিন্ত মনে খাইছে, শুইছে, ফুৰাচকা কৰিছে, কলেজলৈ গৈছে। তাইৰ কোনো ধৰণৰ আত্মগ্লানিও হোৱা নাই; আৰু পূৰ্ণেন্দুৰ কি কাৰণে আত্মগ্লানি হ'ব লাগে ভাবি আচৰিত হৈছে। বোধহয় পূৰ্ণেন্দুৰো কোনো ধৰণৰ আত্মগ্লানি নাই, চিঠিত লিখিব লাগে বাবেই লিখিছে। তাই এতিয়াও ৰ'দ আৰু বৰষুণত আত্মহাৰা হয, ঋতুৰ ফুলেৰে খোপা সজায, শুবলৈ আহোঁতে বুকুত ছটিয়াই লয বিভিন্ন ফুলৰ নিৰ্যাস। তাই এতিযাও অবিনাশৰ সতে সহজ সৰল সংসাৰ ধৰ্ম পালন কৰা, দুখত দুখী, সুখত সুখী সাধাৰণ মানুহ। কি হৈছে অদিতিৰ? তাইৰতো একো হোৱা নাই। তেন্তে পূৰ্ণেন্দুলৈ তাই কি বুলি চিঠি লিখে?

নে এইবোৰ সকলোবেই মিছা? আত্মপ্ৰতাৰণা? অদিতিযে বুকুত হাত দিলে। হোৱা নাইনে আলোড়িত এইখন বুকু একো কাৰণতে? সজাবলৈ পাহৰি যোৱা নাইনে তাই খোপা ঋতুৰ ফুলেৰে? কিয তাই চিঠি লিখিব পৰা নাই পূৰ্ণেন্দুলৈ? কিয় টেলিফোনৰ সিপাৰে পূৰ্ণেন্দুৰ মাত শুনিলেই তাই উচপ খাই উঠিছে? কিয় মাজে মাজে সংসাৰ খেলাত অবিনাশৰ সৈতে তাই কৰিব পৰা নাই পূৰ্ণ সহযোগিতা? এইবোৰ একোৱেই নহয় জানো? নে, সঁচাকৈয়েই এইবোৰ একো নহয়?

বুকুত ছটিয়াই লোৱা চন্দন গুড়িৰ সুবাস এদিন তাই পূৰ্ণেন্দুক উপহাৰ দিছিল।

তাৰ পাছৰপৰা কোনো দিনে তাই চন্দনৰ গুড়ি বুকুত লোৱা নাই। পাওকচোন আকুল মানুহটোৱে তাইৰ বুকুৰ এটা নিজস্ব সুবাস। তাইৰ ক্ষতি কি? অবিনাশৰেনো ক্ষতি ক'ত? অবিনাশ জানো তাইৰ শৰীৰ ৰক্ষী চকিদাৰ? তাইৰ শৰীৰত এনে কি সম্পদ এতিয়াও আছে যাৰ বাবে অবিনাশে অহৰ্নিশে পালোৱান চকিদাৰৰ ভূমিকা এটা ৰূপায়িত কৰিব লাগিব? আৰু, চকিদাৰ অবিনাশক তাই স্বামী, প্ৰেমিক, বন্ধু, অথবা তাইৰ ল'ৰা ছোৱালী হালৰ পিতৃৰ ভূমিকা পালন কৰা অবিনাশতকৈ বেছি ভাল পাবনে? বেছি শ্ৰদ্ধা কৰিবনে?

কিন্তু কি হৈছে অদিতিৰ? একো হোৱা নাই বুলি তাই খাটাং জানো? আইনাৰ সমুখত থিয় হোৱাদি নিজৰ হৃদয়ৰ সমুখত ঠিয় হৈ তাই নিজলৈ চাইছে। দুইজনী একেজনী মানুহেই নে, দুইজনী দুজনী বেলেগ বেলেগ মানুহ? এজনী মানুহে ভবা কথাবোৰ সিজনী মানুহে ভাবে নে নেভাবে? আচলতে তাইনো কোন? তাইৰ গুৰুত্বপূৰ্ণ ভূমিকা কোনটো? অবিনাশৰ পত্নী নে পূৰ্ণেন্দুৰ প্ৰেমিকা? নে, দুইটা ভূমিকাই সমানেই গুৰুত্বপূৰ্ণ আৰু সত্য? এসময়ত তাই অবিনাশৰ প্ৰেমিকা আছিল—, তাৰ পত্নী হোৱাৰ পাচত এসময়ত তাই পূৰ্ণেন্দুৰ প্ৰেমিকা হ'ল। দুইটা ঘটনাই তাইৰ জীৱনত ঘটা দুটা বেলেগ বেলেগ ঘটনা যদিও দুইটা ঘটনাই তাইৰপৰা সমপৰিমাণৰ গুৰুত্ব দাবী কৰে। কিন্তু তাইৰ জীৱনতে এনে এক ঘটনা কিয় ঘটিবলগীয়া হ'ল?

উপন্যাসৰ পৃষ্ঠাৰ মাজৰপৰা অদিতি এইবাৰ সঁচাসচিঁকৈ সৰু বাৰাণ্ডাখনলৈ উঠি আহিল। তাই নিজৰ গাত চিকুটি চালে। হয়, তাই তেজ মঙহৰ মানুহজনীয়েই; উপন্যাসৰ পৃষ্ঠাৰ উপন্যাস গঢ়োঁতাই ৰূপ দিয়া মানুহজনী নহয়। তাই খুব সাবধানে ভৰিৰ শব্দ নোহোৱাকৈ সৰু বাৰাণ্ডাখনত খোজ কাঢ়িবলৈ ধৰিলে। শব্দ হ'লেই অবিনাশ সাৰ পাই উঠিব পাৰে। তাই এতিয়া নিজৰ মুখামুখি হৈছে। অবিনাশ শুই থাকক।

উপন্যাসখনত উপন্যাস গঢ়োঁতাই এটা বৰ্ণনা দিছে। অদিতি আৰু পূৰ্ণেন্দুৰ শাৰীৰিক মিলনৰ এটা সুন্দৰ মনোৰম বৰ্ণনা। ক'ব পাৰি, এই বৰ্ণনা দিয়াত উপন্যাস গঢ়োঁতাৰ পাকৈত হাতৰ কৌশল ফুটি উঠিছে। কিন্তু সত্য নে বাৰু সেই সময়ৰ সেইটো কথা? নে উপন্যাস গঢ়োঁতাৰ ৰঙিন কল্পনাহে মাথোন? কথাটো এবাৰ নতুনকৈ পৰীক্ষা কৰা দৰ্কাৰ।

উপন্যাসৰ বৰ্ণনা মতে অদিতি পূৰ্ণেন্দুৰ প্ৰসাৰিত দুবাহুৰ মাজলৈ সোমাই গ'ল। যেন অৱলীলাক্ৰমে। এই কথাটোকেই পৰীক্ষা কৰি চোৱা হওক। আজি বহু

দিন ধৰি এই কথাটোৱে অদিতিক মাজে মাজে বৰ অস্বস্তিত পেলাইছে। অনুশোচনা নাইবা অনুতাপ নহয় — কেৱল অস্বস্তি। এই কথাটো অনুতাপ কৰিব লগীয়া কথা বুলি তাই ভবাই নাই। তাই যুক্তিনির্ভৰ মহিলা। শাৰীৰিক শুচিতাৰ দৰে মধ্যযুগীয় ধ্যান-ধাৰণাৰপৰা তাই মুক্ত। কিন্তু এই যে উপন্যাস গঢ়োঁতাই এটা কথা কৈছে — এটা শব্দ — 'অৱলীলাক্রমে', কথাটো কি? তাইৰ নিজৰ ইচ্ছা নোহোৱা হ'লে তেনেধৰণৰ ঘটনা এটা অৱলীলাক্রমে ঘটিব পাৰিলেহেঁতেন নে নাই? সেই কথাটোৰ কোনো ইংগিত ক'তো নাই।

তাইৰ কি ইচ্ছা হৈছিল সেই সময়ত? অদিতিয়ে খুব নিঃশব্দে সৰু বাৰাণ্ডাখনত খোজ কাঢ়িবলৈ লাগিল। এতিয়া বৰষুণ নাই, আছে মাথো পাতলীয়া বতাহ এজাক। আকাশ ডাৱৰেৰে পূর্ণ হৈ আছে যদিও কৃষ্ণপক্ষৰ জোনটোৱে তাৰ মাজেদি ভুমুকা-ভুমুক কৰিও আছে। এই সময়ত নিজকে আশ্বস্ত কৰিবলৈ তাইক পূর্ণেন্দুৰ মাতষাৰ লাগে। সাত সাগৰ তেৰ নদী পাৰ হৈ অহা সেই পৰিপূর্ণ কণ্ঠস্বৰ, যি তাইক আশ্বাস দিয়াৰ লগতে তাইৰ নিজৰ সতে নিজে মুখামুখি হোৱাত সহায়ক হয়।

অদিতিয়ে আকৌ নিজৰ বুকুত হাত দি খেপিয়াই বিচাৰি চাব খুজিলে নিজক। তাই বোধহয় নিজেও নাজানে তাই কোন। 'অৱলীলাক্রমে' কেনেকৈ ঘটে কিছুমান ঘটনা। কেনেকৈ মানুহে মৃত্যুলোকৰপৰা আহৰণ কৰে জীৱন। কোনো ধৰণৰ আত্মগ্লানি নোহোৱাকৈ তাই আজি ইমান দিনৰ পাছতো ভাবিবলৈ ভাল পায় — আঃ এটা ঘটনা ঘটিছিল মোৰ জীৱনত! এটা 'অৱলীলা ক্রমে' ঘটা ঘটনা। প্রাত্যহিকতাৰপৰা, সাংসাৰিক টনা-আঁজোৰা, দুখ-সুখৰপৰা সেই ঘটনাই মোৰ আত্মাক এক পলকৰ বাবে হ'লেও বন্ধনমুক্ত কৰিছিল। সময় স্থিৰ হৈছিল আৰু মই ওলাই গৈছিলোঁ শৰীৰৰ সজাটোৰপৰা। এক পলকৰ বাবে হ'লেও মই হৈ পৰিছিলোঁ দেহাতীত; আৰু পৰম সত্তাৰ সন্ধানত মোৰ আত্মাই গতি কৰিছিল আকাশৰপৰা মহাকাশলৈ। মই লাভ কৰিছিলোঁ প্রেমৰ সেই মহত্তম শক্তি — যি মানুহক কৰে মানুহ, আৰু অমানুহকো কৰে মানুহ। পৃথিৱীৰ সমষ্ট সমস্যা সমাধানৰ মূল চাবি কাঠি — প্রেম, যি প্রেমে উদগনি যোগায় কোনো সুন্দৰ সৃষ্টিক। আৰু সেই প্রেম 'অৱলীলাক্রমে'ই প্রকাশমান হয়; সম্পূর্ণ স্বাভাৱিকভাৱেই। তাৰ বাবে হ'ব নালাগে অনুশোচনাত দগ্ধ। অনুতাপত কৰিব নালাগে চাটিফুটি।

অদিতি চকীখনত বহিলগৈ। তাই আকৌ আকাশলৈ চালে। জোনটোৱে আত্মপ্রকাশ কৰিবলৈ অবিৰাম চেষ্টা চলাই আছে। প্রাণপণ চেষ্টা। ডাৱৰ আৰু

জোনৰ খেলা। এটাই কৰিব খোজে আত্মপ্ৰকাশ, ইটোৱে দিব খোজে বাধা। বহু সময় ধৰি অদিতি জোনাক আৰু ডাৱৰৰ খেলা চাই মত্ত হৈ থাকিল। লাগে লাগে। মাজনিশা ডাৱৰ আৰু জোনৰ খেলা চাই মতলীয়া হ'বলৈ কেতিয়াবা উজাগৰেও থাকিব লাগে। খুব প্ৰয়োজনীয় কথা এইটো। সেয়া দুই বজাৰ সময় সংকেত শুনা গৈছে। ঘোৰ মাজনিশাৰ পৃথিৱী। এই পৃথিৱীয়ে মানুহক কিমান সুখ দিব পাৰে, নিজেও কিমান সুখী। পৃথিৱীয়ে মানুহক সুখৰ বাহিৰে আৰু কি দিব? এই সুখী সুন্দৰ পৃথিৱীখন যদি কোনেও অপৰিষ্কাৰ হাতেৰে স্পৰ্শ কৰি অপৰিষ্কাৰ নকৰিলেহেঁতেন। লাহে লাহে অদিতিৰ হাত যুক্ত হৈ আহিল। তাই যেন নতজানু হৈ পৃথিৱীখনৰ ওচৰত ক্ষমা প্ৰাৰ্থনাহে কৰিব খুজিছে। হে প্ৰিযতমা পৃথিৱী, তোমাক অসুন্দৰ কৰা সকলক ক্ষমা কৰা। ক্ষমা কৰা, আৰু তেওঁলোকক দান কৰা প্ৰেমৰ সেই মহত্তম শক্তি — যি মানুহকো আৰু অমানুহকো কৰে মানুহ।

অবিনাশে বিছনাতে বাগৰ সলাইছে। বাহিৰত বহি থকাৰপৰাই অদিতিয়ে গম পালে। সাৰ পালেই সি নিশ্চয় খেপিযাই চাব। ওচৰত অদিতিক বিচাৰি নাপালে সি চিঞৰিব, —'অদিতি, অদিতি তুমি কেনি গলা?'

কেনি যাম মই? মোৰনো যাবলৈ ঠাই আছে ক'ত? গ'লে মই আকাশলৈ যাব পাৰোঁ। নহ'লে তোমাৰ বুকুৰ মাজত। মই চিৰদিনেই তোমাৰ বুকুৰ মাজত। মোৰ ঠিকনা এটাই। বিচাৰিলে মোক তোমাৰ বুকুৰ মাজতেই বিচাৰিবা। কিমান অমূলক আশংকা কৰে অবিনাশে অদিতি হেৰাই যাব বুলি। হেৰাই যাবলৈকো মানুহক বাট এটা লাগে। ক'ত সেই বাট?

বৰষুণ আকৌ পৰিবলৈ আৰম্ভ কৰিছে। অদিতি বহাৰপৰা উঠিল। তাই ভিতৰলৈ সোমাই আহিল আৰু বিছনাত পৰিলহি। তাইৰ টোপনি আহিব পাৰে। অবিনাশৰ তেতিয়াও গভীৰ টোপনি, আৰু সি টোপনিতে অদিতিৰ গাৰ ওপৰত তাৰ হাতটো উঠাই দিছে।

পূৰ্ণেন্দুলৈ চিঠি এখন লিখিব পৰা গ'লহেঁতেন আজি। সময়টো ভাল আছিল, বাহিৰত বৰষুণ। তাইৰ বুকুৰ খবৰ লাগে পূৰ্ণেন্দুক। 'তোমাৰ বুকুৰ খবৰ জনাই মোলৈ চিঠি এখন লিখাচোন অদিতি।' আমেৰিকাৰপৰা লেখা পূৰ্ণেন্দুৰ চিঠি। তাইৰ বুকুতনো কি খবৰ আছে যে তাই জনাব? একোৱেই নাইনে বাৰু? নে কিবা আছে? লিখিবৰ সময়ত কথাবোৰ অগাদেৱা কৰে, কথা নোহোৱা হয়। কি লিখা যায়? লিখা যায়নে 'পৰম পূজনীয় ছাৰ —' অদিতিয়ে মনৰ মাজতে কথাবোৰ জুকিয়াই ল'বলৈ লাগিল। 'ইমান অসহায় হৈ পৰিছে কিয় আপুনি? আপুনি জানেনে আপোনাৰ

এই অসহায় অৱস্থাই মোক কিমান অস্থিৰ কৰে? প্ৰেম শক্তিহে — এক মহত্তম শক্তি। আপুনিয়েই এদিন মোক এইষাৰ কথা কৈছিল। এতিয়া জানো মই আপোনাক ক'ব লাগিব যে, প্ৰেম এক শক্তিহে, অসহায় অৱস্থা নহয়?' এইখিনিতে অদিতিয়ে এটা দীঘল উশাহ ল'লে। কথাখিনি ভাল হৈছে। ঠিক এনেকৈয়েই লেখিব লাগিব। তাই ভাবিলে।

ইয়াৰ পাছত আৰু কি লিখা যায়? অদিতিয়ে ভাবিবলৈ লাগিল। 'আপুনি কিজানি মোক বেয়া পাই আছে। মোৰ যে হৃদয় আলোড়িত হৈছে আপোনাক লগ পোৱাৰ দিন ধৰি — অথবা আপোনালৈ যে মোৰ অহৰহ মনত পৰি থাকে, এইটোৱো মোৰ জীৱনত ঘটা এটা গুৰুত্বপূৰ্ণ আৰু অৱধাৰিত ঘটনা নহয় জানো? এইটো জানো এটা সম্পূৰ্ণ নতুন কথা? অথবা আপুনি মই ইচ্ছা কৰি ঘটাওঁ বুলি ঘটোৱা ঘটনা? আপুনি কি ভাবে নাজানো, মই কিন্তু ভাবোঁ, মানুহৰ জীৱনৰ কোনো ঘটনাই ইচ্ছা কৰি ঘটাওঁ বুলি ঘটোৱা ঘটনা নহয়। প্ৰতিটো ঘটনাই অৱধাৰিত ঘটনাহে। সেয়ে, প্ৰতিটো অৱধাৰিত ঘটনাই আমাৰ জীৱনত বৰ গুৰুত্বপূৰ্ণ আৰু অপৰিহাৰ্য ভূমিকা পালন কৰে। ছাৰ, আপুনি অসহায় নহ'ব। আপোনাক মই বৰ শক্তিশালী মানুহ বুলি গণ্য কৰোঁ। দ্বিধাগ্ৰস্তও নহ'ব। এওঁ বৰ সৰল আৰু উদাৰ। তেৰোঁ আপোনাক বৰ ভাল পায়, আৰু শ্ৰদ্ধাও কৰে। আপোনাক যে মই প্ৰাণভৰি ভাল পাওঁ, সেই কথাটো মই তেওঁৰপৰা লুকুওৱা নাই। কাৰণ, প্ৰেমেৰে মই তেওঁৰ জীৱনো ভৰাই দিছোঁ। আৰু সকলো কথা জানো লুকুৱাওঁ বুলিয়েই লুকুৱাব পৰা যায়? মোৰ বুকুত মূৰ থৈ গোটেই নিশা শুই থকা মানুহটোৰপৰা মই মোৰ বুকুৰ খবৰ লুকুৱাব পৰাৰ কৌশল আয়ত্ত কৰাই নাই। মই এটা কথা বিশ্বাস কৰোঁ যে, বুকুৰ মাজৰ ভূমিখণ্ড ইমান অনুৰ্বৰ আৰু সংকীৰ্ণ নহয় যে, এজনৰ বাদে দুজনৰ ঠাই তাত নাই। বুকুৰ মাজৰ মানুহ দেখা মানুহ আপুনি। আপুনি নিশ্চয় জানে, বুকুৰ মাজত কাৰো বাবেই ঠাইৰ অকুলন নহয়। কৰোঁ বুলি ক'লে সমগ্ৰ পৃথিৱীৰ বাবেই মানুহে কৰিব পাৰে নিজৰ হৃদয় প্ৰসাৰিত।'

অদিতিৰ টোপনি আহিব খুজিলে। তাই অবিনাশৰ বুকুৰ ওচৰ চাপি গ'ল, আৰু হাত মেলি তাক সাৱট মাৰি ধৰিলে। আঃ কি নিৰাপদ আশ্ৰয় অবিনাশ তাইৰ বাবে। তাইৰ চকু দুটা চলচলীয়া হ'ল। বোধহয় এয়ে প্ৰেম। আশ্ৰয়ৰে অন্য নাম প্ৰেম। সেই আশ্ৰয় — য'ত থাকে গছে লতাক দিয়া আশ্বাস, চৰাইজনীয়ে বুকুৰ তাপ দি কণী উমনি দিয়াৰ আশ্বাস, জীৱন-মৰণ পণ কৰি পেটৰ সন্তানটোক জন্ম দিয়াৰ বেদনা, দুখী দৰিদ্ৰৰ বাবে হাত মেলি দিয়াৰ সাহস, বুকুৰ মাজত জগতখন

ভৰাই লোৱাৰ আকাংক্ষা, প্ৰৱঞ্চনা আৰু প্ৰতাৰণাৰপৰা দূৰৈত থাকি সততাক কৰা প্ৰাৰ্থনা —, হয় হয় এয়েই প্ৰেমৰ সেই চিৰন্তন সংজ্ঞা। জীৱনৰ মুখামুখি হোৱাৰ সাহস দিয়া প্ৰেম নিজেই এক সাহসী বিশ্বাস। সেই বিশ্বাসৰ বাবেই মানুহ জীয়াই থাকে। মানুহে ভাল পাব খোজে, মানুহে অন্ধকাৰতো তৰাফুল ফুলোৱাৰ কথা ভাবে।

অদিতিৰ টোপনি আহিল, আৰু টোপনিৰ মাজতেই তাইৰ মুখখন জিলিকি থাকিল। প্ৰেমৰ সংজ্ঞা বিচাৰি পোৱাৰ আনন্দেৰে আজি অদিতি আনন্দিত হৈ পৰিছে।

।। ৫।।

অবিনাশৰ বন্ধু জগদীশ। সৰুৰেপৰা একেলগে পঢ়া, একেলগে খেলাধূলা, উঠা বহা কৰা, অন্তৰৰ কথা বিনিময় কৰা বন্ধু। প্ৰায়েই অবিনাশ আৰু অদিতিক মাতি থাকে। এবাৰ অদিতিহঁতৰ ঘৰলৈ আহি দুদিনমান থাকিও গ'লহি, আৰু কৈ গ'ল, পূজাৰ বন্ধত যদি অবিনাশ আৰু অদিতি ল'ৰা-ছোৱালী দুটা লগত লৈ জগদীশহঁতৰ ঘৰলৈ নাযায, তাকো দুদিনমান থকাকৈ— তেন্তে বন্ধুত্বৰ পৰিসমাপ্তিও ঘটিব পাৰে। ঘটিব পাৰে নহয, ঘটিবই।

বৰ ভযংকৰ সাৱধানবাণী। অবিনাশৰ পূজাৰ ছুটী কম। অদিতিৰ বাৰু কলেজৰ দীঘলীয়া ছুটীয়েই। অবিনাশৰ বন্ধু জগদীশ আৰু বন্ধু পত্নী কল্পনা, — দুয়ো ডাক্তৰ, ডাক্তৰৰ বন্ধ, ছুটী বুলি একো নাথাকেই। তথাপিও তেওঁলোকে ল'ৰা-ছোৱালী দুটা লৈ এবাৰ টৌতে খৰ মাৰি আহিও গ'ল, আৰু যাবৰ সময়ত পূজাৰ বন্ধত নগ'লে কি ভযংকৰ বিপদ হ'ব পাৰে তাৰ সাৱধানবাণী অথবা ৰণ হুংকাৰ শুনায়ো গ'ল। অবিনাশে কৈছে —'অদিতি, তোমাৰ ওপৰতে কথা। পূজাৰ বন্ধত মই যেনেতেনে ছুটী উলিয়াম।' অদিতিৰ দোধোৰ-মোধোৰ অৱস্থা। যাক কোৱা হয় দুই নাও দুই ভৰি। পূজাৰ বন্ধত ল'ৰা-ছোৱালী দুটা ঘৰলৈ আহিব। সিহঁত দুটাই ইটোৱে সিটোক লগ পোৱাই নাই বহুত দিন। ঘৰুৱা পৰিবেশ এটাত ভাই-ভনীহালে ইটোৱে সিটোক লগ পাবলৈ ইচ্ছা কৰিব। এতিয়া সিহঁত দুটাক যদি ফুৰিবলৈ যোৱাৰ কথা কোৱা হয়, তেন্তে সিহঁত দুটা জেংজেঙাই উঠিবও পাৰে। স্বাভাৱিক কথা। ভাই-ভনী দুটা হেঁপাহেৰে আহিব। একেলগে বহি এসাজ খোৱা, ইটোৱে সিটোৰ গাৰ ওপৰত ভৰি তুলি একেখন বিছনাতে লেটি লোৱা, খুটিয়াখুটি কৰা — ফুৰিবলৈ গৈ বেলেগ মানুহৰ ঘৰত সিহঁতে সেইবোৰ পাবনে? আৰু সিহঁত দুটা যে

নাযায়, সেইটো কথাত অদিতি খাটাং। সিহঁত ঘৰতেই থাকিব। সাবিত্ৰী থাকিব। সাবিত্ৰী আৰু বাবলীয়ে পাকঘৰ সোমাই বিধে বিধে ৰন্ধা বঢ়া কৰিব, বাপনে বজাৰ কৰিব, শেষ হোৱা গেছৰ চিলিণ্ডাৰটো আনিবলৈ যাব, বায়েকৰ ওপৰত চৰ্দাৰী কৰিব। সিহঁত দুটাই ঘৰৰ স্বাভাৱিক পৰিবেশৰপৰা বঞ্চিত হ'বলৈ এদিনৰ বাবে হ'লেও লোকৰ ঘৰলৈ নাযায়। ইফালে বহুদিনৰ মূৰত ঘৰলৈ অহা ল'ৰা-ছোৱালী দুটা ঘৰখনত অকলশৰীয়াকৈ এৰি থৈ যাবলৈ অদিতিৰ সত যোৱা নাই। অবিনাশে সুধি আছে —'যাবানে নোযোৱাঁ?' জগদীশ আৰু কল্পনাই টেলিফোনত ব্ৰিত কৰি আছে। কোনদিনা সিহঁত ইয়াৰপৰা যাব, কোনখন বাছ গৈ কিমান সময়ত পাবগৈ, সিহঁত গৈ ক'ত নামিবগৈ লাগিব, ক'ত জগদীশ সিহঁতলৈ অপেক্ষা কৰি থাকিব, ইত্যাদি ফোনযোগে জনাই আছে। অবিনাশেও ইফালে সিহঁতক খাটাংকৈ একো জনাব পৰা নাই; কাৰণ অদিতিৰপৰা সি খাটাং উত্তৰ এটা পোৱা নাই।

ইফালে অদিতিয়েনো খাটাং উত্তৰ এটা দিয়ে কেনেকৈ? ল'ৰা-ছোৱালী দুটাক সোধাও হোৱা নাই। পূজাৰ ছুটীলৈকো দিন আছে। সেয়ে তাই খাটাং উত্তৰটো জগদীশ আৰু কল্পনা, বা অবিনাশ কাকোৱেই জনাব পৰা নাই।

পাছে, অদিতিৰ এই দুই নাও দুই ভৰি অৱস্থা বেছি দিন নাথাকিল। পূজাৰ বন্ধৰ দুদিনৰ আগতে বাবলী আৰু বাপন দুযোটা ওলালহি। বাপনে বাবলীক গুৱাহাটীৰেপৰা লগত লৈ আহিছে। আহিয়েই দুইটাৰে খদমদম। বাবলী আগৰ সেই সৰুজনী হৈয়েই আছে । আহিযেই তাই ঘৰটো পৰিষ্কাৰ কৰিবলৈ লাগিল। ক'ত জানো খেলিমেলি হৈ থকা দেখে এই ছোৱালীজনীয়ে। তাই কিতাপৰ আলমাৰীৰপৰা কিতাপবোৰ উলিয়াই জাৰি-জোকাৰি তাৰ ধূলি-মাকতি গুচালে। পৰ্দাবোৰ পুৰণি হৈছে বুলি দেউতাকক লৈ বজাৰলৈ গ'ল। পৰ্দাৰ কাপোৰ কিনি আনি ঘৰঘৰকৈ মেশ্বিন মাৰি চিলাই কৰি দুৱাৰ খিৰিকিত নতুন পৰ্দা লগালে। ঘৰটোত নতুন ৰং এটা দিব লাগে বুলি কুটুৰি থাকিল। সাবিত্ৰীৰ সতে পাকঘৰত সোমাই তাই নতুন নতুন ৰন্ধা-বঢ়া কিছুমান কৰিলে। ক'ৰবালৈ ওলাই গ'লে দেউতাক মাকে কি কাপোৰ পিন্ধিব তাই নিজে ঠিক কৰি দিলে। বাপনৰ সতে দিনৰ দিনটো কথা পাতিলে, আৰু দুপৰীয়া ইটোৱে সিটোৰ গাত ভৰি তুলি দুইটা একেখন বিছনাতে শুই থাকিল। অদিতিয়ে সিহঁত দুটাৰ কাণ্ড-কাৰখানাবোৰ চাই থাকিল। আৰু তাইৰ মন হৰ্ষ আৰু বিষাদত ভৰি পৰিল। মোৰ বৰঘৰ শুৱনি এইজনী ধান গছৰ থোৰটোৰ দৰে লহপহীয়া কুমলীয়া ছোৱালীজনী আৰু কিমান দিনৰবাবে মোৰ হৈ থাকিব। আজি তাইৰ হাতৰ স্পৰ্শেৰে মোৰ এইখন ঘৰ ধন্য হৈছে, মই

ধন্য হৈছোঁ —, কিন্তু আৰু কিমান দিন? এই অধিকাৰ মোৰ আৰু কিমান দিনৰ বাবে? ৰাতি তাই অবিনাশক কথাটো ক'লে আৰু কথাটো কওঁতে তাইৰ চকুৰ পানী ব'বলৈ ধৰিলে। এইটো এটা কম দুখৰ কথানে? কিন্তু বাবলী বাপনৰ কথা-কাণ্ডবোৰে তাইৰ মনটো যে পৰিপূৰ্ণ কৰি নাৰাখিলে সেইটোৱো নহয়। এইটো এটা কম আনন্দদায়ক কথানে! প্ৰেমৰ এই চিৰন্তন প্ৰকাশ। এই যে বাবলীয়ে প্ৰতিটো কথাতে অবিনাশৰ ওচৰ চাপে বৰ আকুলভাৱে, বাপনে তাইৰ ডিঙিত চুমা খায় আৰু সুবিধা পালেই সি ইফালে-সিফালে চাই তাইৰ বুকুত তাৰ মুখটো ভৰাই দিয়ে। মানুহে দেখিব বুলি তাৰ লাজ। ইমানটো ডাঙৰ ল'ৰা। ইফালে সিফালে চাই কাকো নেদেখিলে কয় —'মা চুমা এটা খোৱাচোন।' আঃ প্ৰেমৰ এই আকুল আকূতিৰ কি সংজ্ঞা আছে? কোনে পাৰিব তাৰ সংজ্ঞা দিব? তাইতো নোৱাৰেই। তাই এজনী সামান্য মানুহ। সংসাৰৰ সকলো ধৰণৰ কুটিলতা তাই এতিয়াও অতিক্ৰম কৰিব পৰা নাই। তাইৰ ইমান ক্ষমতাও নাই যে প্ৰেমৰ সংজ্ঞা দিব। কিন্তু তাই প্ৰেমৰ বিশালতা অনুভৱ কৰিব পাৰে। যেন, চাৰিআলিৰ চকটোত থকা বিশাল বট গছ এজোপা। ডাল, পাত, শিপাই আগুৰি ধৰিছে সসাগৰা পৃথিৱী। আশ্ৰয় দিছে মানুহ আৰু জীৱ-জন্তুক। বনৰীয়া লতাডালক বগাবলৈ দিছে ঠাই। প্ৰেম জানো আশ্ৰয় নহয়? নে প্ৰেম আবেলিৰ সেই আদিগন্ত বিস্তৃত বিশাল আকাশ — যি এটা বাটিৰ আকৃতি ধাৰণ কৰে আৰু সুমুৱাই লয় স্থান কাল আৰু পাত্ৰক?

ভাত খাবলৈ বহি সেই দিনাই অদিতিয়ে বাবলী আৰু বাপনক সুধিলে। বাবলীয়ে সেইদিনা কিমা কৰা মাংসৰে নতুন কিবা এপদ ৰান্ধিছিল। দেউতাকৰ পাতত সেইপদ দি তাই প্ৰশংসাৰ আশাত দেউতাকৰ মুখলৈ চাই ৰৈ আছিল। মানসিকভাৱে বাবলী মাকতকৈও দেউতাকৰ বেছি ওচৰ চপা। আনকি অদিতিৰ চকুতো নপৰা অবিনাশৰ কিছুমান কথা তাইৰ চকুত পৰে। যেনে, এইবাৰ তাই অবিনাশক দেখি আৱিষ্কাৰ কৰিলে যে অবিনাশৰ পেটটো কিছু বাঢ়িছে, আৰু সি একেবাৰেই তপা হৈ পৰিছে। এনেয়েও হ'বলগীয়া ডাক্তৰ বাবলী। তাই খৰখেদাকৈ অবিনাশৰ প্ৰেচাৰ জুখিলে, ডায়েবিটিচ হ'ব পাৰে বুলি পৰীক্ষা কৰোৱালে, খোৱা-বোৱা সম্পৰ্কীয় উপদেশ দিলে। ৰাতিপুৱা সোনকালে শোৱাৰপৰা উঠি অবিনাশৰ এনেয়েও মাজে মাজে খোজকঢ়াৰ অভ্যাস। তাই সেই অভ্যাসটো নিয়মীয়া কৰিবলৈ বুলি অবিনাশৰ লগত খোজ কাঢ়িবলৈ ওলাই গ'ল। আৰু এদিন উলটি আহোঁতে হাতত লৈ আহিল এটা ক'লা ৰঙৰ অকণমানি কুকুৰ পোৱালি। কুকুৰ পোৱালিটোৱে বোলে বাটৰ দাঁতিত বহি লৈ কান্দি আছিল।

বাবলী আৰু বাপনক সেইদিনা অদিতিয়ে কথাটো সুধিলে —'তহঁত দুটাই একো নকলিয়েই দেখোন। আমাৰ লগত যাবি নে নাযাব?'

'নাযাওঁ।' বাপনে কম কথা কয়, আৰু যি কেইটা কথা কয় ভাবি-চিন্তি কয়।

'তোমালোকেই যোৱাঁ মা।' বাবলীয়ে ক'লে। 'তুমিয়ে দেউতাই বহুত দিন কলৈকো ওলোৱাই নাই। এইবাৰ ফুৰি-চাকি আহাঁগৈ, তাৰে আমেয়ে ইমান আশা কৰি মাতি পঠাইছে। ভাইটিযে ময়ে কেবোলত চিনেমা চাম। পুজাত ফুৰিম। সাবিত্ৰী আছেই। সৌৱা বৰানী খুৰীহঁতো আছে। মাইনুক লৈ আহিম থাকিবলৈ। এদিন আইতাকো ইয়াত শুবলৈ লৈ আহিম, আৰু আইতাৰ লগত ৰাতিৰ ৰাতিটো কথা পাতিম।' মাইনু বৰানীৰ আঠ বছৰীযা জীয়েক, আৰু আইতা বৰানীৰ শাহুৱেক।

'তেন্তে তহঁত দুটা আমাৰ লগত নাযাব?' অদিতিয়ে প্ৰশ্নটো কৰি বৰ আশাৰে বাবলীৰ মুখলৈ চালে। যেন শেষ মুহূৰ্তত বাবলীয়ে তাইৰ সিদ্ধান্তটো সলনি কৰি পেলাব। আৰু অদিতিৰ আশাত চেঁচাপানী ঢালি বাবলীয়ে তাইৰ মূৰটো জোকাৰিলে। 'নাযাওঁ মা। তোমালোকেই যোৱাঁ। আমি ঘৰত থাকিম। অ' আৰু এটা কথা নহয়, ভুলুক কোনে চাব?'

'তই হোষ্টেললৈ গ'লে কোনে চাব?'

'তুমি থাকিবা নহয।'

'গৰজ পৰিছে মোৰ। ক'ৰ বেমাৰী কুকুৰ বুটলি আনিলি, মই প্ৰতিপাল কৰিম? মোৰ কাম নাই?'

'এই কেইদিন দেখোন তুমিযেই প্ৰতিপাল কৰিছা।'

'এই কেইদিন কৰিছোঁ। সদায় নকৰোঁ।'

'সদায় নালাগে। ভুলু ভাল হৈছেই।'

এই কেইদিন ঘৰখন ভুলুময় হৈ আছে। ইফালে ভুলু, সিফালে ভুলু। অবিনাশ অফিছৰপৰা আহিব। নেজ জোকাৰি জোকাৰি ভুলুৱে তাৰ গাত জঁপিয়াব। বাপনে সুধিব —'মা ভুলুক কিবা খাবলৈ দিলানে?' সীমাৰ দেৱালৰ কাষৰপৰা বেঙা মেলি মাইনু আৰু তাইৰ ভায়েক মণ্টিয়ে সুধিব —'বাবলী বা ভুলুৱে কি কৰিছে।' বাবলীয়ে বৰানীক ক'ব —'খুৰী, ভুলু ভাল হৈ আহিছে।' বাপনে দৰব আনিছে। অদিতিয়ে নিমখ আৰু গৰম পানীৰে তাৰ আঘাতপ্ৰাপ্ত ভৰিটো ধুৱাইছে। গুড়ৰ লাডুৰ ভিতৰত ভৰাই দৰব খুৱাইছে, ভৰিত দৰব লগাইছে। বিছনা এখন কৰি সাবিত্ৰীয়ে ভুলুক ষ্টৰ ৰুমত শুবলৈ দিছে। অবিনাশে নিজৰ ভাগৰপৰা তাক এটা বিস্কুট দিছে। অদিতিৰ এতিয়া ভুলুময় সংসাৰ। তাইৰ ভাল লাগিছে। যেন তাইৰ

মাতৃত্ব সম্প্ৰসাৰিত হৈ গৈ আছে, এসময়ত কিজানিবা আকাশ চুবগৈ। ৰাতিপুৱা দেউতাকৰ সতে ফুৰিবলৈ গৈ বাবলীয়ে আৱিষ্কাৰ কৰিলে যে, বাটৰ দাঁতিত ক'লা ৰঙৰ কুকুৰ পোৱালি এটা বহি বহি কান্দি আছে। উলটি আহোঁতে তাই আকৌ দেখিলে, সেই একে ঠাইতে বহি পোৱালিটোৱে কুই কুই কৈ কান্দিয়েই আছে। ক'লা ৰঙৰ কুকুৰ পোৱালি। চকু দুটা কৰুণ। তাই অকণমানপৰ পোৱালিটোৰ ওচৰত থমক মাৰি ৰ'ল। তাৰ পাছৰখিনি বৰ্ণনা বাবলীয়ে মাক আৰু বাপনক এনেকৈ দিছিল —'অলপ পৰ বৈ মই আৰু দেউতা গুচি আহিলোঁ। কিছুদুৰ অহাৰ পাছত গম পালোঁ, কুকুৰ পোৱালিটো আমাৰ পাছে পাছে আহিয়েই আছে। মই ৰ'লে সিও ৰয়, মই আহিলে সিও আহে। তাৰ ভয় লাগিছিল হ'বলা। চকুকেইটালৈ চালে দুখ লাগে। আমি আহি ঘৰ পালোঁহি, আৰু তেতিয়াহে গম পালোঁ অ' আই। তাৰ দেখোন পাছ ঠেংটোত কিবা এটা হৈছে।'

'ভোকো লাগিছে হ'বলা।' বাপনে ক'লে।

'ভোক লাগিছেই। তাৰ ঠেংটো চোবাঁচোন মা, ঠেতেলা খাই গৈছে। ইচ ৰাম, কেনেকৈ তেজ ওলাইছে!'

চিকিৎসা চলিল। গৰম পানী নিমখেৰে ধুই লৈ ভুলুৰ ঠেংটো কটাহী পুৰি দিয়াৰ ব্যৱস্থাও অদিতিয়েই কৰিলে। সাবিত্ৰীয়ে ৰুটী এখন আৰু বাটি এটাত গাখীৰ অকণমানো আনি দিলেহি। আঠ বজাৰ লগে লগে বাপন দৌৰ মাৰিলে ফাৰ্মাচীলৈ। ভেটেৰনেৰী হস্পিতাললৈ গৈতো লাভ নাই। সাবিত্ৰীয়ে নামকৰণ কৰিলে —'ভুলু'। সেই ভুলু। এতিয়া সি ভালদৰে আহিছে, আৰু এই কেইদিনতে ঘৰখনৰ ৰক্ষকৰ ভূমিকাত অৱতীৰ্ণও হৈছে। পদূলি মুৰত থিয় দিয়া বাটৰুৱা গৰু পোৱালিটো দেখিলে খেদি যায। ৰাতি গছে পাত এটা লৰালেও ভৌ-ভৌৱাই থাকে। ঘৰখনৰ মানুহকেইটাৰ খোজৰ শব্দ, মাতৰ সুৰ সকলো চিনি পোৱা হৈছেই। বাপনে এদিন কুকুৰক গা ধুওৱা চাবোন এডোখৰ আনি ভুলুক গা ধুৱাই দিলে। গা ধুৱাই দিয়াৰ পাছৰপৰাই তাৰ গাৰ ৰঙটোও বেছি উজ্জ্বল হৈ পৰিল। খাবলৈ পাই, মৰম চেনেহ পাই সি ইতিমধ্যেই নোদোকা আৰু সপ্ৰতিভ হ'বলৈ আৰম্ভ কৰিছিল। তাৰ চকুকেইটা জাঁইফলৰ দৰে টলমলীয়া। বাপনে বজাৰৰপৰা সৰু বল এটা আনি দিছিল। বলটো লৈ সি আজিকালি খেলি থাকে। এতিয়া ভুলুৱে ঘৰখনৰ প্ৰত্যেকৰে হৃদয় জয় কৰি তাৰ অস্তিত্ব ঘোষণা কৰি থাকে সদৰ্পে। ভুলু নোহোৱাকৈ যেন এইখন ঘৰত কোনো কাম কাজ হোৱাৰ নজিৰেই নাই। বাবলীয়ে ওচৰৰ বৰানীক প্ৰায়ে কয় —'খুৰী, হোষ্টেললৈ গ'লেও মোৰ ভুলুলৈ মনত পৰি থাকিব।'

সামান্য এটা কুকুৰ। এটা সামান্য ভতুৱা কুকুৰৰ পোৱালি ভুলু। খাবলৈ পাই, মৰম আদৰ পাই, চাফচিকুণকৈ থাকিবলৈ পাই সি দেখিবলৈ ধুনীয়াটো হৈ পৰিছে হয়, কিন্তু বংশ গৌৰৱ বুলিবলৈ তাৰ একোৱেই নাই। উস, সামান্য এক কুকুৰ পোৱালিৰ, তাতে ভতুৱা কুকুৰৰ পোৱালিৰ ইমান শক্তি নে যে এখন ঘৰত সদৰ্পে তাৰ অস্তিত্ব ঘোষণা কৰি থাকিব পাৰে। বৰ আচৰিত কথা নহয়নে?

কথা হ'ল পূজাৰ আৰম্ভণিৰ দিনাই, গোসাঁনীক বেলৰ তলত বোধন কৰাৰ দিনাই ৰাতিৰ বাছত অবিনাশ আৰু অদিতি গুৱাহাটীলৈ যাবগৈ। ৰাতিপুৱা গুৱাহাটী পাব, আৰু গুৱাহাটীৰপৰাই জগদীশ আৰু কল্পনাহঁতৰ ঘৰলৈ বুলি আকৌ বাছত উঠিব। জগদীশহঁতৰ লগত খুব বেছি তিনিটা দিন কটাই দশমীৰ দিনা উলটি আহি পাৰিলে ঘৰ পাবহি। তাৰ পাছত আৰুনো থাকিব কেইটা দিন? কিন্তু যিকেইটা দিনেই নাথাকক তাই একমুহূৰ্তও নিজৰ হাতত নৰখাকে গতাই দিব বাবলী আৰু বাপনক।

কল্পনা আৰু জগদীশৰ ঘৰত তিনিটা দিন সুন্দৰভাৱে কটাই অদিতিহঁত কালি আহি নিজৰ ঘৰ পালেহি। আহি গম পালে — ধুনীযাকৈ চলিছে ঘৰ। তিনিটা দিন তাই ঘৰত নথকাৰ চিন নাই। ৰন্ধা-বঢ়া, খোৱা-শোৱা, বজাৰ কৰা, আনকি বাপনে লাইটৰ বিলখনো দিছেগৈ, আৰু গেছৰ চিলিণ্ডাৰো আনিছে। মাইনু থাকিল। এদিন মাইনুৰ আইতাকো আহি ৰাতি শুলেহি। সাবিত্ৰীয়ে ক'লে, ৰন্ধা-বঢ়া বোলে বাবলীয়েই কৰিছে, তাই মাত্ৰ সহাযহে কৰি দিছে। ঘৰলৈ আহি, ঘৰখন নিয়াৰীকৈ পাইহে অদিতিয়ে উশাহ ল'লে। তাই বোধহয় ভাবি আহিছিল যে ঘৰখন চাগৈ ঘৰ হৈ নাথাকিব। বাবলী আৰু বাপনেও খোৱা-বোৱা ভালকৈ নকৰিব। মাথো তাইৰ অবৰ্তমানৰ কথাকে ভাবি উদ্বিগ্ন হৈ দিনকেইটা কথমপি পাৰ কৰিব। আৰু তাই ঘৰত নথকা দিনকেইটাত ঘৰখনত এটা ঘটনা ঘটি যাব। অথচ, তেনেকৈ ভাবিবলগীয়া একো কথাই নাছিল। কিন্তু তাই তেনেকৈ ভাবি ঘৰখন যে একান্ত তাইৰেই সেই কথাটো উপলব্ধি কৰিব খুজিছিল। তেনেকুৱা হোৱা হ'লেই তাই ভাল পালেহেঁতেন নেকি বাৰু? অদিতিয়ে নাজানে। আচলতে তাই নিজকে ঘৰখনৰ বাবে বৰ অপৰিহাৰ্য বুলি গণ্য কৰিছিল। এইখন তাইৰ ঘৰ। এইখন ঘৰত তাইৰ নিজৰ উপস্থিতিটোৱেই এক অৱধাৰিত ঘটনা। যদিও জীৱনত ঘটা প্ৰতিটো ঘটনাই এক নিৰ্দিষ্ট কাৰ্যকাৰণ নীতি মানি চলে, সেয়ে তাই গণ্য কৰে যে জীৱনৰ প্ৰতিটো ঘটনাই গুৰুত্বপূৰ্ণ আৰু অৱধাৰিত। ঘৰখনত তাইৰ উপস্থিতি যিদৰে গুৰুত্বপূৰ্ণ আৰু অৱধাৰিত, অনুপস্থিতিও সিমানেই গুৰুত্বপূৰ্ণ আৰু অৱধাৰিত।

ৰং-তামাচা, হাঁহি-স্ফূৰ্ত্তি, খুটিয়াখুটি কৰি ঘৰখন কেইদিনমান তোলপাৰ লগাই থাকি পূজা শেষ হোৱাৰ দুদিনৰ পাছতেই বাবলী আৰু বাপন হোষ্টেললৈ গ'লগে। ক'লেজ খুলিবলৈ তেতিয়াও কিছুদিন বাকী। অবিনাশে লোৱা ছুটীও শেষ হ'ল। অদিতিয়ে দুখনমান কিতাপ পঢ়িলে, শীতকালৰ খেতিৰ বাবে মানুহ এটা লগাই শাকনিবাৰী আৰু ফুলনি প্ৰস্তুত কৰিলে, ভাত-পানী খাই দুপৰীয়া শুবলৈ ল'লে, আৰু দুপৰীয়া শোৱাৰ অভ্যাসটোৱে কলেজ খুলিলে তাইৰ স্বভাব নষ্ট কৰিব বুলি তাই শংকিত হৈ থাকিল।

দহবজাৰ অফিছলৈ অবিনাশ ওলাই যায়। অবিনাশ ওলাই যোৱাৰ পাছত তাই একাপ চাহ খায়। কাম থাকিলে কৰে, নাথাকিলে কোঠাকেইটাৰ ভিতৰতে ইফাল সিফাল। সীমাৰ দেৱালৰ ইফালৰপৰা বৰানীৰ লগত শাকখোৱা, উল গোঁঠাকে আদি কৰি নানা তৰহৰ কথা। আৰু সদায়নো একেবোৰ কথাকে কিমান পাতি থকা যায়? তাৰ পাছত দুপৰীয়া বাৰ বজাত ভাত খাই উঠি তাই বিছনাত বাগৰ এটা দিযে। ছুটীৰ দিনত এযে তাইৰ কঠিন।

ছুটীৰ দিনৰ দুপৰীযাবোৰৰ এটা বিশেষ আমেজ আছে। সেই আমেজ প্ৰতিগৰাকী চাকৰিয়াল মহিলাই উপলব্ধি কৰিব পাৰে। অনাচাকৰিয়াল মহিলাৰ বাবে সেই আমেজৰ ইমান মূল্য নাই। পূজা শেষ হৈ গ'ল। দুদিনৰ পাছতেই লক্ষ্মী পূজা। শৰত কালৰ বতৰৰ গাত কিবা এটা ৰাগী লাগি থাকে। দিনটো ছুটী হয, ৰ'দৰ উত্তাপ কমি আহে, আকাশ মেঘৰ আচ্ছাদনৰপৰা মুক্ত হৈ পৰে। আকাশ-বতাহ মুক্ত হৈ পৰে বাবেই কিজানি মানুহৰো মুক্তিৰ আকাংক্ষা জাগে এই শৰত কালতেই। আদিতিৰ এই বিশ্বাস। আৰু এই বিশ্বাসৰ মূল ভিত্তি কি অদিতিয়ে আজিলৈকে উদঘাটন কৰিব পৰা নাই। বোধহয প্ৰকৃতি মুক্ত বাবে মানুহৰো মন মুক্ত, অথবা ঋতুভেদে মানুহৰ মনৰ ধাৰণা, আবেগ-অনুভূতিৰ সাল সলনি ঘটে বাবেই শৰত ঋতু মুক্তিকামী ঋতু হৈ পৰিছে। অদিতিয়ে একো নাজানে। তাই ভাবে পৃথিৱীৰ সকলো ৰহস্যৰ উদঘাটন হ'বই নালাগে, কিছুমান অনুদঘাটিত ৰহস্যও পৃথিৱীত থকা উচিত। আচলতে কিজানি তাইৰ এই কথাও ভুল। মুক্তিৰ কামনা মানুহৰ মনত চিৰদিনেই আছে। সমষ্ট বান্ধোন-অবান্ধোনৰপৰা মানুহে নিজকে চিৰদিনেই মেঘমুক্ত আকাশখনৰ দৰেই মুক্ত কৰিব খোজে। কিন্তু নোৱাৰে। সমষ্ট নিয়ম, নীতি, পৰম্পৰাৰপৰা সমাজে মানুহক মুক্ত কৰি দিলেও, মানুহৰ মনত এক শাশ্বত মুক্তিৰ আকাংক্ষা থাকিলেও, মানুহে প্ৰাণপণে মুক্তিক আদৰণি জনাবলৈ আগবাঢ়ি আহিলেও মানুহ বান্ধোনমুক্ত হ'ব নোৱাৰে। মুক্তি দিলেও মানুহ মুক্ত নহয়। অথচ

মানুহে জন্মৰেপৰা মৃত্যুলৈকে মুক্তিৰে হাবিয়াস কৰে। এইটো কেনে ধৰণৰ কথা অদিতিয়ে নুবুজে। বোধহয় এইটোৱেই নাম জীৱন — জীৱন, যি দুখ আৰু যন্ত্ৰণাৰ ৰূপান্তৰ মাথো। জীৱনৰ অন্য এক নাম কিজানি দহন। দাহ কৰে বুলি জানিও মানুহে যাক চিৰদিন আকাংক্ষা কৰে। জীৱনৰ ৰহস্যও বোধহয় তাতেই।

দুপৰৰ নিৰ্মেঘ আকাশৰ বহু ওপৰত এটা বা দুটা চিলনী অকলে অকলে উৰি থাকে। শৰতৰ বতৰৰ শৰীৰত থাকে শেৱালি ফুলৰ সুঘ্ৰাণ। আকাশখনো হৈ পৰে নৈৰ পাৰে পাৰে ফুলি থকা কহুঁৱাবনৰ দৰে। ৰ'দৰ ৰং নিস্তেজ হ'বলৈ ধৰে — যেন পকা ৰবাব টেঙাৰ বাকলিহে। পথাৰত ধান গছে দোল খায়। আঃ! অদিতিৰ বুকুৰ মাজৰ কোনোবা এডোখৰ ঠাই বিষাই উঠে। কিয়নো বিষায়, অথবা বুকুৰ মাজৰ সেই ঠাইডোখৰনো কাৰ অতিদিয়ে নাজানে।

বিছনাত ওপৰমুৱাকৈ শুই অদিতিয়ে খিৰিকিৰে আকাশলৈ চায়। শৰতকালৰ নিৰ্মেঘ আকাশ। খিৰিকিখনে আকাশখন ধৰি ৰাখিব নোৱাৰে। খিৰিকিৰ দেওনা পাৰ হৈ বৰ সন্তৰ্পণে আকাশখনে তাইৰ কোঠালৈ প্ৰৱেশ কৰে। সেই সময়ত অদিতিৰ দুচকুলৈ টোপনিৰ আৱেশ এটা আহে, আৰু সেই আৱেশতে অদিতিয়ে দুহাত মেলি দিয়ে। কয় — 'আহাঁ, মোৰ দুহাতৰ মাজলৈ আহাঁ।'

'দুহাতেৰে আকাশ ধৰি ৰাখিব নোৱাৰা। আকাশ ধৰি ৰাখিব পাৰে বুকুৱেহে। চাওঁ, বুকুৰ দুৱাৰখন খুলি দিয়াঁ।' অদিতিয়ে বুকুৰ দুৱাৰ খুলি দিয়ে। 'সোমাই আহাঁ। সোমাই আহাঁ হে' মহাজীৱন। হে পৰম শ্ৰেয়সী আকাশ। সোমাই আহাঁ, আৰু মোৰ বুকুৰ মাজৰ উৰ্বৰ, সুবাসিত, উত্তাল ভূমিখণ্ড দখল কৰাঁহি। পৰমপ্ৰাপ্তিত মোৰ দুচকু মুদ খাওক আৰু মই মৰি থাকোঁ।' অদিতি তেনেকৈয়েই বিছনাত বহুপৰ পৰি থাকে, আৰু তাইৰ চকু মুদ খায়, আৰু সঁচাসঁচিকৈ টোপনি আহে।

মানুহক এনেকুৱা এটা ৰ'দৰ দুপৰীয়াও লাগে। যি এনে এক নিৰ্মেঘ আৰু ৰ'দৰে উজ্জ্বল দুপৰীয়া পোৱা নাই সেয়া সেইজন মানুহৰ বাবে চৰমতম দৰিদ্ৰ অৱস্থা। পাইছেনে অদিতিয়ে জীৱনত নিজাকৈ এটা দুপৰীয়া? পাইছেনে?

আকাশ চাই আকুল হ'বলৈকে কিজানি অদিতিৰ জন্ম। কোনটো ক্ষণৰ বাবে আকাশ নিজৰ নহয়? সুখত, দুখত, দৈন্যত, প্ৰাচুৰ্যত? কোনটো ক্ষণত আকাশে বিমুখ কৰে মানুহক? কোনটো ক্ষণত আকাশে মানুহক দৰিদ্ৰ কৰে? দুপৰীয়া পাৰ হয়। আদহীয়া বেলিটো লাহেকৈ পশ্চিমলৈ হালে। বিভিন্ন ৰঙেৰে আকাশ ৰঙিন হয়। আলহী পখীৰ কলৰৱে আকাশ তোলপাৰ কৰিবলৈ লয়। অদিতিৰ আকাশ বিচৰণ শেষ হয়। তাই বিছনাৰপৰা উঠে আৰু কাপোৰযোৰ সলায়। মুখ-হাত ধুই

মূৰটো ফণিয়াই চাহ একাপ খাই তাই আগফালে ওলাই আহে। পদুলি মুৰৰ শেৱালিজোপা নতুন কলিৰে সজ্জিত হয়। দুপাহ এপাহ শেষ ফুল থকা গুলচ জোপাত শালিকা চৰাই এযোৰ বহিবলৈ লয়, খোপা সজাবলৈ অদিতিয়ে বগা গোলাপকেইপাহমান চিঙে।

তাৰ মাজতো এক অদ্ভুত বিষাদবোধে অদিতিক আবৰি সামৰি থাকিবলৈ লয়। তাইৰ কেতিয়াবা এনে লাগে যেন, এটা বিশেষ ধৰণৰ বিষাদবোধ তাই মনৰ মাজত ইচ্ছা কৰিযেই লালন-পালন কৰি থাকে। আচলতে, তাইক আবৰি থকা এই ভয়ংকৰ বিষাদবোধ আৰু একাকীত্বৰ বাবে তাই আজিকালি আকাশখনৰ আশ্ৰয় ল'বলৈ বাধ্য হৈছে। মানুহক সদায় একো একোটা আশ্ৰয় লাগে। গোষ্ঠী জীৱনৰপৰা বিচ্ছিন্ন হৈ অহা বৰ্তমানৰ বিপন্ন মানুহৰ বাবে এসময়ত মানুহেই আছিল পৰম আশ্ৰয়। এতিয়া সেই আশ্ৰয়ৰপৰা আঁতৰি অহাৰ ফলতেই আজিৰ মানুহ নিজাকৈ একো একোটা আশ্ৰয় অথবা নিচাৰ আশ্ৰয় ল'বলৈ বাধ্য। কোনে কিহৰ আশ্ৰয় লয়, বা কি নিচাৰ সহায় লয় সেয়া প্ৰত্যেকৰে নিজা নিজা ৰুচিবোধ অথবা জীৱনবোধৰ ওপৰত নিৰ্ভৰ কৰে। অদিতিয়ে আশ্ৰয় লৈছে আকাশৰ। অবিনাশে বা কাৰ আশ্ৰয় লৈছে? বাকীবোৰ মানুহে? পূৰ্ণেন্দুৱে?

পূৰ্ণেন্দু। অদিতিৰ উশাহ দীঘলীয়া হৈ আছে। তাই বুকুৰ মাজত গোপনে লালন কৰা সেই গোপন যন্ত্ৰণাবোধ। উস! বহুদিন আপোনাৰ একো খবৰ পোৱা নাই ছাৰ। মই আপোনালৈ চিঠি লিখা নাই কাৰণে আপুনি মোলৈ লিখা নাই, নে চিঠি লিখি লিখি আপুনি ভাগৰি পৰিছে বাবে মোলৈ লিখা নাই। আপুনি একো বুজি পোৱা নাইনে? মোৰ এই যন্ত্ৰণা মই লালন কৰিছোঁ কেৱল আপোনাৰ বুকুৰ মাজত উপলব্ধি কৰিবৰ বাবে। নহ'লে, সুখী পৰিপূৰ্ণ মানুহ এজনীক যন্ত্ৰণাবোধৰ কি প্ৰয়োজন? মই আপোনাক কিদৰে বুজাম যে, মোৰ এই বুকুৰ মাজত লালিত পালিত হোৱা গোপন যন্ত্ৰণাৰ মাজত মই আপোনাক জন্ম দিছোঁ? যদি আপুনি বুজি পোৱা নাই সেয়া মোৰ অপাৰগতা। মোৰ অপাৰগতাক আপুনি ক্ষমা কৰক।

অদিতিৰ চকু চলচলীয়া হৈ আহে। তাই এজনী মানুহ। এজনী মানুহে একে সময়তে দুজনী মানুহৰ ভূমিকা কিদৰে পালন কৰিব? আৰু পালন কৰিবলৈ যোৱাটোও কি যে এক বিড়ম্বনা। তাই কাৰ পৰীক্ষা লৈছে। পূৰ্ণেন্দুৰ? অবিনাশ, নে নিজৰ? বোধহয় নিজৰ। নিজৰ পৰীক্ষা নিজে ল'ব পাৰিনে? লোৱা উচিত নে? তাই নাজানে।

এসময়ত সন্ধিয়া হয়, আৰু সন্ধিয়া হোৱাৰ লগে লগে বা তাৰ অলপ পাছতে

অবিনাশ আহি ঘৰ পাইহি। অক্টোবৰ মাহৰ সন্ধিয়াটো নিয়ৰে সেমেকা কৰি থয়, যেন আকাশ জুৰি বগাই যুৰে নিয়ৰে সেমেকা কৰা বৰ নিসংগ সময়। তাৰো মাজত শেৱালি ফুলবোৰ ফুলে, আৰু আমোলমোলাবলৈ আৰম্ভ কৰে। গুলচজোপাৰ শেষৰ বগা ফুলকেইপাহ জিলিকি থাকে। সপ্তৰ্ষি মণ্ডলটো বিচাৰি অদিতিয়ে আকাশলৈ চায়। সৌৱা যৰকাল আকাশত নিষ্প্ৰভ হৈ জিলিকিছে সপ্তৰ্ষি মণ্ডল। দূৰৈত সৌটো ধ্ৰুৱতৰা। শৰতৰ যৰকাল আকাশত টঁ টঁকৈ জিলিকি থকা উজ্জ্বলতম দিকদৰ্শী তৰা; সাগৰত পথ হেৰুওৱা নাবিকক পথৰ সন্ধান দিয়া এক শক্তিশালী নক্ষত্ৰ। তাই হেৰুৱাইছে নেকি পথ? হেৰুৱাইছে জানো? ওহোঁ। নাই হেৰুওৱা যদি তাই ধ্ৰুৱতৰালৈ চাইছে কিয়? নে তাইৰ প্ৰয়োজন হৈছে দিক্ দৰ্শনৰ? পথভ্ৰষ্ট হোৱাৰ আশংকা কৰিছে নেকি তাই? নহয় নহয়, ধ্ৰুৱতৰা স্থিৰতা আৰু ধৈৰ্যৰ প্ৰতীকো হ'ব পাৰে। অবিনাশো হ'ব পাৰে, পূৰ্ণেন্দুও হ'ব পাৰে।

সন্ধিয়া হ'ল। অবিনাশ আহিব এতিয়া। অবিনাশে চাগে তাইৰ প্ৰতিটো মুহূৰ্তই লৈ ল'ব। লওক। তাইৰ আপত্তি নাই। নিজাকে আজি তাই বহুত সময় পাইছে। মুহূৰ্তবোৰ অবিনাশক দিবলৈ অদিতি সাজু হ'ল। কিন্তু এটামান মুহূৰ্তও তাই পূৰ্ণেন্দুৰ বাবে আছুতীয়াকৈ সাঁচি থ'ব নোৱাৰিবনে? আকুল মানুহজনৰ একো অধিকাৰেই নাইনে তাৰপৰা তিলমানো সময় বিচৰাৰ? উস! অদিতিয়ে আকৌ বুকুত হাত দিলে। কোনটো মুহূৰ্ত থ'ব তাই পূৰ্ণেন্দুৰ বাবে? নিজৰ ঘৰখনক তাই সময় দিব লগা হয়; বাবলী, বাপনক তাইৰ সময় লাগে, অবিনাশক লাগে; কলেজখনক তাই সময় দিয়ে, ওচৰ চুবুৰীয়াকো দিয়ে, আকাশ চাই আপোন পাহৰা হৈ থাকিবলৈ তাই নিজকো সময় দিয়ে। কেৱল বহুদিন সময় দিয়া নাই পূৰ্ণেন্দুক। বহুদিনৰ আগতে চন্দনৰ সুবাসেৰে সুবাসিত এটা আকুল নিশাৰ কেইটামান মুহূৰ্ত তাই পূৰ্ণেন্দুক দিছিল। তাৰ পাছত আৰু একো দিয়া নাই। এটা ঘটনা ঘটিছিল জীৱনত, আৰু কোনো ধৰণৰ আক্ষেপ নোহোৱাকৈ সেই ঘটনাটো তাই বৰ আনন্দিত মনে বুকুৰ ভিতৰত ভৰাই থৈ দিছে। সেই ঘটনাৰ পুনৰাবৃত্তি আৰু নহয়, ই জনা কথা। ঘটনা ঘটনাই। পুনৰাবৃত্তি হলে ই ঘটনা হৈ নাথাকে। তেতিয়া সি হ'ব এক প্ৰাত্যহিকতা। প্ৰাত্যহিকতাত আনন্দ নাই; আনন্দ আছে ঘটনাতহে। ৰাতিপুৱা শুই উঠি চাহ একাপ খোৱাটো ঘটনা নহয়, সেইটো হ'ল পুনৰাবৃত্তি। প্ৰাত্যহিকতা। ৰাতিপুৱা শুই উঠি ফুলনিত বৰ হেঁপাহেৰে ৰোৱা ফুল গছজোপাৰ প্ৰথম কলিটো চকুত পৰাটোহে এটা ঘটনা।

অবিনাশ আহিছে। তাক দেখি পদূলিমুখলৈকে অদিতি আগবাঢ়ি গ'ল। জপনাখন

খুলি স্কুটাৰখন ভৰাবলৈ সুবিধা কৰি দি তাই ক'লে —'আহিলা?' অবিনাশৰ মুখত কোনো ভাবান্তৰ দেখা নগ'ল। আজি যেন সি বৰ ক্লান্ত হৈ ঘৰলৈ উলটি আহিছে। সি স্কুটাৰখন ঘৰলৈ নুসুমুৱালে। পদূলিমুখতে থৈ আহিল। ক'লে —'এতিয়াই যাব লাগিব। মোক লৰালৰিকৈ চাহ একাপ দিবলৈ কোৱাঁ। নাহিলোৱেইহেঁতেন। কাগজ পত্ৰ অলপ ঘৰত থৈ যাবলৈহে আহিলোঁ।' হাতৰ কাগজখিনি সি অদিতিৰ ফালে আগবঢ়াই দি বাৰাণ্ডাৰ চকীখনতে বহি পৰিল।

'কিয় ? কি হ'লনো?' কিছু উৎকণ্ঠিতভাৱে তাই সুধিলে।

'ভট্টাচাৰ্য যে, সেইদিনা যে বজাৰত লগ পাই মই তোমাক মানুহজনৰ সতে চিনাকি কৰি দিছিলোঁ, ওখকৈ তপা মানুহজন। আজি অলপ আগতে হঠাৎ অফিছতে পৰি গ'ল। নাৰ্ছিং হ'মলৈ নিয়া হৈছে। হাই প্ৰেছাৰ আছিল।' বাৰাণ্ডাৰ খুঁটাটোতে ধৰি অদিতি ৰৈ থাকিল। তাই মুখেৰে একো নামাতিলে। অবিনাশে আকৌ ক'লে —'বিয়া-বাৰু নকৰোৱা মানুহ। ইয়াত অকলে অকলে থাকে। ভায়েকহঁতলৈ খবৰ দিয়া হৈছে। কেতিয়া আহি পাযহি ক'ব নোৱাৰি। এতিয়া তেওঁৰ ওচৰতে কিজানি ৰাতিটোও থাকিব লগা হ'ব পাৰে। ৰিটায়াৰ কৰিবলৈকো তেওঁৰ এবছৰমানহে আছিল।'

'অফিছৰ মানুহখিনি — একেলগে ইমান দিনে কাম কৰাৰ লগ, মানুহজনক অকলশৰীয়াকৈ এৰি থৈ আহিলে হ'বনে?' কথাকেইটা কৈ অদিতিয়ে আকাশলৈ চালে। মেঘমুক্ত আকাশত জোনটো জিলিকি আছে। আকাশলৈ কিয় চাইছে তাই? তাইক আকৌ আশ্ৰয়ৰ প্ৰযোজন হৈ পৰিছে নেকি?

চাহকাপ খাই অবিনাশ উঠিল। অদিতি তাৰ লগে লগে জপনামুখলৈকে ওলাই গ'ল। স্কুটাৰ ষ্টাৰ্ট কৰি অবিনাশে ক'লে —'চিন্তা নকৰিবা। ভাত-পানী খাই শুই থাকিবা। মই চাগৈ আজি নাৰ্ছিং হ'মত কটাব লগীয়া হ'ব পাৰে।' অদিতিয়ে একো নক'লে। তাই জপনাখন বন্ধ কৰিলে। সিফালে অবিনাশ গুচি গ'ল। এইফালে তাই গুচি আহিল। যেন ঘৰখনৰ দুটা মানুহ দুটা মেৰুৰ ফালে গুচি গ'ল।

দুটা মানুহ দুটা মেৰুলৈ গুচি গ'ল। অদিতি আহি বাৰাণ্ডাত বহিলহি। বগা গোলাপেৰে তাই আজি খোপা সজাই থৈছিল। তাইৰ খোপাৰ বগা গোলাপে আজি অবিনাশৰ হাতৰ স্পৰ্শ নাপাব। বেলেগ এটা মেৰুলৈ গুচি গ'ল বাবে নে কিহৰ বাবে? তাই খোপাত হাত দিলে। বগা গোলাপৰ ম্লান সুগন্ধৰে তাইৰ খোপা ভৰি আছে। বৰ ম্লান। কিন্তু বৰ আকুল তাৰ সুবাস। ম্লান হ'লেও আকুল সুবাসৰ এটা জোৰ আছে। আকুলতাৰ শক্তি। বৰ প্ৰচণ্ড শক্তি। মন্ত্ৰমুগ্ধ অৱস্থা এটালৈ লৈ যায়।

অদিতি থিয় হ'ল, আৰু দীঘল বাৰাণ্ডাখনত বৰ লাহে লাহে খোজ কাঢ়িবলৈ লাগিল। তাইৰ বুকুখন গধুৰ হৈ পৰিছে। কিয় তাযেই সহ্য কৰিব লাগে একাকীত্বৰ এই যন্ত্ৰণা? তায়েই কিয় পাব লাগে বিৰাগ অথবা অনুৰাগ, প্ৰেম অথবা বিচ্ছেদৰ সমস্ত দুখ। তাইৰ ক্ষেত্ৰতে কিয় এনে হয়? তাইৰ দোষ কি ? তাইৰ ভুল ক'ত?

দীঘল বাৰাণ্ডাখনৰ ইমূৰৰপৰা সিমূৰলৈ বৰ লাহে লাহে অদিতিযে খোজ কাঢ়ি থাকিবলৈ ধৰিলে। চাহ একাপ খাব নেকি বুলি সাবিত্ৰীয়ে সুধিবলৈ আহিছিল, তাইৰ কাণত নোসোমাল। এক অদৃশ্য শক্তিয়ে চালনা কৰা মানুহৰ দৰে তাই মাথো খোজ কাটিবলৈ লাগিল। মাজে মাজে আকাশলৈ চালে। আকাশ ঢাকি এতিয়া শৰতৰ শুক্লপক্ষৰ জোনাক। জোনাকৰ শৰীৰত শেৱালি ফুলৰ মাযামত সুবাসৰ মাদকতা। গাখীৰৰ দৰে বগা জোনাক। জোনাকৰো আকুলতা আছে আৰু এই আকুলতাই কিজানি সকলোকে মন্ত্ৰমুগ্ধ কৰে। অদিতিকো।

এসময়ত অদিতি আঁকৌ বাৰাণ্ডাৰ চকীখনত বহিলহি। তাই আকৌ আকাশলৈ চালে। জোনাকৰ জেউতিত তৰাবোৰ ঢাক খাই আছে। কুঁৱলী পৰিছে। আকাশত জোনাক আৰু কুঁৱলীৰ অপূৰ্ব সমাহাৰ। জাৰ জাৰ ভাব এটা হৈছে। জোনাক, কুঁৱলী আৰু শীতলতাই ৰহস্যঘন কৰা আকাশখন এই মুহূৰ্তত অদিতিৰ বাবে এক পৰম বিশ্বাসযোগ্য আশ্ৰয়। পৃথিৱীত কেৱল মানুহে মানুহৰপৰা পাব পৰা সেই পৰম প্ৰাৰ্থনীয় বিশ্বাসযোগ্যতাৰ ইংগিতেই বহন কৰে আকাশখনে। আকাশে দুহাত মেলি দি মাটিৰ মানুহক অকাতৰে দান কৰক সেই মহত্তম প্ৰেম — যি প্ৰেমে পৃথিৱীৰ সমষ্ট সমস্যা সমাধান কৰিব পাৰে, অন্ত কৰিব পাৰে ৰক্তৰ পিপাসা, দূৰ কৰিব পাৰে দৰিদ্ৰৰ দুখ, তাপিতৰ শোক, অহংকাৰীৰ অহংকাৰ। পৃথিৱীৰ সমস্ত মানুহকে বিনামূল্যে চহকী কৰিব পৰা প্ৰেমৰ মূল্যও সেযে অপৰিসীম। ইয়েই একমাত্ৰ পথ, যি পথে আহ্বান কৰে মুকলি বতাহক — যি পথেৰে গতি কৰা হয মানুহৰ বুকুৰ মাজলৈ, যি পথে সন্ধান দিযে বিশ্বাস আৰু প্ৰত্যযৰ। যি পথে মানুহক প্ৰদান কৰে অমৰত্ব।

পৃথিৱীত আছেনে এনে কোনো দুৰন্ত প্ৰেমিক, যাৰ বাবে প্ৰেমৰ পথেই একমাত্ৰ পথ? আছেনে? অদিতিযে আকৌ এটা দীঘল উশাহ ল'লে। এনেকৈ অনবৰতেই যদি মোৰ বুকুখন গধুৰ হৈ গৈ থাকে — অনবৰতেই যদি উশাহবোৰ দীঘল হয, চকু যদি সামান্য কথা এটাতেই চলচলীযা হয, মই কি কৰিম? মই কিজানি মৰি থাকিম। আচলতে, মই জীযাই আছোঁনে নাই? অথবা, মই কিজানি এক মৃত অতীত — বহু যুগৰ পাছত কিজানি মোক উদ্ধাৰ কৰা হৈছে, কোনো

এক শিলাময় পাহাৰৰ হাবি বননিৰ মাজৰপৰা। কিজানি মোৰ বুকুত গজিছে পিছল শেলুৰে, সৰু সৰু টেঁকীয়া গছ। ৰ'দ, বৰষুণ, বতাহে মোৰ বুকুত নিৰন্তৰ ঘঁহনি খাই ক্ষয়ীভবন ইতিমধ্যেই আৰম্ভ কৰিছে। মই আচলতে কোন? এক নিৰ্জীৱ অতীত নে, তেজ-মঙহ, হাড়-মজ্জা, সিৰা-উপসিৰা, আৱেগ-অনুভূতি আদিয়ে গঠন কৰা, যুগ যুগৰ সংস্কাৰ, নিয়ম-নীতি, পৰম্পৰাই শিক্ষা দিয়া সামান্য পৰিচয় থকা এক সামান্য নাৰী?

কিন্তু অতীত মৃত হ'ব পাৰে জানো? শেৱালি ফুলৰ গোন্ধে আকুল কৰিছে পৰিবেশ। তাইৰ বুকুৰ ভিতৰলৈ সোমাই গৈছে কেৱল শেৱালি ফুলৰ গোন্ধ আৰু বুকুৰ মাজত খলকনি তুলিছেগৈ। অতীত মৃত হ'ব কিদৰে? কথা নকয় জানো অতীতে? অতীতৰ বুকুত কাহানিও নুঠেনে কোনো এক নামহীন আকুলতাৰ খলকনি? তেন্তে তাইৰ বুকুত খলকনি উঠিছে কিদৰে? যেন প্ৰস্তৰিভূত হোৱা অতীতৰ বুকুতহে এইমাত্ৰ ৰ'দৰ জিলিঙনি পৰিল। তাই আকৌ এবাৰ খোপাটো চুই চালে। আছে, আছে। বগা গোলাপকেইপাহ তাইৰ খোপাতে আছে। তাইৰ খোপা শুৱাই আছে বগা গোলাপৰ থোপাই, বুকুৰ মাজৰ ক'ৰবাত খলকনি তুলি আছে শেৱালি ফুলৰ আকুল সুবাসে, অথচ তাই ভাবিছে তাই এক মৃত অতীত। কেনে অসম্ভৱ কথা!

এটাই মাত্ৰ মুহূৰ্ত — মানুহৰ মৃত্যুৰ মুহূৰ্ত — জীৱনৰ আটাইতকৈ সত্য আৰু অনিবাৰ্য মুহূৰ্ত — যিটো মুহূৰ্তত মানুহ হৈ পৰে স্থান আৰু কালৰ সীমাৰ বাহিৰৰ এক বায়বীয় পদাৰ্থ। মানুহ নিজেই হৈ পৰে নিজৰে অন্তিম নিশাহটো। সেইটো মুহূৰ্ত মানুহৰ জীৱনলৈ বাৰে বাৰে আহি নাথাকে। মানুহে জীৱনত বাৰে বাৰে অমৃত লোকৰ সেই ক্ষণ নাপায়। অদিতিয়ে পাইছিল। তাই স্থান, কাল আৰু শৰীৰৰপৰা আঁতৰ হৈ গৈছিল আৰু বায়বীয় ৰূপ এটা পৰিগ্ৰহ কৰিছিল। মহাকাশৰ য'ত কোনো গাণিতিক আকৰ্ষণীয় শক্তি নাই, য'ত মানুহৰ বয়স নাবাঢ়ে, য'ত সময় স্থবিৰ, কালে মানুহৰ শৰীৰত কোনো ক্ৰিয়া কৰিব নোৱাৰে, তাই গৈ তাত উপস্থিত হৈছিলগৈ। মৃত্যুৰ দৰে অমৃত সেই ক্ষণত অদিতি যেতিয়া সজাটোৰপৰা ওলাই গৈছিল তাই অনুভৱ কৰিছিল, এই মুহূৰ্তত তাই যি মধুময় অনুভৱৰ গৰাকী সেইটো তাইৰ জীৱনত এইমাত্ৰ ঘটিল। আৰু এয়ে শেষ। তাই সেই মুহূৰ্তত অনুভৱ কৰা নাছিল পূৰ্ণেন্দুৰ উপস্থিতি। অনুভৱ কৰা নাছিল উশাহ-নিশাহৰ সেই ব্যাকুলতা, অনুভৱ কৰা নাছিল পূৰ্ণেন্দুকো। পূৰ্ণেন্দুৱে কৈ থকা চুটি চুটি আৱেগঘন কথাবোৰো তাইৰ কাণত সোমোৱা নাছিল। তাই সেই সময়ত প্ৰথম বৰষুণপৰা কুমাৰী পৃথিৱীখন হৈ পৰিছিল, আৰু এক অনাবিল ৰহস্যই তাইক সপোনৰ ৰাজ্য এখনত প্ৰৱেশ

কৰোৱাইছিলগৈ। তাই উদঘাটন কৰিছিল জীৱনৰ বহুত অনুদঘাটিত ৰহস্য। তাই ব্যাকুল হৈছিল, আৰু এক অশৰীৰী উপলব্ধিৰে উপলব্ধি কৰাৰ নিৰন্তৰ চেষ্টা চলাইছিল শৰীৰী পূৰ্ণেন্দুক। সেইটো মুহূৰ্ত। তাইৰ জীৱন ছন্দোবদ্ধ কবিতাৰ দৰে সুন্দৰ কৰা। তাইৰ এই প্ৰথম আৰু একমাত্ৰ মুহূৰ্তটোৰ পাছতে তাই উপস্থিত হৈছিল বহুদূৰৈৰ এক প্ৰাগঐতিহাসিক অতীতত। এক প্ৰাগঐতিহাসিক ঘন অৰণ্যৰ মাজৰ এক পৰ্বতৰ গুহাত, য'ত তাই প্ৰস্তৰীভূত হৈছিল। বহু যুগৰ পাছত অইন এক অতীতত সেই শিলাখণ্ডতে কোনো এক নামহীন শিল্পীয়ে কাটি উলিযাইছিল শিল্পৰ এক অপূৰ্ব নমুনা।

জগদীশ আৰু কল্পনাই অবিনাশ আৰু অদিতিক কমপক্ষেও এসপ্তাহ থাকিবলৈ বৰ জোৰকৈ ধৰিছিল। সিহঁতে প্ৰচুৰ কাৰণ দৰ্শাই আপত্তি কৰিলে, আৰু জগদীশহঁতৰ ঘৰত এসপ্তাহ থকাৰপৰা ৰক্ষা পালে। উলটি অহাৰ আগদিনা সিহঁত দুটাই অবিনাশ আৰু অদিতিক ফুৰাবলৈ লৈ গ'ল। ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে জগদীশৰ সৰু গাড়ীখন আগবাঢ়িল। বিশাল ব্ৰহ্মপুত্ৰৰ বুকুত তেতিয়া বালিৰ চৰ পৰিবলৈ লৈছে। দুই এখন সৰু সৰু নাও ব্ৰহ্মপুত্ৰৰ বুকুত ইতঃস্ততঃ আগবাঢ়িছে। নদীৰ পানীত জিলিকিছে বেলিৰ সাতটা ৰং। বালিৰ চৰত বেলিৰ ৰং প্ৰতিফলিত হৈছে, আৰু সেই বিচ্ছুৰিত পোহৰ কণাই অদিতিৰ বুকুত সাঁতোৰ মেলিবলৈ আৰম্ভ কৰিছে। গাড়ীৰ খিৰিকিৰে বাহিৰলৈ চাই অদিতি কেৱল তন্ময হৈছে। অবিনাশ, জগদীশ আৰু কল্পনা নিজৰ মাজতে কথা-বতৰা, হাঁহি-তামাচা, হৈ-হাল্লাত ব্যস্ত। ব্ৰহ্মপুত্ৰ এৰি সিহঁত আগবাঢ়িল মাজে মাজে লোকালয় আৰু মাজে মাজে বিস্তীৰ্ণ-শস্যভূমিৰ কাষৰীযা বাটটোৰে ওখ-চাপৰ অতিক্ৰমী। অদিতি তন্ময। ইমানেই তন্ময় যে তাই সহযাত্ৰীৰ কথাত ভাগতো লোৱাই নাছিল, সিহঁতৰ কথা-বতৰা কাণতো সোমোৱা নাছিল। তাই মাথো ডুব গৈ আছিল এখন জগতত — অইন এখন জগতত। বিশাল আকাশ, সেউজীয়া শস্যভূমিৰ সিপাৰে আধা দেখা, আধা নেদেখা নীলাভ পাহাৰ, বেলিয়ে হাত বুলোৱা অৰণ্যানি, আৰু তাৰ মাজে মাজে মানুহ। দুহাত প্ৰসাৰিত কৰি আকাশৰ ফালে চোৱা মানুহ। প্ৰতিজন মানুহৰে বুকুত জিলিকি আছে বিশাল জীৱন জিজ্ঞাসা। আকাশত মানুহে প্ৰেমময় ভগৱানৰ ৰূপ দেখে। দুখ হৰণ কৰোঁতা ভগৱান। তেওঁৰ বিভিন্ন ৰূপ, ৰং। কেতিয়াবা তেওঁ থাকে ক্ৰুচত বিদ্ধ হৈ, টোপাটোপে নিগৰিছে শৰীৰৰ তেজ। তথাপিও যন্ত্ৰণাই চুব পৰা নাই শৰীৰ, তথাপিও অবিকৃত মুখ। পৃথিৱীৰ সমষ্ট মানুহ, জীৱ-জন্তু, গছ-লতিকাৰ বাবে অপাৰ স্নেহেৰে হৃদয় উপচি আছে। সেই প্ৰেমময় শৰীৰে যেন অবিৰতভাৱে এষাৰ কথাকে কয় — যি

যিমানেই যন্ত্রণা পাবা তেওঁ সিমানেই প্রেমৰ গৰাকী হ'বা। প্রেম কেৱল এটা শব্দই নহয়, এটা বিশাল শক্তি। এক বিশাল শক্তি, যি জীৱনক মহাজীৱনৰ ওচৰ চপাই আনে। বুকু উদঙাই দিয়া আৰু মানুহক ভালপোৱা। যন্ত্রণালৈ ভয় নকৰি হৃদয়ত ধাৰণ কৰা প্রতিজন মানুহৰ যন্ত্রণা। অনুভৱ কৰা মানুহৰ দুখ। প্রেমৰ সীমাহীন আনন্দৰপৰা যন্ত্রণাক পৃথক কৰিব নোৱাৰি। আৰু লাহে লাহে তাই দেখিছে সর্বত্র প্রেম আৰু যন্ত্রণা। তাইৰ বুকুৰ মাজতো লাহে লাহে বিয়পি পৰিছে সেই সীমাহীন যন্ত্রণা। আকাশ-বতাহ বিয়পি থকা সেই প্রেম আৰু যন্ত্রণাৰ মাজত ক্রুচবিদ্ধ এক মহাজীৱনৰ অংগ। নহয়, নহয়, সেয়া পূর্ণেন্দু, পূর্ণেন্দু, পূর্ণেন্দু। আঃ!

'কি হ'ল?' ওচৰতে বহি থকা কল্পনাই তাইৰ গাত হেঁচুকি দিলে। 'অদিতি, কি হ'ল আপোনাৰ? বৰ মনে মনে আছে দেখোন। ভাল লগা নাই নেকি? অদিতিৰ সপোন ভাগিল। তাই হাঁহিবৰ চেষ্টা কৰিলে।

'একো হোৱা নাই।' তাই ক'লে। জগদীশে আকৌ হাঁহিলে। বৰ ভলভলীয়া মানুহ জগদীশ। 'ডাক্তৰ বুইছে। শৰীৰৰেই নহয় মনৰ খবৰো ৰাখোঁ। আপুনি ওৰে বাটটো বাবলী আৰু বাপনৰ কথা ভাবি আহিছে। হয নে নহয কওক।'

তাই আকৌ হাঁহিলে, আৰু ক'লে — 'অদ্ভুত ক্ষমতা আপোনাৰ ৰোগ চিনাক্তকৰণৰ।' জগদীশে আকৌ হাঁহিলে। অবিনাশে ক'লে —'ফুৰিবলৈ আহিলেও সাধুকথাৰ বুঢ়ীজনীৰ নিচিনাকৈ এওঁ গোটেই সংসাৰখন পিঠিত বান্ধি লৈ আহে। মুক্ত হ'ব নোৱৰাটোৱেই এওঁৰ দোষ। বাবলী বাপনৰ বাদেই ঘৰৰ পৰুৱা, নিগনি, পঁইতাচুৰুণীটোও এওঁৰ পিঠিত এতিয়া উঠি আছে।' আকৌ অবিনাশ আৰু জগদীশৰ প্ৰাণখোলা হাঁহি। কল্পনাই তাইলৈ চালে। ক'লে — 'তিৰোতা মানুহৰ বাবে সংসাৰখনেই প্রথম কথা।'

হয়, কল্পনাই বোধহয ঠিক কথাই কৈছে। মুক্তি পালেও মুক্তি গ্রহণ কৰিব নোৱৰাৰ জাত। কিহৰ বাবে? আজন্মৰ সংস্কাৰ, যিটো তেজত বৈ থাকে? অদিতিয়ে নাজানে। কিন্তু মুক্ত হ'ব যে তাযো পৰা নাই সেইটোও ঠিক কথা। কিন্তু কোনখিনিৰপৰা মুক্তি, কোনখিনিৰপৰা বান্ধোন সেই কথাটো প্রত্যেকৰে বাবেই সুকীয়া। অদিতিয়ে আকৌ বাহিৰলৈ চাইছিল। জগদীশ, কল্পনা আৰু অবিনাশ নিজৰ মাজতে মগন হৈছিল। তাযো আত্মমগন হৈছিল নিজৰ মাজত।

এসময়ত সিহঁতৰ গতিৰ অন্ত পৰিল। সমুখত এলানি পাহাৰ, গছ; বিস্তীর্ণ ভূমি। ঠাইডোখৰ একেবাৰেই নির্জন। লোকালয়ৰপৰা দূৰ, কোলাহলৰপৰা দূৰ। এই ঠাইখনলৈ তাই কেতিয়াবা আহিছিল নেকি? অদিতি গাড়ীৰপৰা নামিল। তাই

তেতিয়াও তন্ময় হৈয়েই আছিল। অবিনাশৰ ওচৰ চাপি তাই তাক ক'লে —'ইমান চিনাকি চিনাকি যেন লাগিছে, যেন আগতে কেতিয়াবা আহিছিলোঁ।'

'তুমি পৃথিৱীৰ সমস্ত নিৰ্জনতাত বিচৰণ কৰি থাকা। সেয়ে তোমাৰ চিনাকি চিনাকি লাগে নিৰ্জনতা।'

অবিনাশে কবিতাৰ কলি গুণগুণালে নে তাৰ নিজৰ কথা ক'লে, নে, তাইৰ বুকুৰ কথা ক'লে? সি পাহাৰৰ ওপৰলৈ উঠি গ'ল, পাছে পাছে কল্পনা। গাড়ীতে ভেজা দি অদিতি কিছুপৰ ৰৈ থাকিল, যেন পাহাৰটোৰ ওপৰত কি আছে তাই জানেই, এই সময়কণত মাথো তাই মনত পেলাবহে খুজিছে। হয় হয়, তাইৰ মনত পৰিছে। বৰ প্ৰাচীন — বৰ প্ৰাচীন। মকৰাজালেৰে আবৃত হৈ আছে এক শিলীভূত অতীত। সাৰ পাব খুজিছে সেই অতীতে। 'অদিতি, নাযাযনে? আহক।' জগদীশে মাতিলে। 'বলক।' জগদীশৰ লগে লগে অদিতি আগবাঢ়িল।

পাহাৰৰ ওপৰলৈ উঠোঁতে অদিতিৰ কষ্ট হ'ল। পাহাৰটো বৰ থিয় পাহাৰো নহয়, এঢলীয়া। কোনোবাই উঠা নমাৰ সুবিধাৰ বাবে খাজ কাটিও থৈছিল। তেওঁ পাহাৰলৈ উঠোঁতে অদিতিৰ কষ্ট হ'ল। কল্পনাৰ মেদবিহীন শৰীৰ, ইকৰা গছৰদৰে। অদিতিৰ সমবয়সীয়া কল্পনাই কেনেকৈ জানো এই বয়সতো এনেদৰে নিজৰ শৰীৰটো ৰাখিব পাৰিছে। শিল এটাৰ ওপৰত অবিনাশ থিয় হৈ আছে। কাষৰ এটা শিলৰ ওপৰত গছ এজোপাৰ সিপাৰে কল্পনাৰ শাড়ীৰ আঁচল জিলিকিছে। তাই হাত মেলি বনৰীয়া ফুল এথোপা চিঙিবৰ চেষ্টা কৰিছে। অবিনাশে ফুলথোপা চিঙি কল্পনাৰ হাতত দিছে। সি আৰু এথোপা ফুল চিঙি পেন্টৰ জেপত ভৰাইছে। জগদীশে তলৰপৰা চিঞৰিছে, 'অবিনাশ, সিথোপা ফুল কাৰ-বাবে?' কিছু পৰিমাণে মেদবহুল অদিতিৰ উশাহ ঘন হৈছে। তাইৰ ফোপনি উঠিছে। ইমান ওখ পাহাৰ, ইমান শিল— আগৰবাৰ তাই কেনেকৈ আহিছিল ইয়ালৈ? কেনেকৈ পাহাৰৰ শৃংগ আৰোহণ কৰিছিল? কেনেকৈ ইয়াত এক শাশ্বত সত্যৰ মুখামুখি হৈছিল? শিল এটাত আঁউজি অদিতি কিছুপৰ ৰ'ল। আগে আগে জগদীশ। সি পাছলৈ উলটি চালে। 'কি হ'ল অদিতি? আপোনাৰ ভাগৰ লাগিছে নেকি?' সি সুধিলে।

'ভাগৰ লাগিছে।' অদিতিয়ে উত্তৰ দিলে। 'বৰ ভাগৰ লাগিছে। বহুদূৰ আহিলোঁ।'

'বহুদূৰ? সৌৱাহে। ইডোখৰ দেখোন খোজ কঢ়াই নাই। ইমান ভাগৰ লাগিলে কেনেকৈ হ'ব? ক্ষীণাবলৈ চেষ্টা কৰক।'

অদিতিয়ে আকৌ হাঁহিলে। জগদীশে একো নাজানে। ডাক্তৰ মানুহে ডাক্তৰী চকুৰে চাই কথাটো কৈছে। ঠিকেই কথা। শকত হ'লে অসুবিধা বহুত। স্বাস্থ্যৰ

বাবেও ক্ষতিকৰ। জগদীশে হাতটো মেলি দিলে। জগদীশৰ হাতত ধৰি ধৰি তাই আকৌ পাহাৰটো বগাবলৈ আৰম্ভ কৰি দিলে। এই যে যাত্ৰা — অদিতিৰ এই যে পথ পৰিক্ৰমা, জগদীশে কি বুজিব? অবিনাশকে বা তাই কি বুজাব? কিমান দূৰ যে তাই খোজকাঢ়ি আহিছে, কিমান নৈ-নলা, পাহাৰ-পৰ্বত, বিস্তাৰিত শস্যক্ষেত্ৰ, লোকালয়, অৰণ্যানি। কেতিয়াবা সুমেৰু, কেতিয়াবা কুমেৰু। কেতিয়াবা মৰুভূমি, কেতিয়াবা হ্ৰদ। ইমুৰ সিমুৰ। কোন প্ৰাগঐতিহাসিক যুগৰেপৰা অদিতিয়ে আৰম্ভ কৰিছে এই অন্তহীন পথ পৰিক্ৰমা। যুগে যুগে তাই মাথো ভ্ৰমণ কৰি আছে নিৰন্তৰ। আকাশৰপৰা পৃথিৱীলৈ। প্ৰাগঐতিহাসিক যুগৰপৰা বুৰঞ্জীলৈ। কেতিয়াবা খোপাত পিন্ধিছে ফুল, কেতিযাবা বুকুত বহন কৰিছে সন্তানৰ বাবে দুগ্ধভাৰ, কেতিযাবা তাই হৈ পৰিছে বিশাল, কেতিযাবা ক্ষুদ্ৰকায। তাইতো জানে, পথ পৰিক্ৰমাৰ ক্লান্তিত তাই এদিন সৌজোপা গছৰ তলতে জিৰণি লৈছিল। সৌ পাহাৰীয়া নিজৰাটোৰ পানীৰে পূৰণ কৰিছিল তাইৰ আকণ্ঠ পিপাসা। বেত্ৰলতাৰ দৰে তাই আঁকোৱালি লৈছিল সেই সময়ৰ সময়ক। সৌজোপা বনৰীয়া গছৰ থোপাথুপি বগা ফুলেৰে তাই সজ্জিত কৰিছিল কবৰী। শিলনি ফালি বৈ অহা জুৰিটোত তাই ডুবাইছিল ভৰি। সেই সময়ত তাই পথ পৰিক্ৰমাৰ সংগী কোন আছিল? অবিনাশ? ওহোঁ। জগদীশ আৰু কল্পনা? ওহোঁ। তেন্তে কোন? পূৰ্ণেন্দু? হয় হয় পূৰ্ণেন্দু। তাইৰ সপোনৰ পূৰ্ণেন্দু। তাইৰ কল্পনাৰ পূৰ্ণেন্দু। বিভিন্ন যুগত বিভিন্ন ৰূপত তাইৰ ওচৰলৈ অহা পূৰ্ণেন্দু। কেতিযাবা স্বামীৰ দৰে অবিনাশ হৈ, কেতিযাবা বন্ধুৰ দৰে জগদীশ হৈ, কেতিযাবা তাইৰ পিতৃৰ দৰে পিতৃ হৈ, কেতিয়াবা ভাতৃ হৈ, কেতিযাবা তাইৰ গৰ্ভৰপৰা বাপনৰ দৰে পুত্ৰ হৈ, কেতিযাবা সৌ পাহাৰীয়া নিজৰাটো হৈ, কেতিয়াবা সেই ছায়াবৃত বিশাল গছজোপা হৈ। কেতিয়াবা আকাশ হৈ, কেতিয়াবা প্ৰেমময় ভগৱান হৈ। পূৰ্ণেন্দু ক'ত আছে? পূৰ্ণেন্দু জানো বাস্তৱৰ মানুহ? নে, পূৰ্ণেন্দু তাইৰ নিজা সৃষ্টি? নে তাই তিলে তিলে পৃথিৱীৰ সমস্ত মধুৰতা, সমস্ত প্ৰেম, সমস্ত মংগল, সমস্ত প্ৰাচুৰ্য একত্ৰিত কৰি নিজৰ বুকুৰ মাজত নিজে গঢ় দিয়া পূৰ্ণেন্দু সাধুকথাৰ জ্ঞানী বৃদ্ধজনৰ দৰে এক নিতান্তই কাল্পনিক ব্যক্তি?

জগদীশে আগবঢ়াই দিযা হাতটোত ধৰি হেলাই-হেপাই অদিতি গৈ অবিনাশৰ ওচৰত থিয় হ'লগৈ। ওপৰৰপৰা অবিনাশে তাইলৈ হাতটো মেলি দিলে। জগদীশৰ হাত এৰি অদিতিয়ে অবিনাশৰ হাতত ধৰিলে। শিল এটাত উঠি অদিতি তাৰ ওচৰ পালেগৈ। ইকৰা গছৰ দৰে লাহী শৰীৰৰ কল্পনা তেতিয়া জগদীশৰ সতে অইন এটা শিলৰ আঁৰত। অবিনাশে পেণ্টৰ জেপৰপৰা ফুলৰ থোপাটো উলিযালে। অকণি

অকণি বগা ফুল। পাহিবোৰ সৰু। মৃদু গোন্ধ এটা আছে। সি ফুলৰ থোপাটো তাইৰ খোপাত গুঁজিলে, আৰু তাৰ বুকুৰ কাষলৈ তাইক চপাই ল'লে। সি তাৰ দুহাতেৰে বুকুৰ মাজত থকা অদিতিৰ মুখখন তুলি ল'লে আৰু এটা চুমা খালে। দুইটাই আকৌ কিছুদূৰলৈ আঁতৰি গ'ল, আৰু এটা শিলৰ গুহাত উপস্থিত হ'লগৈ। গুহাটোৰ ওপৰত এচটা প্ৰকাণ্ড শিল। দুফালে দুচটা শিলে দুখন বেৰৰ কাম কৰিছে। পাছফালে পাহাৰৰ গাৰ অইন এচটা শিলে কাম কৰিছে তৃতীয়খন বেৰৰ।

আঃ ঠিকেই, ঠিকেই। এইটোৱেই গুহা। অদিতি উচপ খাই উঠিল, আৰু তাই তৰিৎ গতিত আকৌ অবিনাশৰ বুকুৰ মাজত সোমাল। নিৰ্জনতাই পুৰুষ আৰু নাৰীৰ মাজৰ শাৰীৰিক আৰু মানসিক দূৰত্ব কমাই আনে। সেইটো নিৰ্জনতাৰে এটা গুৰুত্বপূৰ্ণ গুণ। বতাহত বিৰিণা গছ কঁপাদি কঁপা তাইৰ শৰীৰটো সেই নিৰ্জনতাতে অবিনাশে আঁকোৱালি ল'লে। মই কোন? মই কোন? কোৱাঁচোন তুমি মই কোন। মই জানো অদিতি? মই জানো কেৱল তোমাৰ অদিতি? তাই অবিনাশক প্ৰশ্ন কৰিব খুজিলে। কিন্তু কি প্ৰশ্ন কৰিব? প্ৰথম পাখিৰে ঢাক খোৱা চৰাই পোৱালিৰ উষ্ণ শৰীৰৰ দৰে তাইৰ শৰীৰটো উষ্ণ হ'ল, আৰু কঁপি থাকিল। মই কেৱল তোমাৰেই নহয়। মই এই আকাশখনৰ, সৌ পাহাৰটোৰ, শিলনিডৰাৰ, সৌখন অৰণ্যৰ। মই সৌ পাহাৰীযা জুৰিটোৰো। মোক কেৱল তোমাৰে বুলি নাভাবিবা। মই পূৰ্ণেন্দুৰো। মই সকলো মাটিৰ মানুহৰে। মই অতীত, বৰ্তমান আৰু ভবিষ্যতৰ। ইযাৰ এইডৰা শিলে বুৰঞ্জী জানে। সৌ জুৰিটোৰ পাৰৰ শিলচটাত বহি কোনে শীতল পানীত ডুবাইছিল ভৰি, সেই কথা জানে। সোধাঁচোন শিলনিডৰাক, ক'ব — বহুদিনৰ আগতে সৌচটা শিলত বহি জুৰিৰ পানীত ভৰি ডুবাইছিলোঁ মই। প্ৰাচীন গছজোপাৰ ছাযাই ঢাক খুৱাই থৈছিল মোৰ নদীৰ দৰে শৰীৰ। খোপাত আছিল বনৰীয়া ফুল। শৰীৰত প্ৰাচীন অৰণ্যৰ সুঘ্ৰাণ। এই শিলৰ গুহাত যে কাটি থোৱা হৈছে এই মূৰ্তিটো কাৰ জানানে তুমি? সৌচটা শিলৰ সেই দুটা নৃত্যৰতা ভৰি? নূপুৰ পিন্ধা ভৰি? সিফালৰ সেইটো শিলৰ সেইখন মুখ? আৰু, ওপৰৰ শিলচটাত কাটি থোৱা ইকৰা গছৰ দৰে লাহী শৰীৰটো? মোৰ, মোৰ, মোৰেই শৰীৰ সেইটো। চোৱাঁ, চোৱাঁ, খোপাত ফুল পিন্ধা সৌজনী কোন। শিলটোলৈ চোৱাঁ, শিলটোলৈ চোৱাঁ। মোৰ এইখন মুখলৈ চোৱাঁ, আৰু শিলত কাটি থোৱা নাৰীমূৰ্তিৰ মুখলৈ চোৱাঁ। মিল দেখিছানে নাই তুমি? মোৰ এইটো শৰীৰলৈ চোৱাঁ, আৰু শিলামূৰ্তিৰ শৰীৰলৈ চোৱাঁ। শৰীৰৰ ঢৌ আৰু উচ্ছলতা একেই নহয়নে? একেই নহয়নে শাৰীৰিক ভাষা? তুমিতো ভালদৰেই বুজি পাবা। চোৱাঁচোন।

অবিনাশৰ বুকুৰ মাজত চৰাই পোৱালিৰ শৰীৰৰ দৰে অদিতিৰ শৰীৰ কঁপি থাকিল। কি সংযোগ। কি আচৰিত সংযোগ। সময়ৰ গাৰে বগুৱা বাই মই কেনেদৰে আহি উপস্থিত হ'লোহি বৰ্তমানত? মোৰ দৰে সময়ৰ গাৰে বগুৱা বাই আৰু কোনোবা আহিছেনে? কোনোবাই আজি বুজি পাইছেনে যে এসময়ত ইয়াতেই গঢ় লৈ উঠিছিল এক অবিনাশী প্ৰেমৰ কাহিনী? মানুহক ভালপোৱা মানুহে কেৱল মানুহৰ বাবেই শিলৰ বুকুত ৰচনা কৰি থৈ গৈছিল উত্তৰ যুগলৈ এক মহত্তম শিল্পকলা? ৰ'দ বৰষুণ কাটি কৰি এক গভীৰ জয়াল অৰণ্যৰ মাজৰ নিৰ্জনতাত আত্মমগন হৈ কেৱল শিল কাটি গৈছিল। শিল কাটোঁতে থুক থুক শব্দ হৈ উফৰি পৰিছিল চাৰিওফালে সৰু সৰু শিলৰ টুকুৰা। চৰাইবোৰে আৰাও কৰিছিল, নিৰ্জনতাই সাৰ পাই উঠি চকু মেলি চাইছিল, গছৰ পাত কঁপিছিল, বৈ যোৱা পাহাৰীয়া জুৰিটোৰ সুঘ্ৰাণত আমোলমোলাইছিল অৰণ্য, শ্ৰান্তি ক্লান্তিহীন শিল্পীৰ শৰীৰত বৈছিল ঘাম। নাৰীৰ শৰীৰৰ দৰেই নদীৰো শৰীৰ। নদীৰো শৰীৰত থাকে নাৰীৰ শৰীৰৰ সুঘ্ৰাণ। নাৰীৰ দৰে নদীৰ শৰীৰো সগৰ্ভা হৈ স্ফীতোদৰা হয়। নদীৰো শৰীৰত থাকে পলসৰ উৰ্বৰতা। মাতৃৰ দৰে নদীযেও জন্ম দিযে সভ্যতাক, প্ৰিযাৰ দৰে দুবাহুৰে আঁকোৱালি লয় ইপাৰ সিপাৰ। নাৰীৰ শৰীৰৰ দৰে নদীৰ শৰীৰতো আছে একেই শাৰীৰিক ভাষা। নাৰীৰ শৰীৰৰ দৰে নদীৰ শৰীৰতো আছে প্ৰেমৰ আশ্ৰয়। শ্ৰান্তি ক্লান্তিহীন শিল্পীযে সেই কথা ঠিকেই বুজি পাইছিল। তেওঁ শিলৰ বুকুত ইটোৰ পাছত সিটোকৈ ৰচনা কৰিছিল কেৱল প্ৰিযতমাৰ শৰীৰ। নদীৰ দৰে প্ৰিযতমাৰ শৰীৰ। প্ৰেমৰ অঞ্জলিৰে তেওঁ যুগজযী কৰিব খুজিছিল শিল্পক। তেওঁৰ সৃষ্টিক।

জগদীশ আৰু কল্পনাৰ মাত শুনা গ'ল। অদিতি ছাটকৈ অবিনাশৰ বুকুৰ মাজৰপৰা ওলাই আহিল। 'তহঁত ইযাত ?' জগদীশে অবিনাশক সুধিলে। 'কি কৰি আছিলি?' তাৰ কথাত ইংগিত এটা স্পষ্ট। 'তহঁতেনো কি কৰিছিলি?' হাঁহি এটা মাৰি অবিনাশে সুধিলে। কল্পনা অদিতিৰ ওচৰ চাপি আহিল। 'ওপৰত আৰু ভাল লাগিলহেঁতেন।' তাই অদিতিক ক'লে। 'মোৰ বাবে শৰীৰটোৱেই গুৰুভাৰ। ইমান ওপৰলৈ উঠিব নোৱাৰোঁ।' অকণমান কথাতে ৰস পায় কল্পনাই। তাই অদিতিৰ কথাত ৰস পালে আৰু ঢেকঢেকাই হাঁহিবলৈ লাগিল।

সিহঁত ওপৰৰপৰা তললৈ নামি আহিল। ওপৰলৈ উঠোঁতে অদিতিয়ে যিমান কষ্ট পাইছিল নামি আহোঁতে সিমান কষ্ট নাপালে। তললৈ আহি জগদীশে অবিনাশক ক'লে —'অলপ দূৰৈত পুৰণি মন্দিৰ এটাৰ সন্ধান পোৱা গৈছে। আগতে কিবা খাই লওঁ। তাৰ পাছত সেইটোৱো চাই ঘৰলৈ যামগৈ। অদিতি, আপুনি কি কয়?'

অদিতিয়েনো কি ক'ব ? তাই জগদীশলৈ এপাক চাই অবিনাশলৈ চালে। 'তুমি কোৱাঁ।' তাই ক'লে।

'মই অবিনাশক নহয়, আপোনাক সুধিছোঁ। আপুনি কওক।' জগদীশে অদিতিক ক'লে।

'আপুনি যি ইচ্ছা কৰে। বিশেষতঃ আপুনি যিহেতু পথ প্ৰদৰ্শক।'

'নালাগে। এতিয়া পুৰণি মন্দিৰটো চাই ঘৰলৈ উলটিম। দূৰ যথেষ্ট আছে। এশ কিল'মিটাৰ যাব লাগিব।' অবিনাশে আপত্তি কৰিলে। 'পাছত আকৌ কেতিয়াবা আহিম।'

কথাটো মিছাও নহয়। বহুত দূৰ যাব লাগিব। ল'ৰা-ছোৱালী দুটা ঘৰত থৈ আহিছে। সিহঁতৰ বাবে কল্পনাৰো চিন্তা লাগি আছে। বাইজনীযে তদাৰকি কৰিবই। ল'ৰাটো সৰু, ছিক্সত পঢ়ে। দুষ্ট। বাযেক আৰু কাম কৰা বাইজনীৰ কথালৈ সি কৰ্ণপাত নকৰে। জনা কথা। নতুনকৈ চাইকেল চলাবলৈ শিকিছে। কোনোবা তলকত কল্পনাই লুকুৱাই থৈ অহা চাইকেলৰ চাবিটো বিচাৰি লৈ যদি ওলাই যায় ? বাটত যিহে গাড়ী মটৰৰ ভীৰ। যদি বাৰীৰ ঢাপৰ আমগছজোপাত উঠিবলৈ লৈ তাৰপৰা পৰে ? যদি কিবা কাৰণত চাঁদৰ ওপৰলৈ উঠে ? চাঁদৰ ওপৰৰ এডোখৰত ৰেলিং নাই , ঘৰলৈ যোৱাই ভাল।

বননিৰ ওপৰতে কাপোৰ এখন পাৰি খোৱাবস্তুবোৰ উলিযাই লোৱা হ'ল। ঘৰৰপৰাই ৰাতিপুৱাই হাতে পাতে ধৰি অদিতি আৰু কল্পনাই কিবা কিবি খোৱাবস্তু তৈযাৰ কৰি আনিছিল। মটৰ পনিৰৰ আঞ্জাখন অদিতিযে ৰান্ধিছিল। খাবলৈ ইমান ভাল হ'ব বুলি তাই তেতিযা ভবাই নাছিল।

খোৱা-বোৱা শেষ হ'ল। ঠাইডোখৰ পৰিষ্কাৰ কৰাও হ'ল। সিহঁত আকৌ গাড়ীত বহিলগৈ, প্ৰাচীন মন্দিৰৰ ধ্বংসাৱশেষৰ অভিমুখে। অলপ পাছতে সিহঁত গৈ গন্তব্যস্থান পালেগৈ।

হয়। এসমযত বহুত দিনৰ আগতে — বোধহয কেবা শতিকাৰো আগতে ইয়াতে আছিল এক মন্দিৰ। বহুত শতিকাৰ পাছত মাটি খান্দি উদ্ধাৰ কৰা হৈছে। অদিতিৰ কাণত অহৰহ বাজিবলৈ ধৰিলে মন্দিৰৰ শংখ ঘণ্টাৰ ধ্বনি। দেৱদাসীৰ ভৰিৰ জুনুকাৰ শব্দ। মন্দিৰৰ পূজাৰীৰ কণ্ঠত মূৰ্ত হোৱা মন্ত্ৰৰ সুৰীযা সুৰ। অদিতি যেন আকৌ বন্ধনমুক্ত হ'ব খুজিলে। তাই আকৌ শৰীৰটোৰপৰা ওলাই গ'ল। আঃ কি আনন্দ ! শৰীৰৰ বন্ধনৰপৰা মুক্ত হোৱাৰ কি আনন্দ ! তাইৰ চকুত মন্দিৰৰ ধূপ-ধুনা আৰু সহস্ৰ বন্তিৰ চমকনি পৰিল। কিবা এটা সুঘ্ৰাণত অদিতি অভিভূত হৈ

পৰিল। মন্দিৰৰ চৌহদত এজোপা বেল গছ। শাখা প্ৰশাখা বিস্তৃত বেলগছৰ ছায়া পৰিছে মন্দিৰৰ ধ্বংসস্তূপৰ মজিযাত। বেলগছৰ ওচৰতে এজোপা বগা কৰবী ফুলৰ গছ। অদিতিয়ে তলসৰা ফুল দুপাহমান বুটলি ল'লে। এটা ম্লান গোন্ধ। কিন্তু গোন্ধটোৱে মন আকৰ্ষণ কৰে। ফুলকেইপাহ তাই বেগত ভৰালে। থাকক, সোমাই থাকক, বৰ পুৰণিদিনীয়া স্মৃতি।

অদিতি বহাৰপৰা উঠিল। লক্ষ্মীপূজালৈ দুদিন বাকী। জোনাকত লক্ষ্মীপূজা লক্ষ্মীপূজা ভাব। গোবৰ মাটিৰে মচা নিকা চোতাল। সাৰি-পুচি পানী ছটিওৱা পদূলিমুখ। মুখৰ বাৰাণ্ডাত আঁকা আল্পনা। অদিতিৰ মাকৰ ঘৰলৈ মনত পৰিল। মাকে পাকঘৰত থাপনা পাতি লক্ষ্মী চৰিত পুথিখন পঢ়ে। তাই পাকঘৰ, বৰঘৰ, গোঁসাইঘৰ, ভঁড়াল, গোহালি ঘৰ, পদূলি সকলোতে চাকি একোগছ লগাই দিয়ে। সেইদিনা মাক পদূলি পাৰ হৈ কলৈকো নাযায। অদিতিক মাকে ওচৰতে বহি লৈ লক্ষ্মী চৰিতখন শুনিবলৈ কয। তাযো শুনে। তিৰোতা মানুহ কেনে ধৰণৰ হোৱা উচিত, অথবা কেনে ধৰণৰ হ'লে পুৰুষৰ সুবিধা সেইকথা বৰ্ণনা কৰি পুৰুষে লিখা পুথি। মাকে শুনিবলৈ কয, তাই শুনে। পুথি শুনাত তাইৰ আকৰ্ষণ নাছিল। তাইৰ আকৰ্ষণ আছিল লক্ষ্মী পূৰ্ণিমাৰ জোনাক। সেই যে কোৱা হয বুকুভৰা জোনাক — কথাটো তেনেকুৱা। আঁচলতে, বুকু ভৰোৱা জোনাক। তাই তেতিযাও জোনাকত আত্মহাৰা হৈছিল — এতিযাও আত্মহাৰা।

অদিতি ভিতৰলৈ গ'ল। সাবিত্ৰীয়ে টেলিভিশ্যন চাইছে। 'চাহ খাব নেকি বাইদেউ?' তাই সুধিলে। ভাত ৰান্ধিবৰ নৌ এথোন। 'তই বাৰু টি ভিকে চা। চাহকাপ মই কৰি ল'ব পাৰিম।' অদিতিযে তাইক ক'লে। 'কিন্তু অকল টি ভি চালেই হ'বনে? চিলাই কৰিলি?' সাবিত্ৰীক তাই চিলাইৰ স্কুলত নাম লগাই দিছে, ভবিষ্যতে প্ৰযোজন হ'ব বুলি। তাইৰহে বৰ ইচ্ছা নাই। সাবিত্ৰীযে জিভা কামুৰিলে। 'দুখনমান আছে। কৰিম।' তাই চাহ কৰিবলৈ উঠিল।

অদিতি শোৱনি কোঠালৈ আহিল। অবিনাশে নতুনকৈ কিনি অনা কিতাপকেইখন তাই এই কেইদিনতে পটি শেষ কৰাৰ কথা আছিল। ক'তা নহ'ল দেখোন। সাবিত্ৰীক ক'লে কি হ'ব, তাযোতো আত্মমগন হৈ আছে। কিতাপ এখন হাতলৈ লৈ অদিতি বিছনাত পৰিল। কবিতাৰ কিতাপ। অবিনাশে আধা পঢ়াকৈ এৰা। ঠিক তেতিয়াই টেলিফোন বাজিল। অবিনাশ। অবিনাশে অদিতিক ক'লে যে, সি আজি নিশা হস্পিটেলতে থাকিব। ভট্টাচাৰ্যৰ অৱস্থাৰ উন্নতি হোৱা নাই। ভায়েকহঁতো আহি পোৱাহি নাই। অৱশ্যে সি অকলে নাথাকে। লগৰ আৰু এঁজন থাকিব। অবিনাশে

অদিতিক ভাত-পানী খাই শুই থাকিবলৈ কৈছে।

ঠিকেই আছে। ভাত-পানী খাই অবিনাশে তাইক শুই থাকিবলৈ কৈছে — তাই শুয়েই থাকিব। অবিনাশৰ এই স্বভাৱ তাই জানে। এসময়ত কবিতা লিখিছিল। এতিয়া নিলিখে। কিন্তু কবি স্বভাৱটো আছে। বৰ অলপতে লোকৰ দুখত দুখী হয়। বৰ অলপতে সুখীও হয়। অবিনাশৰ এই স্বভাৱটোৰ কথা অদিতিয়ে বিয়াৰ আগতেই জানিছিল। সেই সময়ত তাই তাৰ প্ৰতিটো স্বভাৱৰেই গুণমুগ্ধ আছিল। দুখে সুখে মানুহৰ ওচৰলৈ সি দৌৰি যায়। এসময়ত কবিতা লিখা, আৰু এতিয়া কবিতা ভালপোৱা মানুহ। জীৱনটো এটা কবিতাৰ অনুৰূপ হোৱাটো সি মনে-প্ৰাণে বাঞ্ছা কৰে। সকলো মানুহকে সি বিশ্বাস কৰে, আৰু কোনোবাই বিশ্বাসভংগ কৰিলেও সি দুখ নাপায়। অদিতিকো সি কয়, শতকৰা এশজন মানুহকেই বিশ্বাস কৰিবা। নিৰানব্বৈজনে তোমাৰ বিশ্বাসভংগ কৰিব। এজনে তোমাৰ বিশ্বাস ৰক্ষা কৰিব। সেইটোৱেই তোমাৰ লাভ। এজনকো যদি বিশ্বাস নকৰা, তেন্তে জীৱনত এজনৰপৰাও বিশ্বাসৰ মূল্য নোপোৱা। এশজনক বিশ্বাস কৰি এজনৰপৰা বিশ্বাসৰ মূল্য পোৱা, আৰু এজনকো বিশ্বাস নকৰি এজনৰপৰাও বিশ্বাসৰ মূল্য নোপোৱাতকৈ বহুত বেছি মূল্যবান কথা।

সেযে অদিতিয়ে সকলোকে বিশ্বাস কৰে। তাইৰ বিশ্বাসৰ মূল্য কোনোবাই কেতিযাবা দিলেও সেইটোকো তাই চৰম প্ৰাপ্য বুলি গণ্যও কৰে। কিন্তু, সকলোকে বিশ্বাস কৰাও এটা কথা, বিশ্বাসৰ মূল্য পোৱাও এটা কথা। কেনেকৈ বিশ্বাসৰ মূল্য পাব পাৰি? আধা বিশ্বাস আৰু আধা অবিশ্বাসেৰে কোনো সম্পৰ্ক নিৰ্ণিত নহয়। হয় পুৰাপুৰি বিশ্বাস কৰিব লাগিব, নহয় পুৰাপুৰি অবিশ্বাস। জোনাকত শেৱালি গছজোপাৰ ছাঁ আহি বেৰত পৰিছে। সুন্দৰ লাগিছে। অন্ততঃ কল্পনাৰ বিলাস থকা মানুহ এজনীযে এইটো কথাৰে গইনা লৈ বহুত কিবা কিবি চিন্তা কৰি পেলাব পাৰে। বহুত বেছি দূৰলৈ ভ্ৰমণ কৰিবলৈ গুচি যাব পাৰে। জীৱনটো এক নিস্তৰংগ নদী বুলি ভবা মানুহৰ বাবে এই ছাঁ পোহৰৰ খেলাই মুহূৰ্ততে জীৱনক এক ৰহস্যময অৰ্থপূৰ্ণ আৱৰ্তলৈ লৈ গৈ তৰংগিণী নৈ এখনত পৰিণত কৰি দিব পাৰে।

জীৱনটোনো আচলতে কি? তৰংগিণী নদীযেই নহযনে? অদিতিৰ উশাহ আকৌ দীঘল হ'ল। উখল-মাখল ঢৌ। পাৰৰ শুকান বালি তিয়াই নৈখন কেতিযাবা পাৰ ভাঙি উপচি পৰে, কেতিয়াবা আকৌ শুকাই যায। ভঙা-গঢ়াৰ খেলা খেলে। কেতিয়াবা শস্যভূমি পলসুৱা কৰি জীপাল কৰে, কেতিযাবা সংহাৰ কৰে। জীৱন জানো কেৱল খৰালিৰ নিস্তৰংগ নদীৰ দৰে? কেৱল লাঞ্ছনা বঞ্চনা, কেৱল শোষণ

অপমান দুখ দাৰিদ্ৰৰ ইতিহাস? মানুহে মানুহৰ ওপৰত কৰা অন্যায়, বলীয়ে নিৰ্বলীৰ ওপৰত কৰা অত্যাচাৰৰ ইতিহাস। কোনে ক'ব জীৱন কি? কোনে ক'ব কিদৰে উত্তৰণ ঘটে জীৱনৰ? মাটিৰ মানুহে কিদৰে মাটিৰ ওপৰত থিয় হৈ আকাশলৈ চায? ভাগ্যৰ ওচৰত নতজানু হৈ মানুহ কিদৰে হাযৰাণ হয, আৰু নিজৰ হাতৰ ওপৰত বিশ্বাস নকৰি ভৰিৰ ওপৰত থিয দিয়ে? মানুহে নিজকে বিশ্বাস কৰিবলৈ শিকে, আৰু নিজৰ ওপৰত বিশ্বাস দৃঢতৰ হোৱাৰ লগে লগেই অইনৰ ওপৰতো বিশ্বাস দৃঢতৰ হয। এনেকৈযেই মানুহৰ অন্তৰত অংকুৰিত হ'বলৈ ধৰে বিশ্বাস আৰু প্ৰেমৰ সেই সনাতন বীজ।

মন্দিৰৰ ভগ্নাৱশেষ আৰু পাহাৰৰ শিলৰ গাত কটা মূৰ্তিবোৰ চাই সেইদিনা অদিতিৰ হঠাতেই ভাব হৈছিল — মানুহেই কৰিব পাৰে জীৱন অমৰ। চিৰদিন জীৱন আৰু মৃত্যুৰ দোমোজাত বৈ থকা মানুহেই সমযকো নতুন অৰ্থ দি মুহূৰ্তটো কৰিব পাৰে স্থবিৰ। আঙুলিৰ ঠাঁৰ দি মহাকালক দিব পাৰে হুকুম। এটা যুগত কোনো এক অখ্যাত মানুহে মৰণ পণ কৰি শিলৰ বুকুত তৈযাৰ কৰিছিল এক নিখুঁত ভাস্কৰ্য। বহু যুগৰ ৰ'দ-বৰষুণ-ভুঁইকঁপ-ঘূৰ্ণীবতাহত এদিন লুপ্তপ্ৰায হোৱা সেই শিল্পক বহু যুগৰ পাছৰ মাটিৰ তলৰপৰা উদ্ধাৰ কৰা হ'ল। উদ্ধাৰ কৰাৰ চেষ্টা চলিল লুপ্ত হ'বলৈ ধৰা বুৰঞ্জীক। প্ৰতিচটা শিল, প্ৰতিটো শিলত কটা মূৰ্তিৰে নতুন নতুন অৰ্থ আৱিষ্কাৰ কৰা হ'ল। পাঠোদ্ধাৰ কৰা হ'ল প্ৰতিচটা ইটাৰ। নতুন এটা অৰ্থ বহন কৰি এক প্ৰাচীন শিল্প প্ৰাণ পাই উঠি ল আৰু বুৰঞ্জী ক'বলৈ আৰম্ভ কৰিলে।

ইযাতো প্ৰেমৰ কথাই নাইনে? এক সুবিশাল প্ৰেম, যি পৃথিৱীৰ ইটো মূৰৰপৰা সিটো মূৰ, ইটো নক্ষত্ৰৰপৰা সিটো নক্ষত্ৰলৈকে বিস্তাৰিত হৈ আছে। যি অহৰহ জাগৃত কৰিবলৈ চেষ্টা কৰি আছে অধুনালুপ্ত মানৱতাক। অথবা প্ৰতি পল-অনুপলে যি সোঁৱৰাই দি আছে মানুহৰ ক্ষমতা অথবা অক্ষমতাক।

দিনৰ পিছত দিন, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ ৰ'দ-বৰষুণ, ধুমুহা, বজ্ৰপাতক হেলাৰঙে আওকাণ কৰি কিহৰ আকৰ্ষণত কোনো এক নামহীন শিল্পীয়ে উন্মাদপ্ৰায হৈ শিলৰ বুকুত ৰচনা কৰিব খুজিছিল স্বৰ্গ? আচলতে প্ৰতিজন মানুহেই একো একোজন ভযংকৰ দুৰ্জেয প্ৰেমিক — আৰু প্ৰতিজন প্ৰেমিকেই একো একোজন অপ জেয শিল্পী। শিল্পীৰ মাটিৰ দেহা, এদিন লয পালে। মাটিৰ সতে মিহলি হোৱা শিল্পীৰ দেহাৰেই পৰিপুষ্টি লাভ কৰি তাতেই গজি উঠিল এজোপা বনৰীযা লতা গোলাপ। আঃ! কিমান যে আনন্দদাযক কথা! শিল্পী হেৰাই গ'ল। কতো খোদিত হৈ নৰ'ল তেওঁৰ নাম। কিন্তু তেওঁ খোদিত কৰা শিল্প যুগ যুগলৈ

থাকি গ'ল। অমৰত্ব প্ৰদান কৰিলে মৰণশীল মানুহে। শিল্পীয়ে ভাল পায় তেওঁৰ শিল্পক, সৃষ্টিক। ইয়েই জানো নহয় সেই অবিনাশী সনাতন প্ৰেম? একমাত্ৰ মানুহক ভাল পাব পাৰিলেহে, জগত আৰু জীৱনক ভাল পাব পাৰিলেহে প্ৰেমৰ এই মহত্তম কলা সম্ভৱ হ'ব পাৰে। মানুহৰ সাৰ্থক শিল্প, আৰু সেই হেতুকেই মানুহেই হ'ল একোজন অপৰাজেয় দুৰ্দান্ত প্ৰেমিক।

এই কথাই যদি সত্য নহয়, তেন্তে পৃথিৱীত আৰুনো সত্য কথা কি আছে? পৃথিৱীত প্ৰতিটো কথাই সত্য, আৰু এই সকলো সত্যৰ ওপৰত চৰমভাৱে প্ৰতিষ্ঠিত সত্যই হ'ল প্ৰেম। পৃথিৱীতনো কোনটো কথা সত্য নহয়? মানুহৰ বুৰঞ্জীত প্ৰেম যিদৰে সত্য, অপ্ৰিয় হ'লেও 'অপ্ৰেমো' সেইদৰেই সত্য। বিশ্বাস যিদৰে সত্য, অবিশ্বাসো সেইদৰেই সত্য। নাই কি মানুহৰ বুৰঞ্জীত? বুৰঞ্জী মানেইতো প্ৰেম, 'অপ্ৰেম', বিশ্বাস, অবিশ্বাস, যুদ্ধ, শান্তি। কিন্তু সত্যৰ ওপৰত সত্য সেই প্ৰসাৰিত দুহাত যি আঁকোৱালি ল'ব খোজে মানুহক। সেই অমোঘ মহাবাণী — সেই পৰম শব্দ, যি উচ্চাৰিত হয় লাঞ্ছিত-বঞ্চিত, শোষিত-অপমানিত মানুহৰ দুখ দূৰ কৰাৰ উদ্দেশ্যে। প্ৰেমৰ আদিপাঠ আৰম্ভ হয় মাটিৰ বুকুত, আৰু মাটিৰ বুকুৰপৰাই সেই প্ৰেমে মহাজীৱন আৰু মহাপৃথিৱীৰ সন্ধানত আকাশলৈ বাৰে বাৰে ঢাপলি মেলে। সেযেহে প্ৰেম চিৰন্তন আৰু কালাতীত। প্ৰেমৰ কোনো নিৰ্দিষ্ট সংজ্ঞা অথবা ঘৰ নাই, শৰীৰ নাই। পৃথিৱীৰ সমস্ত সত্যতকৈ মহাসত্য এই প্ৰেমৰ আনন্দও সেযেহে তুলনাবিহীন।

অদিতি বিছনাত পৰিলহি। তাই ৰাতি পিন্ধা কাপোৰ নিপিন্ধিলে। মুখতো নাসানিলে গাখীৰৰ সৰ। ভাল লগা নাই। ঘৰখন ঘৰ হৈযো থকা নাই, যেন নিৰ্জনতাৰ গহ্বৰ, সকলো সময়তে নিৰ্জনতা কাম্য হ'ব নোৱাৰে। অবিনাশে চাগৈ কি কৰিছে? কিবা এটা খালেনে নাই বা। বেমাৰীৰ লগত লাগি নিজেও বেমাৰত নপৰিলেই হ'ল। বেমাৰীৰ বা এতিয়া কেনে? তাইৰ চিন্তা লাগিল। আৰু ঠিক তেতিয়াই বাজিল টেলিফোন। অবিনাশে কিবা খবৰ দিছে হ'বলা। তাই বিছনাৰপৰা একেজাপেই উঠিল। টেলিফোন ধৰিলে আৰু তাইৰ মুখৰপৰা লগে লগেই ওলাল —'এতিয়া কেনেকুৱা?' টেলিফোনৰ সিপাৰে কোন আছে ঠিৰাং নকৰাকৈযেই তাই এইফালৰপৰা শব্দকেইটা উচ্চাৰণ কৰিলে। কথাষাৰ ঠিক লগে লগেই তাইৰ মনলৈ আহিল। টেলিফোনৰ সিপাৰে সেয়া অবিনাশ নহয় — পূৰ্ণেন্দু।

পূৰ্ণেন্দু। তাই বেৰৰ ঘড়ীটোলৈ চালে। চাৰে ন বাজিছে। বেছি সময় হোৱা নাই। অক্টোবৰৰ শেষ; সোনকালে বেলি ডুবে। বহুত সময় হ'ল যেন লগা হৈছে।

তৰিৎ বেগত কথাবোৰ তাইৰ মনলৈ আহিল। পূৰ্ণেন্দুৰ মাতষাৰ শুনি তাইৰ এনে লাগিল, যেন নিশাৰ ভয়ংকৰ নিৰ্জনতাত ডুব গৈ থকা এখন ভয়াল প্ৰাগঐতিহাসিক অৰণ্যৰ মাজত তাই এইমাত্ৰ পুৱতি নিশাৰ প্ৰথম চৰাই মাতটো শুনিলে।

'আপুনি আৰু কিমান দিন থাকিব ছাৰ? ইমান দিন হৈ গ'ল, গুচি নাহে কেলেই?' তাইৰ মাতটো বৰ বিহ্বল যেন শুনা গ'ল। শেষৰ ফাললৈ তাইৰ মাতটো থোকাথুকি হৈ পৰিল।

'মই আহিলোঁৱেই।' পূৰ্ণেন্দুৱে সিফালৰপৰা ক'লে।

'এসপ্তাহ হ'ল। এতিয়া ঘৰৰপৰাহে মই তোমাৰ লগত কথা পাতিছোঁ।'

'উস!' ক'ব নোৱৰাকৈয়েই অদিতিয়ে সকাহ পোৱাৰ দৰে উশাহ এটা ল'লে। 'আপুনি সঁচাকৈয়ে আহিল নেকি?'

'মিছাকৈয়ে বুলি ভাবিছা নেকি।' পূৰ্ণেন্দুৱে প্ৰাণখোলা হাঁহি এটা মাৰি উত্তৰ দিলে।

'আপুনি মোক আজিলৈকে এটাও মিছা কথা কোৱা নাই। মোকে নহয়, বোধহয় জীৱনত কাকোৱেই মিছা আশ্বাস বাক্য দিয়া নাই। সেয়ে মই নেভাবোঁ।'

'শুনা অদিতি।' পূৰ্ণেন্দুৱে ক'লে। 'মই তোমালোকৰ চহৰখনলৈ গৈ আছোঁ। দুদিন মানৰ কাম এটা আছে। তাতে মই দুখনমান ছবি আঁকিম।'

'আপুনি আহিব নেকি ছাৰ?' অদিতি উচ্ছ্বসিত হৈ পৰিল। 'আহক। আমাৰ ঘৰতে থাকিব। এখন ছবি আমাৰ ঘৰতে আঁকিব।'

'চাওঁচোন।' পূৰ্ণেন্দুৱে ক'লে। 'তোমালোকৰ অসুবিধা নহ'ব জানো?'

'কি যে কথা কয় আপুনি। মানুহ আৰু পৃথিৱী ভাল পোৱা মানুহ এজন থাকিব, অসুবিধাৰ প্ৰশ্নই নুঠে। কাইলৈ আহক। পৰহিলৈ পূৰ্ণিমা, আপুনি পূৰ্ণিমাৰ ছবি আঁকিবহি।'

অদিতি বিছনালৈ আহিল। লাইট নুমাল। খিৰিকিৰে সোমাই অহা জোনটোৱে বিছনাতে বহি অপেক্ষা কৰি আছে। পূৰ্ণিমালৈ দুদিন থকা শৰতকালৰ জোন। শেষ নিশালৈ জাৰ লাগে। তাইলৈ অপেক্ষা কৰি বিছনাত বহি থকা জোনাকৰ কাষতে তাই কাটি হ'ল, আৰু চকু দুটা মুদিলে।

ঠিক ৰাতি পুৱাওঁ পুৱাওঁ হওঁতেহে অদিতিৰ টোপনি ভাগিল। আচলতে সেই সময়তে জপনাত শব্দ হ'ল, অবিনাশ আহিছে। ৰাতিটোৰ টোপনি ক্ষতি। তাইৰ সতে চুটি চুটি দুই এষাৰ কথা পাতি হাত-মুখ ধুই সি বিছনালৈ আহিল। ভট্টাচাৰ্যৰ অৱস্থাৰ উন্নতি ঘটা নাই। ভায়েক ৰাতিপুৱালৈ পাবহি বুলি আশা কৰা হৈছে।

বিছনাতে কাটি হৈ অবিনাশে তাইৰ খোপালৈ বুলি হাত মেলি দিলে। ইতিমধ্যেই খোপা খোল খাইছে। গাৰুৰ কাষত বৰ করুণভাৱে বগা গোলাপৰ থোপাটো পৰি আছে। তাইৰ চুলিৰ মাজত আঙুলি ভৰাই শান্ত সৌম্য সৰু ল'ৰা এটাৰ দৰে অবিনাশ টোপনি গ'ল। চকুদুটা মেলি খিৰিকিৰ আইনাৰ মাজেৰে তাই বাহিৰলৈ চালে। জোনাকেই নে, ৰাতিপুৱাৰ পোহৰে বাহিৰখন বগা কৰি থৈছে। একেবাৰে গাখীৰৰ দৰে বগা। মানুহৰ বাবে পৃথিৱীৰ এক সুখকৰ উপহাৰ। সকলো সুখকৰ বস্তুকেই পৃথিৱীয়ে মানুহক উপহাৰ দিয়ে, অথবা আশীৰ্বাদ হিচাপে প্ৰদান কৰে। অবিনাশৰ নাকৰ শব্দ হৈছে। লাহেকৈ তাই অবিনাশৰ হাতটো নিজৰ গাৰ ওপৰৰপৰা আঁতৰালে আৰু বিছনাৰপৰা নামিল। গাধোৱা ঘৰলৈ গৈ চকুৱে মুখে পানী মাৰিলে আৰু তাৰ পাছত তাই নিঃশব্দে দুৱাৰৰ খিলিটো খুলি বাহিৰৰ বাৰাণ্ডালৈ ওলাই আহিল।

বাহিৰখন তেতিয়া পাতলীয়া পোহৰে সেমেকা কৰি থৈছিল। ঘৰৰ চালৰপৰা টোপটোপকৈ পৰিছিল নিযৰ। গছৰপৰা সৰিছিল শেৱালি ফুল। খিৰিকিখনৰ ওচৰৰ মধুৰিআমৰ গছজোপাত চৰাইবোৰে তেতিয়া সাৰ পাইছিল। ৰাতিপুৱাবলৈ বেছি সময় নাই। ৰাতি কেনেকৈ পুৱায় অদিতিয়ে আজি তাকে চাব। বতাহজাকে তাইৰ গালে মুখে শীতল হাত বুলনি দিবলৈ লাগিল। প্ৰভাতলৈ অপেক্ষা কৰি কৰি অদিতি বহিয়েই থাকিল।

অপেক্ষা কৰিলেও নকৰিলেও ৰাতি পুৱাবই। এইটোও এটা অৱধাৰিত ঘটনাই। চৰাইৰ কথোপকথনৰ মাত্ৰা বাঢ়ি গৈ থাকিল। ধূসৰতাৰপৰা আকাশখনে মুক্তি পালে। আকাশৰ পূব দিশত জলমলাবলৈ লাগিল এপাহ ৰঙা জবা। এইমাত্ৰ মুকুলৰপৰা মুক্ত হৈ পাহি মেলা ৰঙা জবা। লাহে লাহে বেছি উজ্জ্বল হৈ পৰিবলৈ লাগিল। ৰঙা ৰঙেৰে আকাশ উখল-মাখল হ'বলৈ ধৰিলে।

আকাশখন নে বুকুখন? অদিতিৰ বুকুখনহে কিজানি বিভিন্ন ৰঙেৰে উখল-মাখল হৈ পৰিছে। তাইৰ বুকুৰ মাজতহে কিজানি বিভিন্ন চৰাযে আৰাও কৰি আছে। তাইৰ বাহুত কিজানি দুখন ডেউকা গজিছে। তাই উৰণীয়া চৰাই হৈ আকাশত উৰি ফুৰাৰ আকাংক্ষা কৰিছে নেকি। আজি পূৰ্ণেন্দু আহিব। আঃ, কিমান দিনৰ মূৰত তাই আজি পূৰ্ণেন্দুক লগ পাব। সেই মানুহজন। ডেকা কালত মানুহজন কেনেকুৱা আছিল তাইক নালাগে। এতিয়া আকাশলংঘা ব্যক্তিত্বৰে মানুহজন সুন্দৰ। ছবি আঁকা মানুহ পূৰ্ণেন্দুৰ নিচিনাই হোৱা উচিত। তেখেতে আঁকা ছবিখনৰ দৰেই তেখেতো এক আকৰ্ষণীয় ব্যক্তি। যিকোনো মানুহকে মন্ত্ৰমুগ্ধ কৰিব পাৰে তেখেতৰ

কথা-বতৰাই। সেযে এইমাত্ৰ তাই দেখা ৰাতিপুৱাটো উজ্জ্বল। বিভিন্ন ৰঙেৰে তীব্ৰভাৱে বৰ্ণময়, অথচ শান্ত আৰু সমাহিত।

অদিতি বহাৰপৰা উঠিল আৰু পাকঘৰ পালেগৈ। গেছ জ্বলাই তাই চাহৰ পানী উঠাই দিলে। চাহ একাপ নে দুকাপ কৰিব? একাপেই হ'ব । অবিনাশ শুই আছে। জগাই দিবলৈ মায়া হয়। চাহ একাপ কৰি থৈ তাই শুই থকা অবিনাশক এবাৰ চাবলৈ আহিল। খোজৰ শব্দতে সি সাৰ পালে। ৰাতিটো শোৱাই নাই। ইফালে আজি অফিচো আছে। সি চকু মেলিলে। 'তুমি উঠিলাই দেখোন।' তাই ক'লে। 'অকণমান নোশোৱা কেলেই?'

'টোপনি ভাগি গ'ল।' অবিনাশে ক'লে। 'চাহ কৰিছা নেকি? একাপ দিবা।'

'আনিছো ৰ'বা।' তাই পাকঘৰ পালেগৈ, আৰু অলপ পাছতে আৰু একাপ চাহ লৈ শোৱনি কোঠালৈ সোমাই আহিল। অবিনাশে মুখ-হাত ধুলে। তাই পাকঘৰতে চাহ একাপ থৈ আহিছিল — সাবিত্ৰীক খাবলৈ ক'লে। ৰাতিপুৱাৰ পাকঘৰৰ কাম পৰাপক্ষত তাযেই কৰে। সাবিত্ৰী বাহিৰৰ কামত লাগে। চাহ দুকাপ হাতত লৈ তাই আৰু অবিনাশ বাহিৰলৈ ওলাই আহিল। বাৰাণ্ডাত ৰাতিপুৱাৰ সোণালী ৰ'দ। ৰ'দৰ উত্তাপ কমিবলৈ লৈছে। ৰঙো কমিছে। 'চাহ খোৱা।' অবিনাশৰ হাতত চাহ কাপ দি তাই ক'লে। 'আজি অফিছলৈ যাবানে নোযোৱা?'

'ৰ'বাচোন, ভট্টাচাৰ্যৰ খবৰ এটা লওঁ।' অবিনাশ টেলিফোনৰ ফালে আগবাঢ়িল। কথোপকথনৰপৰা তাই গম পালে — ভট্টাচাৰ্যৰ অৱস্থা উন্নতি হোৱাতো নায়েই, বৰঞ্চ অৱনতিহে ঘটিছে। হঠাতে তাইৰ মনটো বেয়া লাগিবলৈ আৰম্ভ কৰিলে। অলপ আগতে তাইৰ মনটো উখল-মাখল হৈ আছিল। তাই সোমাই আছিল কবিতাৰ দেশ এখনত। এতিয়া কিয় তাই বিষাদগ্ৰস্ত হৈ পৰিছে। আশ্ৰয়ৰ বাবে আকৌ তাই আকাশলৈ চালে। এনেকৈয়ে — এনেকৈয়ে কিজানি মানুহ লাহে লাহে নোহোৱা হৈ যায়। মানুহৰ জীৱন পৰিক্ৰমা এনেকৈয়েই কিজানি শেষ হয়। মানুহৰ মৃত্যু হয়। মানুহ গুচি যায় মাটিৰপৰা আকাশলৈ — আকাশৰো অজান্তিমুলুকৰ দেশ এখনলৈ, এদিন তায়ো গুচি যাব। যিদৰে ভট্টাচাৰ্য বোলা মানুহজন গুচি যাবলৈ সাজু হৈছে।

অবিনাশ আহি তাইৰ ওচৰতে বহিলহি। 'ভট্টাচাৰ্যৰ অৱস্থা বেয়াহে হৈ আহিছে। ডাক্তৰেও আশা এৰি দিছে। ভায়েকজনো আহি পোৱাহি নাই।' অবিনাশ কিছু চিন্তিত হৈ পৰিল। অদিতিয়ে মুখেৰে নামাতিলে। দুয়ো চাহ খাবলৈ লাগিল।

এয়াই জীৱন, আৰু মৃত্যুৱেই হ'ল জীৱনৰ পৰম সত্য। মৃত্যু জীৱনৰ আৰম্ভণি নে জীৱনৰ শেষ? মৃত্যুক জয় কৰিবলৈকেতো এদিন এজন ৰাজকুমাৰ মাজনিশা

পত্নী পুত্ৰক ত্যাগ কৰি গহীন অৰণ্যলৈ ওলাই আহিছিল। শোক-তাপ, জড়া-মৃত্যুৰপৰা পৰিত্ৰাণৰ উপায় কোনটো? অদিতিয়ে আকৌ আকাশলৈ চালে, যেন ৰাতিপুৱাৰ সোণালী আকাশখনতে তাৰ উত্তৰ আছে। আছেনে? হয়, হয় আছে, মহাজীৱনৰ পথ। এই জীৱনৰপৰা উত্তৰণৰ পথ। সাগৰৰ পথ। ভগীৰথে জনগণৰ বাবে গংগা আহ্বান কৰাৰ পথ। প্ৰেমৰ পথ। যুগে যুগে মানুহৰ অবিৰত সন্ধান এই পথৰেই। 'বৰ ভাল মানুহ আছিল ভট্টাচাৰ্য।' অবিনাশৰ মাতটো গধুৰ হৈ পৰিল। 'উদাৰ। লোকৰ দুখত দুখী, আৰু সুখত সুখী। সকলোৰে দুখ নিজে গ্ৰহণ কৰি নীলকণ্ঠ হোৱা মানুহ।' চাহকাপ খোৱা শেষ হৈছিল। অবিনাশে কাপটো হাতত লৈযেই থাকিল। 'নিজে নিজে মানুহ হোৱা মানুহ। সৰুতেই দেউতাক ঢুকাল। ভায়েক-ভনীয়েকহঁতক পঢ়াই-শুনাই মানুহ কৰিলে। নিজৰ বিয়া-বাৰু নহ'লগৈ। দুবছৰৰ আগলৈকে মাক লগত আছিল। মাক ঢুকাল। এতিয়া তেনেই অকলশৰীয়া। একো নাপালে জীৱনত।'

অদিতিয়ে এইবাৰো মুখেৰে একো নামাতিলে। ভট্টাচাৰ্য বোলা মানুহজনক তাই বৰকৈ লগ পোৱাই নাছিল। দুবাৰ নে এবাৰ দেখা। পাছে ভাল মানুহ এজন— অবিনাশে কৈছে জীৱনত একোৱেই নাপালে বুলি — একোৱেই নোপোৱা মানুহ এজন গুচি যাবলৈ ওলাইছে — দুখ কৰিবৰ বাবে সেইটোৱেই যথেষ্ট নহয়নে? আৰু অবিনাশে যে কৈছে, জীৱনত একোৱেই নাপালে মানুহজনে, এই কথাটোত অদিতিৰ মতানৈক্য আছে। নাপালেনে? একোৱেই নাপালেনে জীৱনত ভট্টাচাৰ্যই। এনেকুৱা মানুহো আছেনে পৃথিৱীত যি জীৱনত একোৱেই নাপায? সম্ভৱ কথানে এইটো? আচলতে কোনে কি পায বা নাপায সেই কথাটো মানুহজনে নিজেহে থিৰাং কৰে। ওপৰা-উপৰিকৈ চাই অইনে থিৰাং কৰিব নোৱাৰে। আৰু একো নোপোৱা কথাটো কেনে ধৰণৰ কথা? সুখ যদি নাপায তেন্তে দুখ, আনন্দ যদি নাপায় তেন্তে বেদনা, — একো নোপোৱা কথাটো অবিশ্বাস্য। জীৱনত কিমানখিনি পোৱাটো সুখ, আৰু কিমানখিনি নোপোৱাটো দুখ? চৰাই এহালে খেৰ কূটা কঢ়িয়াই বাহ সাজি, কণী পাৰি, বুকুৰ উত্তাপ দি পোৱালি উলিয়াই বাহটো পৰিপূৰ্ণ কৰাটো নিশ্চয় আনন্দদায়ক কথাই — লগতে পোৱালিক ডাঙৰ-দীঘল কৰি, খুটি খাব পৰা কৰি নিজৰ লগৰপৰা আঁতৰ কৰি পঠিযাই দিযাত কেৱল বাহটো শূন্য হৈ যোৱাৰ দুখেই নাথাকে — নতুন বাহ এটা সাজিবলৈ খেৰ কূটা কঢ়িওৱাৰ উদ্যমটোৰ আনন্দ এটাও থাকে। পাছে, এতিয়া হস্পিটেলত মৃত্যুৰ লগত যুঁজ দি অজ্ঞান

অৱস্থাত থকা ভট্টাচাৰ্যৰ এই দুখ জাগতিক দুখ-সুখৰপৰা বহুত উৰ্ধলৈ যাবলৈ বৈ আছে।

'তুমি আজি অফিছলৈ যাবানে নোযোৱা?' বহুতপৰ মনে মনে থকাৰ পাছত অবিনাশক অদিতিয়ে প্ৰশ্ন কৰিলে।

'অফিছলৈ যাবই লাগিব। অফিছৰ পৰাই বাহিৰে বাহিৰে হস্পিটেললৈ যাম। ভট্টৰ ভাযেক এতিযাও আহি পোৱাহি নাই।'

'নাহিব নেকি?'

'কেলেই নাহিব? আহিব চাগে।'

'তেন্তে অহা নাই কেলেই?'

'কেনেকৈ জানিবা কেলেই আহি পোৱাহি নাই। মানুহৰ কত কি অথন্তৰ হ'ব পাৰে। কি হৈছেবা।' কথাকেইটা কৈ অবিনাশ থিয হ'ল। 'মই গাটো ধুই লওঁ। গা ধুই পাৰিলে অকণমান শুম। তুমি বহিযেই থাকিবানে?'

'নবহোঁ। মোৰো বহুত কাম। কালি ছাৰে টেলিফোন কৰিছিল। তেখেত ইযালৈ আহিব। তোমাৰতো সময নহ'ব। বজাৰলৈ মযেই যাব লাগিব।'

'ছাৰ আহিব নেকি?' অবিনাশ আনন্দিত হৈ পৰিল।

'বহুত দিন তেখেত নাছিল নহয — কেতিযা আহিল? আগৰবাৰ ছাৰক লগেই নাপালোঁ। এইবাৰ ভালকৈ কথা পাতিব লাগিব।'

অদিতিযে একো নামাতিলে। খালি হোৱা কাপ দুটা লৈ তাই ভিতৰলৈ বুলি উঠিল। যাওঁতে কৈ গ'ল — 'বাবলীৰ খবৰ পাই আছোঁ। বাপনেহে খা-খবৰ দিয়াত অনিযম কৰে। ল'ৰাটোলৈ চিন্তাই লাগে।'

'সিহঁতৰ বাবে চিন্তা নকৰিবা, মাথো কুশল কামনা কৰাঁ। সিহঁতে সিহঁতৰ জীৱন পাওক, আমি আমাৰ জীৱন। সিহঁতৰ জীৱন আৰু আমাৰ জীৱন — জীৱন খেলিমেলি নকৰিবা।' অবিনাশ গাধোৱা ঘৰত সোমাল।

অদিতি পাকঘৰলৈ আহিল। ৰাতিপুৱাৰ জলপান আৰু ভাত দুইটাই লাগিব। অবিনাশে ভাত খাই অফিছলৈ যাব, তাই আৰু সাবিত্ৰীযে খাব জলপান। তাই গতনো কিহেৰে ৰান্ধিব তাকে এক মিনিট ভাবিলে। হ'ব, মাছ আছে। মাছৰ লগত মিলাই পাচলি আছে। সাবিত্ৰীয়ে শেৱালি ফুল অলপ শুকুৱাইছে, খাৰ ৰান্ধিব পৰা যাব। অবিনাশে ভাল পায। তাই খৰধৰকৈ কাম কৰিবলৈ লাগিল।

এই যে অবিনাশে ক'লে, 'সিহঁতে সিহঁতৰ জীৱন পাওক, আমি আমাৰ জীৱন।' প্ৰত্যেকেই নিজা নিজা জীৱন পায় নেকি? ইটো জীৱনৰ লগত সিটো

জীৱন সাঙোৰ খাই থাকেনে নাথাকে? ইটো জীৱনে সিটো জীৱনক আমন্ত্ৰণ জনাই নে নজনাই? মানুহে নিজৰ জীৱন নিজে পায নে? তাই পাইছেনে? অবিনাশে, অথবা পুৰ্ণেন্দুৱে? কেনেকৈ পাব পাৰি নিজে নিজৰ জীৱন? জীৱন হাতেৰে ধৰিব নোৱাৰি। হাতেৰে ধৰিব নোৱাৰিলে জীৱনে নিজে কাৰো হাতত ধৰা নিদিযে। জীৱনক সাধনা কৰিব পাৰি। অথবা জীৱনটোক আজীৱন খেদি থাকিব পাৰি। এই যে ভট্টাচাৰ্য বোলা মানুহজন, কষ্ট কৰি নিজকে প্ৰতিষ্ঠা কৰিলে, ভাই-ভনীৰ প্ৰতি দায়িত্ব পালন কৰিলে, মাকৰ প্ৰতি থকা দায়িত্ব পালন কৰিলে, নিজৰ প্ৰতি তেওঁ দায়িত্ব পালন কৰিলেনে নাই? মানুহৰতো নিজৰ প্ৰতিও এটা দাযিত্ব থাকে। নে, আজীৱন অইনৰ প্ৰতি থকা দাযিত্ব পালন কৰি চিৰকুমাৰ ব্ৰত লৈ জীৱনৰ এটা অংশ তলা-চাবি মাৰি বাকচত ভৰাই তেওঁ যি পালে সেযাই তেওঁৰ নিজৰ জীৱনৰ প্ৰতি কৰা দাযিত্ব পালন? ক'ব নোৱাৰি। মানুহৰ জীৱনত কিয় প্ৰতিটো ঘটনাই ইমান অৱধাৰিতভাৱে ঘটে, ক'ব নোৱাৰি।

অদিতি কামত মগ্ন হ'ল। গা ধুই অবিনাশে অকণমান টোপনি যাবলৈ চেষ্টা কৰি বিছনাত পৰিল। কিন্তু বেছি সময সি শুই থাকিব নোৱাৰিলে। টোপনি খতি হ'লেও অসময়ত শোৱা তাৰ অভ্যাসৰ বাহিৰত। বাতৰি কাগজখন হাতত লৈ সি আগফালৰ বাৰাণ্ডাত বহিলগৈ।

ভাত-পানী খাই এসময়ত অবিনাশো অফিছলৈ গ'লগৈ। পাকঘৰৰপৰা ওলাই অদিতিযে গা ধুলে, গোসাঁইৰ চাকিগছ জ্বলালে, আৰু বাতৰি কাগজখন পঢ়িবলৈ বুলি বহিল।

ভয়ংকৰ ঘটনা। বাতৰি কাগজত সদায ভযংকৰ ঘটনাই প্ৰকাশ পায়। অবিশ্বাস আৰু হিংসা, দুখ-দৈন্য আৰু 'অপ্ৰেম'ৰ ঘটনাই সদায বাতৰি কাগজৰ পৃষ্ঠা দখল কৰে। প্ৰথম পৃষ্ঠাত ছপা হোৱা ঘটনা। অফিছৰপৰা আহি স্বামীযে গম পালে, তেওঁৰ শিশু পুত্ৰ আৰু স্ত্ৰীক হত্যা কৰা হৈছে। ডিঙি চেপি মাক আৰু পুতেকক হত্যা কৰি দুখন বিছনাত এনেদৰে শুৱাই থোৱা হৈছে যে তেওঁলোক যেন শুইহে আছে। ঘৰৰ বয়-বস্তু, তিৰোতাগৰাকীৰ ডিঙিৰ হাৰ, হাতৰ বালা, গড্ৰেজৰ টকা, সোণৰ গহনা, কাগজ-পত্ৰ একোতে হাত দিযা নাই। সন্দেহবশতঃ স্বামীক গ্ৰেপ্তাৰ কৰি জেৰা কৰি থকা হৈছে।

কি নৃশংস ঘটনা। দুটা জীৱ ডিঙি চেপি হত্যা কৰা — তাতে জীৱ দুটাৰ এটা দেৱশিশু, এটা অবলা দুৰ্বলা নাৰীৰ — হাত নকঁপিল নে কাৰো? তেওঁলোকে কি এনে অন্যায় কৰিছিল যে পৃথিৱীৰপৰাই বিদায লৈ যাব লগা হ'ল। তেওঁলোক

জীয়াই থকাৰ যি পৃথিৱী প্ৰদত্ত অধিকাৰ তাৰপৰা তেওঁলোকক বঞ্চিত কৰা গ'ল। অদিতিৰ বুকুৰ ভিতৰখন ধৰফৰাই উঠিল। তাই এটা দীঘল উশাহ ল'লে। এনেকৈয়ে— এনেকৈয়েই প্ৰেমৰ অবিহনে মানুহ হৈ পৰে অমানুহ। মানুহ হৈ পৰে পিশাচ। এনেকৈয়েই উত্তৰণৰ পথ পৰিহাৰ কৰি মানুহ নামি আহে নৰকলৈ। এনেকৈয়েই স্বৰ্গচ্যুত হয় মানুহ। মানুহ এনেকৈয়ে অন্ধকাৰত সৰ্বহাৰা হৈ পৰে। হৃদয়খন শুকান মৰুভূমি এখন হ'বলৈ গৈ আছে। হৃদয় বৃত্তি বুলিবলৈ একো নাই। কেৱল মিথ্যা আৰু ছলনাৰ ওপৰত মানুহৰ সম্পৰ্ক প্ৰতিষ্ঠিত হৈছে। সেয়ে মানুহৰ মাজত কোনো সম্পৰ্কই চিৰস্থায়ী হ'বগৈ পৰা নাই। মানুহৰ হৃদয়হীনতাই ঘটোৱা অৱধাৰিত ঘটনাবোৰো সেয়ে ভয়ংকৰ হ'বলৈ বাধ্য হৈ পৰিছে।

অদিতিয়ে বাতৰি কাগজখন জাপি-কুচি একাষৰীয়া কৰি থৈ দিলে। এনেকুৱা বাতৰিৰ প্ৰযোজন নাই। বাতৰি কাগজ তাই হাতলৈ সেইদিনাহে তুলি ল'ব, যিদিনা কাগজত মানুহৰ বাবে দুখন প্ৰসাৰিত হাতৰ বাতৰি ওলাব। যিদিনা এই বাতৰি পৰিৱেশিত হ'ব যে, সেই দুই প্ৰসাৰিত হাতৰ মাজলৈ সোমাই পৰিছে পৃথিৱীৰ সমস্ত প্ৰাণীকুল। সেই দুই হাতৰ স্পৰ্শত সেউজীয়া হ'বলৈ আৰম্ভ কৰিছে গছ-লতিকা। বতাহত দোল খাইছে সোণালী শস্যৰ থোক। নদীৰ পানীত দেখা পোৱা গৈছে ৰূপালী মাছৰ খেলা। শুনা গৈছে চৰাইৰ কলৰৱ। নিৰ্ভযতা প্ৰদান কৰা হৈছে পশুকুলক। নষ্ট কৰা হৈছে ধ্বংসকাৰী সমস্ত মাৰণাস্ত্ৰক। শেষ হৈছে মানুহৰ তেজৰ পিপাসা। জীৱনলৈ পুনৰ উলটি আহিছে কবিতা আৰু সংগীত। ছবিযে প্ৰাণ পাই কথা ক'বলৈ আৰম্ভ কৰিছে। বুকুৰ মাজৰ ভূমিখণ্ড প্ৰদূষণমুক্ত অঞ্চল বুলি ঘোষণা কৰা হৈ গৈছে। কেৱল প্ৰেমৰ শক্তিৰে মানুহ হৈছে মহীয়ান। মানুহ হৈছে মানুহ। অমানুহো হৈছে মানুহ। উলটি আহিছে বিশ্বাস। লোপ পাইছে দানৱতা। সমস্ত মানুহৰ বুকুৰ মাজত লহপহকৈ গজি উঠিছে আশ্বাস, আশা আৰু প্ৰত্যযৰ এজোপা গছ। মানুহে বুজি উঠিছে যে মৰণশীল মানুহক মাৰিবৰ বাবে বেলেগে মাৰণাস্ত্ৰৰ প্ৰযোগ কৰিবলগীযা কথা নহয। মহাকালে মানুহকে নহয, সকলোকে গ্ৰাস কৰিবই, সেযে বন্ধ হৈছে অস্ত্ৰৰ প্ৰয়োগ, বন্ধ হৈছে হত্যাৰ। মানুহে মানুহক জীয়াই থকাৰ পৃথিৱী প্ৰদত্ত সেই প্ৰাথমিক অধিকাৰ ৰক্ষাত সহায় কৰিবনে?

দিনৰ দিনটো অদিতিৰ মনটো বেয়া লাগি থাকিল। মন বেয়া লাগিলেও তাই কৰিবলগীয়া কামবোৰ কৰি গ'ল। আলহীৰ কোঠাটো পৰিষ্কাৰ কৰিলে, বিছনা ৰ'দত দিলে, নতুন বিছনা চাদৰ পাৰিলে, গাৰুতো লগালে নতুন গিলিপ, ফুলদানিৰ ফুল সলালে, বেৰৰ ছবিখনত ধূলি পৰিছিল — মোহাৰিলে। ফুলি থকা গুটিমালি

ফুলৰ টাব এটা আনি আলহী কোঠাৰ বাৰাণ্ডাত থ'লে। আলহী কোঠাৰ গাধোৱা ঘৰৰ মজিয়াখন ঘঁহি ঘঁহি চকচকীয়া কৰি, নতুন চাবোন আৰু টাৱেল থ'লে। তাৰ পাছত তাই বজাৰলৈ গ'ল। বজাৰৰপৰা বিশেষ আনিবলগীয়া বস্তু তেনেকৈ নাছিলেই। দুই-এটা সৰু-সুৰা বস্তু, বতৰৰ পাচলি আৰু মাছ কিনি তাই যেতিয়া উলটি আহিল, তেতিয়া দেখিলে অবিনাশ অফিছৰপৰা আহি পাইছেহি।

আজিওতো জোনাক। সন্ধিযাৰ মায়াময জোনাক। জোনাক দেখিহে দিনৰ দিনটো বেয়া লাগি থকা অদিতিৰ মনটো ভাল লাগিল। আজিও শেৱালি ফুলিছে। ৰাতিপুৱালৈ আজিও শেৱালি সৰিব। আঃ কিমান আনন্দদায়ক ঘটনা ঘটে পৃথিৱীত! পৃথিৱীত ঘটা প্ৰতিটো ঘটনা পৃথিৱীৰ বাবে অৱধাৰিত ঘটনা নে মানুহৰ বাবে ঘটা একা একোটা অৱধাৰিত ঘটনা? অদিতিৰ মনৰপৰা হ্ৰাস পাই আহিল দিনটোৰ গধুৰতা। লাহে লাহে তাই চঞ্চল হৈ পৰিল। আৰু গৰমৰ দিনত আবেলি পুখুৰীৰ পাৰৰ ছাঁ পৰা ঠাইত্তু ববচা বন এডালৰ ওপৰত পৰি চঞ্চলভাৱে উঠা-নমা কৰা খৰিকাডালৰ সমান জিঁযা পোৱালি এটা হৈ পৰিল। উৰা মাৰি গৈ তাই আগফালৰপৰা পাছফাল পালেগৈ। পাছফালৰপৰা অবিনাশৰ ওচৰলৈ আহিল। শোৱনি কোঠাৰ বিছনাত শুই থকা অবিনাশৰ ওচৰত বহি তাৰ হাতৰ মাজত ভৰালে হাত, বুকুত থ'লে মূৰ, গুণগুণালে ৰবীন্দ্ৰ সংগীতৰ কলি। তাই অবিনাশক সুধিলে — 'কোৱাঁচোন, মোৰ মনটো ইমান ভাল লাগিছে কিয? ক'ব পাৰিবা?'

'কালিলৈ ছাৰ আহিব, সেইবাবে?'

'হ'বও পাৰে, নহ'বও পাৰে। অইন এটা কাৰণ কোৱাঁ।'

'বাবলী আৰু বাপনৰ খবৰ পাম বুলি ভাবিছা।'

'অইন এটা কোৱাঁ।'

'আজি বজাৰলৈ যাওঁতে তুমি বহুদিনৰ পুৰণি চিনাকি অথচ বহুদিন যাক লগ পোৱা নাই তেনে কাৰোবাক লগ পালা?'

'তুমি একো নাজানা।' অদিতিযে অবিনাশক ক'লে।

'কালিলৈ ছাৰ আহিব। ইফালে কালিলৈ জোনাকে ওপচাই দিব পৃথিৱী। ছাৰে আমাৰ ঘৰত এখন ছবি আঁকিব। তুমি আৰু মই একেলগে বহি ছাৰে ছবি আঁকা চাম। বুজিছা?'

'বুজিলোঁ।' অবিনাশৰ হাঁহি উঠিল। আৰু সি হাঁহি হাঁহিয়েই ক'লে, 'তুমি অনবৰতে কল্পনাৰ জগত এখনত বাস কৰা নেকি অদিতি? দুখ আছে। বহুত দুখ আছে তোমাৰ কপালত। বাস্তৱলৈ আহাঁ। আৰু বাস্তৱটো গ্ৰহণ কৰাঁ।'

'কোনে ক'লে মই বাস্তৱক গ্ৰহণ কৰিব পৰা নাই বাবে কল্পনাৰ জগতত থাকোঁ বুলি? বাস্তৱক গ্ৰহণ কৰি মই মাথো কল্পনাৰে বোলাই লওঁ।' তাই অবিনাশৰ বুকুত সোমাল। 'বাহিৰত কিমান জোনাক! প্ৰকৃতিয়ে আমাক কিমান অকৃপণভাৱে জোনাক দিছে। এইটো কি? বাস্তৱ নে কল্পনা? আমি গ্ৰহণ কৰিব পৰা নাই কিয়? কাৰণ আমাৰ কল্পনা নাই। কিছুমান কথাৰ বাবে কল্পনা অপৰিহাৰ্য। কথাটো তুমি বুজিছানে? অ' তুমি শুম বুলি কৈছিলা নহয, শোৱাঁ। মই বাহিৰলৈ যাওঁ।'

অদিতি বাহিৰলৈ আহিল। সোনকালে সন্ধিয়া হৈছে বাবে সময়টো ধৰিব নোৱাৰি। আচলতে সময় বেছি হোৱা নাই। কাষৰ ঘৰৰ ল'ৰা-ছোৱালীকেইটাই পাঠ আওঁৰাবলৈ লাগিছে। তাই পদূলিমূৰলৈকে গৈ এনেয়ে ইফাল-সিফাল কৰি থাকিল। সময় গৈ থাকিবলৈ ধৰিলে। গৈ থকাই সময়ৰ কাম। গৈ থাকক।

পাছদিনা আগবেলাতেই পূৰ্ণেন্দু আহিল। তাই ব্যস্ত হৈ পৰিল। অবিনাশে আগ বঢ়াই আনিলেগৈ।

'কি খবৰ অদিতি?' পূৰ্ণেন্দুৱে সুধিলে। 'ভালে আছা? বহুত দিনৰ মূৰত লগ পালোঁ নহয়নে?'

'আহক ছাৰ। আপোনালৈ বৰ মনত পৰি আছিল।'

'হয় নেকি?' পূৰ্ণেন্দুৱে ধুনীয়াকৈ হাঁহিলে। অবিনাশে পূৰ্ণেন্দুৰ বয-বস্তুবোৰ আলহী কোঠাত থৈ আহিল।

'আপুনি আহিব বুলি এওঁ উৰুলিকৃত হৈ আছে।' অবিনাশে পূৰ্ণেন্দুক ক'লে। 'অদিতি, ছাৰক চাহ একাপ দিয়া।'

'দিছোঁ।' অদিতি পাকঘৰ পালেগৈ, আৰু চাহ দুকাপ হাতত লৈ ওলাই আহিল। একাপ চাহ অবিনাশৰ হাতত দি ইকাপ পূৰ্ণেন্দুলৈ আগ বঢ়াই দিলে। মানুহজন অকণমান ক্ষীণাইছে নেকি বাৰু? ওচৰতে বহি লৈ তাই একান্ত মনে মানুহজনক নিৰীক্ষণ কৰিবলৈ ধৰিলে। নাই ঠিকেই আছে। ভাত-পানী খাই অকণমান শুব পাৰিলেই তেখেতৰ মুখলৈ উজ্জ্বলতা আহিব। বয়সক পৰাজিত কৰা মানুহ। মানুহজনৰ পিঠিত এটা মাহ আছে। অদিতিৰ মনত আছে। বুকুখন বৰ বহল। মানুহৰ বুকুৰ জোনাকৰ কথা ভবা মানুহ। বুকুখন বহল আৰু উজ্জ্বল নহ'বনে?

অবিনাশ বজাৰলৈ গ'ল। অসুবিধা হ'ব বুলি ভাবি তাই আগদিনাই মাছ, পাচলি আদি আনি থৈছিলেই। তথাপিও গ'ল। বজাৰ কৰাটো অবিনাশৰ চখ। তাতে লক্ষ্মী পূজা বুলি অফিছো বন্ধ। লক্ষ্মী পূজাত তাই মাছ-মাংস নাখায়। অবিনাশ আৰু পূৰ্ণেন্দুৱে খাব চাগৈ।

ভাত-পানী ৰান্ধিবলৈ সাবিত্ৰীয়ে যা-যোগাৰ কৰিলে। তাই আলহী কোঠালৈ পূৰ্ণেন্দুক এবাৰ চাই যাবলৈ আহিল। বিছনাত ওপৰমুৰাকৈ শুই পূৰ্ণেন্দুৱে আলোচনী এখন চাই আছিল। তাইৰ খোজৰ শব্দ শুনি আলোচনীখন নমালে। 'অ' অদিতি।' পূৰ্ণেন্দুৱে ক'লে। 'আহাঁ, বহাঁ মোৰ ওচৰত।'

সাবিত্ৰীয়ে ভাতৰ যা-যোগাৰ কৰি আছে। অবিনাশ বজাৰৰপৰা আহি পোৱাহিযেই নাই। তাই গৈ পূৰ্ণেন্দুৰ ওচৰত বহিলগৈ। গাৰুত আঁউজি ইতিমধ্যে পূৰ্ণেন্দুৱো বিছনাতে বহিছে। 'চাহ একাপ খাব নেকি ছাৰ? ভাত হ'বলৈকো বহুত সময় আছে।' তাই পূৰ্ণেন্দুক সুধিলে। 'নাখাওঁ।' বৰ লাহেকৈ পূৰ্ণেন্দুৱে শব্দটো উচ্চাৰণ কৰিলে। তাইৰ এনে লাগিল শব্দটো যেন একেবাৰে উত্তাপবিহীন। সামান্য শব্দ এটা ইমান উত্তাপ বিহীন হয়নে? তাই পূৰ্ণেন্দুৰ মুখলৈ চালে। কি কথা লিখা আছে পঢ়িবৰ উপায় নাই। যেন বৰ ডাঙৰ ধুমুহা এটা আহিছিল। এতিয়া ধুমুহা শেষ হ'ল। কিন্তু ধুমুহাটোৱে এৰি থৈ যোৱা নিৰুত্তাপ এটাই বিচৰণ কৰি ফুৰিছে পূৰ্ণেন্দুৰ বুকুৰ মাজত সৰ্বত্ৰ। তাঁই কিছুপৰ মানুহজনৰ মুখলৈকে চাই থাকিল। পূৰ্ণেন্দুৱে তাইৰ পিঠিত হাত থ'লে। 'তোমালৈ মোৰ অহৰ্নিশ মনত পৰি আছিল অদিতি। মই ক'তো শান্তিৰে থাকিব পৰা নাছিলোঁ। আমেৰিকাতো। ইযাতো।' নিৰুত্তাপ কণ্ঠস্বৰলৈ উত্তাপ এটা আহিছে। 'আচলতে ইমান দিনে মই কিজানি তোমাৰ ওচৰতেই আছিলোঁ। অনুভৱ কৰিছিলানে তুমি?'

কোনে কথা কৈছে অদিতিক? পূৰ্ণেন্দুৱেই নে? নহয। কোনে হাত থৈছে অদিতিৰ পিঠিত? পূৰ্ণেন্দু হয় জানো? তেন্তে তাইৰ ওচৰত বহি আবেগ জড়িত কণ্ঠেৰে কথা কৈ থকা এইজন কোন? এইজনতো পূৰ্ণেন্দু নহয। এইখন হাত অদিতিৰ পিতৃৰ হাত। এই হাত তাইৰ পুত্ৰৰ হাত। এই হাত পৃথিবীৰ প্ৰতিজন ভাল মানুহৰে পৰম মংগলময় হাত। এই হাত শুভ শক্তিৰ হাত, মংগলৰ হাত। কিজানি এই দুখন প্ৰসাৰিত হাতৰ মাজলৈ বহু দিনৰ আগতে, শতিকাৰ প্ৰাক মুহূৰ্ততে সোমাই গৈছিল পৃথিবীৰ সমস্ত জীৱকুল। গজাল আৰু হাতুৰীৰ আঘাতত ক্ষত-বিক্ষত হোৱা কিজানি এয়ে সেই দুহাত — কিজানি এযে সেই পৰম আবেগবিহ্বল কণ্ঠস্বৰ, উচ্চাৰিত হৈছিল প্ৰেমময মহাবাণী। বহুত দিনৰ আগতে, হয়, হয, বহু শতিকাৰ আগতে এইজন মানুহেই চাগে পৃথিবীৰ মানুহক প্ৰেমদান দিছিল। অদিতিৰ চকু চলচলীয়া হ'ল। তাই ক'লে, 'মোৰো আপোনালৈ বৰ মনত পৰি আছিল ছাৰ। কাৰণ আপুনি জানে, আপোনাৰ মাতটো শুনিলেই মই প্ৰচুৰ সাহস আৰু আশ্বাস পাওঁ। আপোনাক লগ পালেতো কথাই নাই।' শাড়ীৰ আঁচলৰে তাই এপাকত

মুখখন মচি ল'লে। তেখেতৰ সমুখত চলচলীয়া চকু? মানুহজনক অপমান কৰা হ'ব। 'এনে লাগিছিল যেন মোৰ দিন শেষ হৈ আহিছে। তোমাক আৰু লগ নাপাম। উস, বৰ কষ্টকৰ দিন গ'ল মোৰ!' পূৰ্ণেন্দুৱে তাইৰ পিঠিৰপৰা হাত নমাই আনিলে। 'তুমি মোক প্ৰতি মুহূৰ্ততে অনুপ্ৰেৰণা দি আছা। তোমাক বাৰে বাৰে লগ নোপোৱা মানেই তোমাক মই বাৰে বাৰে হেৰুৱাই পেলোৱা। আৰু বাৰে বাৰে তোমাক হেৰুৱাই পেলোৱা মানেই বাৰে বাৰেই মোৰ জীৱনত ঘটা একো একোটা অঘটন।'

'ছাৰ ঘটনাবোৰ সদায়েই অৱধাৰিত। অঘটনেই হওক বা সুঘটনেই হওক ঘটনাবোৰ আমাৰ জীৱনত ঘটাৰ বহু আগতেই নিৰ্দিষ্টভাৱে ঘটি থাকে। সময়ৰ ক্ৰমত আমি গৈ কেৱল ঘটনাবোৰ লগ পাওঁগৈ।' অদিতি থিয় হ'ল। খিৰিকিৰ পৰ্দাখন তাই কোঁচাই দিলে। কোঠালিটো আৰু পোহৰ হৈ পৰিল। বাহিৰত অক্টোবৰ মাহৰ দিন অৱশেষৰ কোমল ৰ'দ। 'কথাটো মই এনেকুৱা বুলি ভাবোঁ ছাৰ। হয়তো মোৰ ভুলো হ'ব পাৰে। ঘৰৰ পৰিবেশ, সমাজৰ পৰিবেশ, ঘৰুৱা আৰু আনুষ্ঠানিক শিক্ষা, ওচৰ চুবুৰীয়া, বন্ধু-বান্ধৱ, আত্মীয়-কুটুম্বই দিয়া শিক্ষা, পূৰ্বপুৰুষৰপৰা আমি তেজত বহন কৰি অনা শিক্ষা অথবা সংস্কাৰ, এইবোৰ সকলো মিলি মানুহ এজনৰ মনস্তত্ত্ব গঢ লয। এই সকলোবোৰপৰা পৰিপুষ্টি লাভ কৰি মানুহজনে যিবোৰ কাম কৰে সেই কামৰ ফলাফল তেওঁ নিজে গ্ৰহণ কৰে। আমি ইযাকে কাৰ্যকাৰণ নীতি বুলি কওঁ। ছাৰ মোৰ ভুলো হ'ব পাৰে।'

'তুমি কৈ যোৱাঁচোন অদিতি।'

'সেযে মই ভাবোঁ আমি কৰা কামবোৰ একোটা অৱধাৰিত ঘটনা বুলি নকৈ অৱধাৰিত ঘটনাৰ অৱধাৰিত ফলাফল বুলি ক'ব পৰা যায। মই আজি কৰা কামটোৰ ফলাফল পাওঁতে মোৰ কেইবাবছৰ সময়ৰো প্ৰয়োজন হ'ব পাৰে। সেই ফলাফলটো, যাক আমি ঘটনা, দুৰ্ঘটনা, অথবা সুঘটনা যি বুলিযেই নকওঁ সেইটো আজিয়েই নিৰ্ধাৰিত হ'ল নে নাই? সেযে মই কওঁ, আমাৰ জীৱনৰ ঘটিব লগা প্ৰতিটো ঘটনা শৃংখলাবদ্ধভাৱে সজাই থোৱা থাকে। মাথো সময়ৰ ক্ৰমত আমি গৈ ঘটনাৰ ওচৰত উপস্থিত হওঁগৈ। হয়নে নহয় ছাৰ? আপুনি কি বুলি ভাবে?'

'বোধহয় তুমি ঠিকেই কৈছা অদিতি।' পূৰ্ণেন্দুৱে অদিতিৰ চকুলৈ চালে। 'বহুত দিনৰ আগতে মোৰ ছবিৰ প্ৰদৰ্শনী এখনত তোমাক লগ পাই চিনাকি হোৱাৰ ফলাফল হিচাপেইতো তাৰ পাছৰ ঘটনালানি। তোমাৰ চিন্তা আৰু মোৰ চিন্তাৰ মিল আছিল বাবেইতো তোমাক লগ পালোঁ।'

'আপোনাক লগ পোৱাটোও মোৰ বাবে এক অৱধাৰিত ঘটনাই আছিল ছাৰ।

মোৰ শিক্ষা-দীক্ষা, অভিজ্ঞতা, ৰুচিবোধ, চিন্তা আৰু জীৱনবোধে আপোনাৰ মাজতে চাগে এনে এজন মানুহৰ অন্বেষণ কৰিছিল, যি সকলো ধৰণৰ প্ৰাত্যহিকতাৰপৰা মুক্ত, প্ৰেম আৰু যন্ত্ৰণাৰে পৰিপূৰ্ণ যাৰ জীৱন, যাৰ দুহাত সমুখৰফালে প্ৰসাৰিত — তেনে এজন মানুহ। ছাৰ, এওঁ আহি পোৱা নাই। ভাত হ'বলৈকো সময় আছে। চাহকে একাপ খাওক। মই আনোগে ৰ'ব।'

অদিতি পাকঘৰলৈ আহিল। ঠিক তেতিয়াই শুনা গ'ল অবিনাশৰ স্কুটাৰৰ শব্দ। সি বজাৰৰপৰা আহিছে। বজাৰৰ মোনাটো পাকঘৰত থৈ পূৰ্ণেন্দুক মাত এষাৰ লগাই অবিনাশ গা ধুবলৈ সোমাল।

দিনটো শেষ হ'ল, আৰু দিনটো শেষ হওঁ নহওঁতেই পুব আকাশত জিলিকিল কোজাগৰী লক্ষ্মী পূৰ্ণিমাৰ জোন। যেন, পৃথিৱীত সুখ, শান্তি আৰু শীতলতা, প্ৰেম আৰু নিৰাপত্তা, বিশ্বাস আৰু প্ৰত্যয়ৰ মূৰ্তৰূপ হৈ এই পূৰ্ণিমাই জোনটো উছৰ্গা কৰিছে সমূহ জীৱক। আবেলি বেলা গা ধুই অদিতিয়ে এই জোনাকক আদৰণি জনাবৰ বাবে ক্ষীপ্ৰ হাতেৰে পদুলিমূৰত হালধিৰ গুড়ি, চাউলৰ গুড়ি, নীল আৰু সেন্দুৰেৰে আল্পনা এটা আঁকিলেগে। চাকি জ্বলালে। লক্ষ্মী পূজাৰ মাহ-প্ৰসাদৰ যোগাৰ কৰিলে। তাইৰ লক্ষ্মী পূজা শেষ হ'ল। ওচৰ চুবুৰীয়া কেইঘৰলৈ সাবিত্ৰীৰ হাতত মাহ-প্ৰসাদৰ পাত একোখিলা পঠিয়াই তাই পূৰ্ণেন্দু আৰু অবিনাশকো দিলেগৈ। ঠিক তেতিয়াই টেলিফোন বাজিল। টেলিফোনত কথা কোৱা অবিনাশৰ মাতটো বাহিৰৰ বাৰাণ্ডাৰপৰাই তাই বৰ উত্তেজিত শুনিলে। কি হ'ল? কিবা অথন্তৰ? ভট্টাচাৰ্যৰে কিবা হ'ল নেকি? অদিতি চিন্তিত হৈ পৰিল। তাই ভিতৰলৈ সোমাই গ'ল, আৰু অবিনাশৰ সতে মুখামুখি হ'ল। 'কি হ'ল?' তাই সুধিলে। 'কোনে ফোন কৰিছিল?' 'ধৰণী মহন্তই।' অবিনাশে ক'লে। 'ভট্টাচাৰ্যৰ অৱস্থা অত্যন্ত বেয়া। ইফালে ভাযেকহঁতৰ সতেও যোগাযোগ কৰিব পৰা নাই। ভিতৰুৱা গাঁও। টেলিফোন নাই। টেলিগ্ৰাম গৈ চাগে পোৱাই নাই।' সি পূৰ্ণেন্দুৰ ওচৰ পালেগৈ। থোৰতে কথাষাৰ ক'লে। 'ছাৰ মই হস্পিটেললৈ যাওঁ। মানুহজনৰ এনেকুৱা এটা অৱস্থা। ডাক্তৰে আজি নিশাটোহে সময় দিছে বোলে। মই নগ'লেই নহ'ব। আপুনি বেয়া নাপাব। মই টেলিফোন কৰিম।' সি ইচ-আচ কৰিবলৈ লাগিল। 'ইমান দিনৰ মূৰত আপুনি আহিল ছাৰ, মোৰেই কপাল বেয়া। অদিতি ছাৰৰ খোৱা-বোৱাত চকু দিবা। তেখেতে ছবি অঁকাৰ কথা আছিল নহয়, তুমি সুবিধা কৰি দিবা। মোলৈ নৰ'বা।' স্কুটাৰ চলাই অবিনাশ গ'লগৈ।

লক্ষ্মী পূৰ্ণিমা। আজি নিশাটো উজাগৰে থাকিব লাগে। পদূলিৰ লোহাৰ জপনাখন

এপাকত অদিতিয়ে মেলি থৈ আহিলগৈ। আজি নিশা জপনা মাৰিবই নাপায়। কিন্তু উদঙীয়া গৰুকেইটামান আছে। নিয়মটো কৰিছে জপনাখন মেলি থোৱা হৈছে।

ভিতৰলৈ সোমাই আহোঁতে তাইৰ মনটো অলপ গধুৰ হৈ পৰিল। আজি পূৰ্ণেন্দুৱে কোজাগৰী লক্ষ্মী পূৰ্ণিমাৰ জোনাকৰ ছবি আঁকিব। ছবি আঁকি থাকোঁতে তাই আৰু অবিনাশে বহি লৈ চাব — কোঠাটোলৈ জোনাকৰ ৰূপোৱালী ঢল বাগৰিব। শেৱালি আৰু গুটিমালি ফুলৰ গোন্ধ জোনাকৰ সতে একাকাৰ হৈ পৰিব— এনেকুৱা বন্দবস্ত আছিল। গধুৰ মনটোৰে তাই বাৰাণ্ডাত উঠিল আৰু ভিতৰ পালেগৈ। আলহীৰ কোঠাত পূৰ্ণেন্দুৱে ছবি অঁকা ৰং, তুলিকা, কেনভাছ ঠিক কৰি লৈছে ইতিমধ্যে। অদিতি তৎক্ষণাত পাকঘৰলৈ আহিল। লক্ষ্মী পূজা বাবে আজি ভাত খোৱা নহয়। সাবিত্ৰীয়ে মযদা সানিছিল। তাই সাবিত্ৰীক ক'লে — 'সাবিত্ৰী, ছাৰে ছবি আঁকিবলৈ লৈছে। ছবি অঁকা শেষ নহয় মানে তেখেত খাবলৈ নাহে। গতিকে তই চাহ আৰু লুচি দুখনমান লৰালৰিকৈ কৰি দে। মই লৈ যাওঁ। বাকীখিনি লাহে-ধীৰে কৰিলেও হ'ব। লগত খাবৰ বাবে মই মটৰ পনীৰ কৰি ফ্ৰিজত থৈ দিছোঁ। তই ৰৈ থাকিব নালাগে। খাই-বৈ শুই থাকিবি।'

লুচি আৰু চাহ একাপ লৈ অদিতি আলহীৰ কোঠালৈ সোমাই গ'ল। পূৰ্ণেন্দু ইতিমধ্যেই সাজু হৈছে। কোঠালিটোত টেবুল লাইট জ্বলি আছে। খোলা খিৰিকিৰে সোমাই আহিছে মাযাময জোনাক। টেবুল লাইটৰ পোহৰ পৰিছে কেৱল কেনভাছৰ ওপৰত। আলহী কোঠাৰ বাৰাণ্ডাৰ টাবত ফুলা গুটিমালি ফুলজোপাৰ সুবাস বৰ তীব্ৰ। তাই আজি খোপাতো পিন্ধিছে গুটিমালি ফুলৰ থোপা। অদিতিয়ে সৰু মেজখন পূৰ্ণেন্দুৰ ওচৰ চপাই আনিলে আৰু তাৰ ওপৰত চাহৰ ট্ৰেখন থ'লে।

'ছাৰ চাহ খাওক।' তাই ক'লে। 'ছবি আঁকিবলৈ বহিলে আপোনাৰ খোৱাৰ সময নহ'বগৈ।'

'এৰা চাহকাপ খাই লওঁ।' পূৰ্ণেন্দুৱে ক'লে। 'মই তোমাক চাহ একাপৰ কথা ক'ম বুলি ভাবিছিলোঁৱেই। ঘৰত আঁকিবলৈ মোৰ সময নহ'ল। মই আজি তোমাক এখন ছবি উপহাৰ দিম বুলি ভাবিছোঁ।'

'হয নেকি ছাৰ? আপুনি মোক ছবি এখন উপহাৰ দিব নেকি? মোৰ কি ভাগ্য?'

'তোমাৰ ছবি আঁকিম। লক্ষ্মী পূৰ্ণিমাৰ জোনাকত তুমি। ভাল হ'বনে?'

'আপুনি অঁকা ছবি। নহ'বনে ভাল? আগতে চাহকাপ খাই লওকচোন; চেঁচা হ'ব।'

অদিতি গৈ খিৰিকিৰ ওচৰত থিয় হ'লগৈ। পৰ্দাখন কোঁচাই থোৱা আছিল। খিৰিকিৰ সিপাৰৰ সীমাৰ দেৱালৰ কাষৰ কঁঠাল পুলিটোত ফেঁচা এটা বহিছেহি হ'বলা। লক্ষ্মী দেৱীৰ বাহন। কঁঠাল পাতৰ ছাঁত ফেঁচাটোৰ চকু দুটা জিলিকি আছে। জোনাকৰ শৰীৰত শেৱালি ফুলৰ গোন্ধ। আঃ আঃ। বুকুৰ মাজৰ নৈখন ইমান চলচলকৈ বৈ যাব লাগেনে? পাৰৰ গৰাত গজা ইকৰা গছজোপাৰ পাতত বতাহে ইমান কৈ ঠেকা খাব লাগেনে? কোনে সুহুৰি বজাব গ'ল অদিতিৰ বুকুৰ মাজত? নৈৰ স্বচ্ছ পানীত ৰূপালী মাছজাকৰ খেলা। মোৰ কি হৈছে? আজি মোৰ কি হৈছে? খিৰিকিত আঁউজি অদিতিয়ে চকু মুদিলে। জোনাকে খেলা কৰি যাওক মোৰ শৰীৰত। মোৰ শৰীৰটো আকাশৰ পূৰ্ণচন্দ্ৰ হৈ পৰক, আৰু সেই পৰম ক্ষণত মই মৰি যাব পৰা হ'লে! তাইৰ উশাহবোৰ খৰ হ'ল, আৰু তাইক বৰ ব্যাকুল যেন দেখা গ'ল। পূৰ্ণেন্দু তাইৰ ওচৰলৈ আহিল। 'এনেকৈ নহয় অদিতি। মোৰ ফালে চোৱাঁ। মই তোমাৰ ছবি আঁকিম। জোনাকৰ ছবি। মূৰটো অকণমান ওপৰলৈ তোলাঁ। ঠিক আছে। অকনমান এনেকৈ বেঁকাকৈ থিয় হোৱাঁ। অনুভৱ কৰা তুমি অদিতি নহয় — তুমি একো নহয়। কেৱল তোমাৰ বুকুৰ মাজত আজিৰ নিশাটো আছে, আৰু তুমি আজিৰ সেই পূৰ্ণিমাৰ বুকু ভৰা জোনাক। তোমাৰ হাতৰ মুঠিত তুমি স্থিৰ কৰি থৈছা সময়ক। তুমি এই জাগতিক পৃথিৱীৰ নহয়। স্থান কালৰ ওপৰত মহাশূন্যত তোমাৰ অৱস্থান।'

অদিতিয়ে অনুভৱ কৰিছে — ঠিকেই, অদিতিয়ে চিত্ৰকৰ পূৰ্ণেন্দুৱে কোৱা সেই কথাই অনুভৱ কৰিছে। তাই অদিতি নহয় —, তাই একো নহয়। কেৱল জোনাকৰ মায়াময় ৰহস্যময় খেলা। তাইৰ শৰীৰটো হৈ পৰিছে বাৰাণ্ডাত বৰ আলফুলে তাই ৰোপণ কৰা কৃষ্ণকমল ফুলৰ লতাডাল। তাইৰ শৰীৰত ফুলিছে কজলা ৰঙৰ কৃষ্ণকমল ফুল। খিৰিকিত পিঠিখন দি পূৰ্ণেন্দুৰ মুখলৈ চাই তাই বৈ আছে। অকণমান বেঁকাকৈ, মূৰটো তাইৰ কিছু ওপৰলৈ তুলিছে। তাই যেন আকাশলৈ চাইছে। আকাশৰ বহু ওপৰত থকা লাখ লাখ পোহৰ বছৰৰ আঁতৰত থকা কোনো এক মহাজাগতিক নক্ষত্ৰত তাইৰ দৃষ্টি। জোনাকৰ ঢল বাগৰিছে কোঠাত, বাৰণ্ডাত গুটিমালি ফুল ফুলা টাব, ক্ৰমাৎ তীব্ৰতৰ হৈছে তাৰ সৌৰভ। ফুলৰ সৌৰভ আকাশলৈ ধাৱমান হৈছে। গুটিমালি ফুলৰ থোপা খোপাত পিন্ধা অদিতি ক্ৰমাৎ মহাশূন্যৰ ফালে গৈ আছে। তাইৰ হাতৰ মুঠিত সময়; নিঃশব্দতাৰে ভৰপূৰ অথচ শব্দময় সময়। এইমাত্ৰ সময়ে গতিময়তা হেৰুৱাই পেলাইছে। এই যে, পূৰ্ণেন্দুৱে বৰ আলফুলে আঁতৰাই পেলাইছে তাইৰ বুকুৰ পৰা চাদৰৰ আঁচল, খুলি পেলাইছে

ব্লাউজ, ক্রমাৎ নিৰাভৰণ হৈছে তাইৰ বুকু — বুকুৰ খাজত জিলিকিছে সৰু লকেটটোৰে সৈতে সোণৰ মিহি চেইনডাল, চৌদিশে বিয়পি পৰিছে তাইৰ বুকুৰ সৌৰভ। অদিতি হেৰাই গৈছে। এক অপূৰ্ব সপোনৰ মাজত এতিয়া কেৱল ডুব গৈ আছে অদিতি নামৰ এক নাৰী সত্তা। কেনভাছৰ বুকুত ৰং আৰু তুলিকাৰে ক্রমাৎ মূৰ্ত হৈ উঠিছে জোনাকে আলফুলে হাত বুলাই যোৱা এক নাৰীৰ শৰীৰ। এক মহিমামণ্ডিত শৰীৰ। উদং বুকুৰ খাজত জোনাকৰ ছাঁ পোহৰৰ খেলা। মই অনুভৱ কৰিছোঁ তেজ-মঙহ, সিৰা-উপসিৰা, হাড়-মজ্জাই গঠন কৰা মোৰ এই শৰীৰটোৰ মাজৰপৰা বাহিৰলৈ ওলাই আহিছে এক চিৰন্তন নাৰী সত্তা। শক্তিময়ী, মহিমাময়ী, ৰহস্যময়ী। যি ওচৰলৈ আকৰ্ষণো কৰে, আৰু বিকৰ্ষণ কৰি দূৰলৈকো ঠেলি পঠিয়ায। মোৰেই বুকুত আছে মহাজীৱনক অমৰ কৰা সেই অমৃতৰ ভঁড়াল। দুখৰ গৰলেৰে মযেই যুগে যুগে হৈছোঁ ভাডাক্রান্ত, যন্ত্রণাত চিঞৰিছোঁ, অত্যাচাৰত ফাটি-চিটি গৈছে মোৰ শৰীৰ। যুগে যুগে সময়ে সময়ে নত কৰি ৰখা হৈছে মোৰ মূৰ— নত কৰি ৰাখিলেও নত হৈ থাকিবলৈ মযেই কৰি আহিছোঁ অস্বীকাৰ, আৰু মূৰ তুলি থিয় দিছোঁ। মই কামনা কৰিছোঁ, প্ৰকৃতিদত্ত সেই পৰম স্বাধীনতাৰ। মহাজীৱনক অমৃতৰ ভঁড়ালেৰে জীৱিত কৰি ৰখাৰ বাবে মোৰ প্ৰাপ্য সন্মান। মই দাবী কৰোঁ, কেৱল মানুহৰ পৃথিৱীৰ মানুহ হিচাপে মোক নিজকে আৱিষ্কাৰ কৰি প্ৰতিষ্ঠা কৰাৰ স্বাধীনতা প্ৰদান কৰা হওক। মোক প্ৰদান কৰা হওক পৃথিৱীৰ সভ্যতাৰ উত্তৰণ ঘটোৱাৰ সন্মান। মই জনাই দিব খোজোঁ যে, মই কেৱল এটা শৰীৰ, অথবা যন্ত্ৰ অথবা কিছুমান অৰ্থহীন নিযম-নীতি নহয। মই মানুহৰ পৃথিৱীৰে মানুহ।

অদিতিৰ বুকুৰ খাজত তেতিয়াও জোনাকৰ লুকাভাকু খেল। বাটৰ কাষৰ কৃষ্ণচূড়া জোপাৰ ছাঁ খিৰিকিৰে জোনাকৰ সতে একেলগেই সোমাই আহিছে, আৰু অদিতিৰ বুকুত কঁপি কঁপি পৰি আছে। সৰ্বত্ৰ ছাঁ পোহৰৰ খেলা, যেন জীৱন আৰু মৃত্যুৰ খেলা, দুখ আৰু সুখৰ খেলা। আৰু একো নাই। বগা কেনভাছত অদিতিৰ নহয় — পূৰ্ণেন্দুৱে পাকৈত হাতেৰে আঁকি উলিয়াইছে জোনাকৰ মায়াময় মহিমামণ্ডিত ছবি। বুকুত জোনাক ভৰাই লৈ অদিতি অকণো লৰচৰ নকৰাকৈ খিৰিকিত থিয় দি আছে। এটা হাত তাইৰ খিৰিকিৰ গ্ৰীলত। তাইৰ চকু মুদ খাইছে, আৰু তাই কেৱল জোনাকতেই নহয়, আনকালে কাহানিও অনুভৱ নকৰা এক অনিৰ্বচনীয় আনন্দত ডুব গৈ আছে। বোধহয় বহুদিনৰ আগতে শৃংখলিতভাৱে তাইৰ বাবে নিৰ্ধাৰিত হৈ থকা ঘটনালানিৰ এটা নিৰ্দিষ্ট ঘটনাক তাই কালক্ৰমত আহি এইমাত্ৰ লগ ধৰিছেহি। ঘটনাইতো কোনো মানুহক পাছে পাছে খেদি নুফুৰে; কোনো ঘটনা আকস্মিকো

নহয়। মানুহৰ বাবে সকলো ঘটনাই অৱধাৰিত — অনুচিত ঘটনা হ'লেও অথবা দুৰ্ঘটনা হ'লেও। কাৰণ প্ৰতিটো ঘটনাই একো একোটা কাৰ্যকাৰণ নীতি মানি চলে, আৰু সেয়ে মানুহে পাছে পাছে খেদি ঘটনাটো লগ ধৰে। জোনাকত অদিতি নহয়, এক জ্যোৎস্নাময়ী সত্তা বৈ আছে, যাৰ জীৱনত অৱধাৰিতভাৱে ঘটা কিছু সুন্দৰ সুন্দৰ ঘটনা শৃংখলাবদ্ধ হৈ নিৰ্দ্ধাৰিত হৈছে। আঃ, এই মুহূৰ্ত্তত মই মৰি যোৱা হ'লেও মোতকৈ সুখী কোনোবা মানুহ ওলালহেঁতেন নে নাই সন্দেহ। কিহৰ লগত তুলনা কৰিব পৰা যায় এই আনন্দৰ? নাৰী পুৰুষৰ চৰমতম শাৰীৰিক সুখো এই সুখৰ তুলনাত কিমান তুচ্চ আৰু অৰ্থহীন হৈ পৰে। বোধহয়, এয়ে সেই মহত্তম শক্তি যাৰ নাম প্ৰেম। এয়েই সেই গৰিমামণ্ডিত প্ৰেমৰ চৰমতম মূলমন্ত্ৰ, যাৰ প্ৰসাৰিত দুহাতৰ মাজলৈ অৱলীলাক্ৰমেই সোমাই পৰে বিশ্ব আৰু মহাবিশ্ব — এয়েই সেই মহান প্ৰেম, যি প্ৰেম উৎসৰ্গিত হয় বিশ্বমানৱৰ কল্যাণৰ বাবে, এয়েই পৃথিবীৰ সমস্ত শুভ শক্তিৰ মূল, যি ধাৰণ কৰে বিশ্বাস আৰু প্ৰত্যয, আস্থা আৰু নিৰাপত্তা, যি দূৰ কৰে জীৱনানন্দৰ 'অপ্ৰেম', আৰু যি মানুহক মানুহ আৰু অমানুহকো মানুহ কৰাৰ শক্তি ধাৰণ কৰে।

অদিতি খিৰিকিখনৰ ওচৰত তেনেদৰেই বৈ আছে। তাইক দেখিবলৈ এনে লাগিছে যেন পৃথিবীৰ সমস্ত নাৰীৰ মাজত থকা এয়ে সেই আদি আৰু অকৃত্ৰিম সাৰসত্তা। এয়ে সেই সৰ্বপ্ৰথমা নাৰী, যি জন্ম দিছিল মানুহ আৰু সভ্যতাক। এযে সেই অপৰাজিতা, পৰমা, এয়েই মাতৃ, প্ৰিয়া, ভগ্নী আৰু কন্যা। এযেই বিশালদৰ্শনা ভয়ংকৰী, সৌম্য দৰ্শনা বৰদা।

সময় কিমান হ'ল অদিতিয়ে নাজানে। আঁগফালৰ জপনা মাৰি, খাই-বৈ, টেলিভিশ্যন চাই সাবিত্ৰীও শুলেগৈ। পূৰ্ণেন্দুৱে কথা কোৱা নাই, মানুহজনৰ হাতে কথা কৈছে। কেনভাছত তুলিকাৰে বোলাই গৈছে ৰং, আৰু তুলিকাৰ প্ৰতিটো আঁচোৰেই শব্দশক্তিলৈ পৰিণত হৈ একো একোটা সুন্দৰ বাক্য হৈ পৰিছে। ছবিখনে প্ৰাণ পাইছে। পূৰ্ণেন্দু হৈ পৰিছে বহু শতিকাৰ আগৰ এজন শ্ৰান্তিহীন ক্লান্তিহীন শিল্পী, যি ৰ'দ, বৰষুণ, ধুমুহা, বজ্ৰপাত নেওচি শিলৰ বুকুত খোদিত কৰিছিল প্ৰিয়তমাৰ নদীৰ দৰে শৰীৰ। সৃষ্টি অমৰ হয়, সৃষ্টিকৰ্তা মৰণশীল। দুৰ্নিবাৰ শিল্পীক অমৰত্ব প্ৰদান কৰে তেওঁৰ সৃষ্টিয়ে। সৃষ্টিকো অমৰত্ব প্ৰদান কৰিব পাৰে মৰণশীল সৃষ্টিকৰ্তাই।

ৰাতি নিজম হ'ল। জোনটো শীতল হৈ পৰিল। শেষ অক্টোবৰৰ আকাশ কুৱঁলীয়ে ঢাকিলে। ক'ৰবাত এটা চৰাইয়ে মাতিলে। গছৰ ডালত সৰু সৰু

চৰাইকেইটামানে পাখি কটালিলে। লাহে লাহে গছৰ ডালত চৰাইবোৰৰ কথোপকথন আৰম্ভ হ'ল। কঁঠাল গছত জ্বলা যেঁচাটোৰ চকু দুটা ম্লান হ'বলৈ আৰম্ভ কৰিলে। ছবি আঁকা শেষ হ'ল, আৰু অদিতিৰ ওচৰলৈ আহি পূৰ্ণেন্দুৱে তাইৰ বাহুত হাত থ'লে। 'অদিতি, হ'ল' — পূৰ্ণেন্দুৱে ক'লে। অদিতিয়ে কিছুপৰ পূৰ্ণেন্দুৰ মুখৰ ফালে চাই থাকিল। তাইক যেন কিবা এটাই ভৰ কৰিছে — যেন কিবা এক শক্তি, কিবা এক মন্ত্ৰ, তাইৰ দৃষ্টি ঠিক তেনেকুৱা। তাইক যেন সন্মোহন কৰা হৈছে। কোঠাটোৰপৰা দূৰলৈ গুচি গৈছে জোনাক; কিন্তু ছবিখনত পৰা কেতিয়াও ক'লৈকো গুচি যাব নোৱৰাকৈ জোনাকক চিৰদিনৰ বাবে বন্দী কৰি থৈ দিয়া হৈছে। অদিতিৰ মাটিত পৰি থকা চাদৰৰ আঁচলটো তুলি লৈ পূৰ্ণেন্দুৱে তাইৰ বুকুৰ ওপৰত মেলি দিলে। 'অদিতি, মোৰ ছবি আঁকা শেষ হ'ল, কি ভাবিছা তুমি?' বাহুত ধৰি পূৰ্ণেন্দুৱে তাইক জোকাৰি দিলে। অদিতিয়ে যেন সাৰহে পালে। 'আপোনাৰ ছবি আঁকা শেষ হ'ল? উস্ মোৰ কি হৈছিল! মই ইমান ক'ব নোৱৰা হৈ আছিলোঁনে? মই কিজানি টোপনি গৈছিলোঁ।' তাই চাদৰৰ আঁচলটো বুকুৰ ওপৰত বহলকৈ মেলি ল'লে, আৰু মাটিত পৰি থকা কাপোৰকেইটা বুটলি লৈ গা-ধোৱা ঘৰলৈ সোমাই গ'ল। ভালকৈ কাপোৰ-কানি পিন্ধি, চকুৱে-মুখে পানী মাৰি তাই কিছুপৰৰ পাছত ওলাই আহিল। পূৰ্ণেন্দুৰ কপালত বিন্দু বিন্দুকৈ ঘামৰ কণিকা জিলিকিছে, কিন্তু দেখাত মানুহজনক ভাগৰুৱা যেন লগা নাই। এনে লাগিছে যেন এক প্ৰাচীন স্থিতপ্ৰজ্ঞ ঋষি, এইমাত্ৰ বেদৰ মন্ত্ৰোচ্চাৰণ সামৰিছে। তেওঁৰ দৃষ্টি উজ্জ্বল, আৰু পৰম শান্তিৰ এক সমাধি অৱস্থা তেওঁ লাভ কৰিছে। 'আপুনি শুই থাকক ছাৰ।' তাই ক'লে। 'আপোনাৰ ভাগৰ লগা নাইনে?' 'ভাগৰ নাই লগা।' পূৰ্ণেন্দুৱে অকণমান হাঁহিলে। 'তুমি শোৱাঁগে যোৱা, ময়ো বিছনাত পৰোঁ। ৰাতি পুৱাবই ছাগে এতিয়াই।' পূৰ্ণেন্দুৱে দুহাতেৰে তাইৰ মুখখন দাঙি ধৰিলে, আৰু বৰ আবেগেৰে তাইৰ কপালত এটা চুমা খালে। তাই খিৰিকিখন বন্ধ কৰিলে, আৰু কোঠাটোৰপৰা ওলাই আহিল।

শোৱনি কোঠাত কম পোহৰৰ লাইট এটা জ্বলি আছিল। অদিতি আহি বিছনাত পৰিলহি আৰু গাৰুত মূৰ থ'লে। কম পোহৰৰ লাইটটো জ্বলিয়েই থাকিল। মুহূৰ্তৰ ভিতৰতে অদিতিৰ টোপনি আহিল।

সাৰ পাওঁতে অদিতিৰ কিছু পলম হ'ল। ইতিমধ্যেই সাবিত্ৰীয়ে ঘৰখনৰ প্ৰায়বোৰ কামেই কৰি পেলাইছে। অদিতিক দেখি তাই ক'লে — 'বাইদেউ, কালি আপোনালোকে দেখোন একোৱেই নাখালে?' 'হ'ব দে সাবিত্ৰী, এতিয়া খাম।' সুদা চাহ একাপ খাই অদিতি গা-ধোৱা ঘৰত সোমাল। পূৰ্ণেন্দু শোৱাৰপৰা উঠিছে বুলি গম পালে চাহ

একাপ দিবলৈ বুলি সাবিত্ৰীক কৈ গ'ল।

গা ধুই অদিতিয়ে গোঁসাইৰ আগত চাকিগছ জ্বলালে। তাই আজি খোপাত পিন্ধিছে বগা জবা ফুল, বুকুত লৈছে খৰিকাজাঁইৰ নির্যাস। তাই আলহী কোঠালৈ আহিল। গা ধুই পূর্ণেন্দু ইতিমধ্যেই আজৰি হৈছে। বিছনাৰ গাৰুত আঁউজি বহি লৈ পূর্ণেন্দুৱে চাহ খাইছে। 'আহাঁ অদিতি, মোৰ ওচৰত বহাঁ।' তাইক দেখি পূর্ণেন্দুৱে ক'লে। বাহিৰখনত অক্টোবৰৰ নিকত্তাপ অনুজ্জ্বল ৰ'দ। পূর্ণেন্দুৱে পিন্ধিছে বগা পায়জামা আৰু পাঞ্জাবী চোলা। কেঁচা পকা দাড়ি আৰু গধুৰ চছমাৰে পূর্ণেন্দুক ভাল লাগিছে। চাহকাপ শেষ হৈছিল, তাই পূর্ণেন্দুৰ হাতৰপৰা খালি হোৱা কাপ-প্লেটযোৰ লৈ মেজৰ ওপৰত থ'লে। তাই মানুহজনৰ মুখামুখি হ'ল।

কি ইচ্ছা হৈছে অদিতিৰ? এই মুহূর্তত তাইৰ কি ইচ্ছা হৈছে? শান্ত ৰাতিপুৱা যেন শুই থকা এক শিশু। তল ভৰি সৰি আছে শেৱালি ফুল, কঁঠাল গছৰ ডালত জলকা লাগি আছে ফেঁচাটো, চৰাইবোৰে অবিৰাম গান গাই আছে, বননিৰ ওপৰত নিয়ৰ, জোন মাৰ যোৱা বহু সময় হ'ল, কিন্তু কালি নিশাৰ জোনাকে আজি এই মুহূর্তত তাইক উদ্বাউল কৰিব খুজিছে। তাই পূর্ণেন্দুৰ শৰীৰটো দেখিছে — কেৱল শৰীৰটো। শৰীৰ জানো এক নিচা? সুৰাপানৰ নিচাৰ দৰে এক নিচা? অথবা তাই জানো নিচাগ্রস্ত? তাই কিয় চাইছে পূর্ণেন্দুৰ শৰীৰলৈ? তাই আকৌ ভাবিছে নেকি, বহুত দিনৰ আগৰ মোহময়ী নিশা ঘটা ঘটনা এটাত তাই অৱলীলাক্ৰমে লগ পোৱাৰ দৰেই আজিও ঠিক তেনেধৰণৰ অনুৰূপ এক ঘটনা তাই লগ পাই যাওক, সম্পূর্ণ অৱলীলাক্ৰমেই। সেই সময়ত এটা পৰিবেশ সৃষ্টি হৈছিল — আজি হৈছে নে সেই পৰিবেশ সৃষ্টি? নে তাই আজি অবিনাশ ঘৰত নথকাৰ সুযোগ হে গ্রহণ কৰিব খুজিছে? মই ইমান অস্থিৰ হৈ পৰিছোঁ কিয়? মই বাৰু অসুস্থ নেকি? মানুহজনৰ চছমাৰ আইনাত মোৰ চকুদুটা প্রতিফলিত হৈছে। ইমান জ্বলিছে কিয় চকু দুটা মোৰ? কাৰ চকু — কাৰ চকু জ্বলে অন্ধকাৰত? মেকুৰীৰ চকু, বাঘৰ চকু, ফেঁচাৰ চকু, ৰাং কুকুৰৰ চকু। অন্ধকাৰত জ্বলে চিকাৰীৰ চকু। মই কোন? মই কোন? কিয় হাত দিছোঁ মই তেখেতৰ শৰীৰত? কিয় তেখেতক আকর্ষণ কৰিছোঁ মই মোৰ ওচৰলৈ? কিয় অনাভৰণ কৰিব খুজিছোঁ মোৰ শৰীৰটোক? কিয় মই কৈছোঁ —'ছাৰ মই বৰ ধুনীয়া। মই মিছা কথা কোৱা নাই। মোৰ শৰীৰৰ জোনাক আপোনাৰ বাবে। আপুনি এবাৰ পৰীক্ষা কৰি চাওক।' লালসা — লালসা — লালসা —। ঠিকেই ঠিকেই এয়াই লালসা। এয়া প্রেম নহয়। প্রেম এনেকুৱা নহয়। জাঁপ মাৰি অদিতি বিছনাৰপৰা নামিল। তাই অসংযত হোৱা কাপোৰ

ঠিক ঠাক কৰিলে, আৰু প্ৰায় দৌৰ মাৰিয়েই কোঠাটোৰপৰা ওলাই যাব খুজিলে।

'অদিতি —' ওলাই যাব খুজি অদিতি ৰৈ গ'ল। তাই পূৰ্ণেন্দুলৈ চালে। 'মোক ক্ষমা কৰক ছাৰ' তাই ক'লে। মানুহজনক তাই নমাই আনিব নোখোজে। তেখেতক তাই আকাশত স্থান দিছে, মাটিলৈ নামিবলৈ দিব কেনেকৈ? 'ময়ো মানুহ অদিতি।' পূৰ্ণেন্দুৱে ক'লে। যথাসৰ্বস্বৰে তোমাক ভালপোৱা বৰ দুৰ্বল, অসহায, ক্ষুধাতুৰ মানুহ। শৃংখলাবদ্ধ হৈ নিৰ্ধাৰিত হৈ থকা সকলো ঘটনাই আমি লগ নাপাওঁগে। কিছুমান ঘটনা জয়ো কৰোঁ। আৰু এটা অৱধাৰিত ঘটনাক আমি জয় কৰোঁ আহাঁ। তুমিও মাটিলৈ নানামিবা। তোমাকো মই আকাশৰ বহুত ওপৰত স্থান দিওঁ। তুমি ভূ-পতিত হ'লেও মোৰ অসহনীয় হ'ব। অদিতি তুমিও মোক ক্ষমা কৰাঁ।'

টেলিফোনৰ শব্দ, অদিতি ওলাই গ'ল। পূৰ্ণেন্দু খিৰিকিৰ ওচৰত ৰ'লগৈ, আৰু খিৰিকিৰে বাহিৰলৈ চালে। বাহিৰলৈ চাওক পূৰ্ণেন্দুৱে — বাহিৰলৈ চাওক। অদিতিযেও বাহিৰলৈ চাব। কালি ৰাতি আঁকা ছবিখনত খিৰিকিৰে ভিতৰলৈ সোমোৱা ৰ'দ পৰিছে। ৰ'দ পৰক, আৰু ৰ'দে পূৰণ কৰক সকলোৰে ক্ষয়-ক্ষতি।

ভট্টাচাৰ্য ঢুকাল। অবিনাশে খবৰ দিলে। আধা ঘণ্টামান হৈছে। টেলিগ্ৰামখন পলমকৈ হ'লেও পাই ভাযেক আহি উপস্থিত হৈছেহি। অবিনাশ এতিয়াই ঘৰলৈ আহিব নোৱাৰে, শ্মশানলৈ যাব।

## উপসংহাৰ

ইয়াৰ পাছৰ ঘটনা অদিতি, পূর্ণেন্দু নাইবা অবিনাশ — কোনেও নাজানে। জানে কাহিনীকাৰে। অদিতিয়ে নাজানে পূর্ণেন্দুৰ কি হ'ল, অবিনাশ শ্মশানৰপৰা কিমান সময়ত ঘৰলৈ আহিল, ঘৰলৈ আহি সি কি কৰিলে, ইয়াৰ পাছত অদিতিয়ে বা কি কৰিলে। তাই আলহী কোঠাৰপৰা ভিতৰৰ টেলিফোনৰ ওচৰলৈ আহিছিল, আকৌ গৈ পূর্ণেন্দুৰ ওচৰত বহিলগৈ নে নাই। তাইনো পূর্ণেন্দুক কি ক'লে, পূর্ণেন্দুৱেনো তাইক কি ক'লে — নাই, অদিতিয়ে এইবোৰ একোৱেই নাজানে। কাহিনীকাৰৰ মতে পূর্ণেন্দু, অদিতি, অবিনাশ এইবোৰ সকলো তেওঁ সৃষ্টি কৰা চৰিত্ৰ। গতিকে চৰিত্ৰসমূহ সম্পূর্ণ তেওঁৰ নিয়ন্ত্ৰণত। ইচ্ছা কৰিলে অদিতিক তেওঁ শোৱনিকোঠাৰ বিছনাত পৰি হুকহুকাই কান্দিবলৈ বাধ্য কৰিব পাৰে। আলহী কোঠাৰ বিছনাখনত পূর্ণেন্দুক বহুৱাই থ'ব পাৰে বিমূঢ়ভাৱে, অথবা অবিনাশক শ্মশানলৈ নোযোৱাকৈ থৈ মাজবাটৰপৰা আনি ঘৰৰ ঘটনাবোৰ দেখি হতভম্ব কৰাব পাৰে, কিন্তু কৰোৱা নাই। কাৰণ ইয়াৰ পাছত কাহিনী আগুৱাই নিযাৰ কোনো যুক্তি নাই। এইটো নিজৰ জীৱন কালত তাই পাছে পাছে খেদি গৈ লগ পোৱা, তাইৰ বাবে নির্ধাৰিত হৈ থকা এটা ঘটনাবিশেষহে, ক'ব পাৰি ঘটনাংক। তাৰ বাহিৰে আৰু একো নহয। এটা অনুচিত অশুভ ঘটনাও ইযাৰ লগত জড়িত, যিটো অৱধাৰিত ঘটনা তাই অৱলীলাক্ৰমেই জয় কৰিছিল। সেযে কাহিনীকাৰে কাহিনীটো ইমানতে সমাপ্ত কৰিব খুজিছে। এইটো টেলিভিশ্যনত দিনৌ দুপৰীয়া ঘৰত থকা তিৰোতা মানুহে কাম-বন শেষ কৰি, ভাত-পানী খাই উঠি চাব পৰা চিৰিযেল নহয় যে আগ-গুৰি নোহোৱাকৈ ঘটনা আগবাঢ়ি যাব। মানুহৰ জীৱনত ঘটিব পৰা ই এক সম্ভৱপৰ ঘটনাবিশেষ — সত্য নহয।

সত্য নহয় কেলেই বুলি কাহিনীকাৰক প্ৰশ্নবাণেৰে জৰ্জৰিত কৰিব পৰা যায়। তেতিয়া কাহিনীকাৰে চাগে এনেকৈ ক'ব — এনে ঘটনা কোনোবাই জীৱনকালত লগ পাইছেনে নাই তেওঁ নাজানে। তেওঁ কল্পনা কৰিহে লিখিছে। সেয়ে কাহিনীটো বর্তমান সত্য নহয় যদিও এসময়ত ই সত্য হ'বলৈ বাধ্য। কাৰণ, জীৱনে সদায় উপন্যাসক অনুকৰণ কৰে, উপন্যাসে জীৱনক অনুকৰণ নকৰে বুলি তেওঁ বিশ্বাস কৰে। দ্বিতীয় প্ৰশ্ন এটা হ'ব পাৰে পূর্ণেন্দুৰ বয়সক লৈ। যিহেতু কাহিনীটো সত্য নহয়েই তেন্তে কাহিনীকাৰে পূর্ণেন্দুৰ বয়সটো কমাই এজন চঞ্চল যুৱক কৰি দিব

পাৰিলেহেঁতেন। দ্বিতীয় প্ৰশ্নৰ উত্তৰত কাহিনীকাৰে এই বুলি ক'ব খোজে যে, প্ৰেম কেৱল ডেকা-গাভৰুৰে বিশেষ অধিকাৰ নহয়, প্ৰেম যে এক চিৰন্তন মানৱীয় প্ৰবৃত্তি, মানুহৰ অন্তিম উশাহটো থকালৈকে প্ৰেম থকা উচিত সেইটো কথা তেওঁ প্ৰতিষ্ঠা কৰিব খুজিছে। প্ৰতিগৰাকী নাৰীয়েই তেওঁৰ প্ৰেমিকৰ মাজত পিতৃসত্তা এটা অন্বেষণ কৰে, ইয়ো পূৰ্ণেন্দুক বৰ্ষীয়ান কৰাৰ এক উদ্দেশ্য।

যি কি নহওক, সকলোৰে উৰ্দ্ধত প্ৰেমক প্ৰতিষ্ঠা কৰিবৰ বাবে কাহিনীকাৰে এটা চেষ্টা চলাইছিল। সাফল্য অসাফল্যৰ বিচাৰ তেওঁ নকৰে। কিন্তু এটা কথা পৰিষ্কাৰ হ'ল যে, অদিতিয়ে এটা সপোনহে দেখিছিল। কাহিনীকাৰে অদিতিক স্বাধীনতা দিছে। কথাটো অদিতিৰ মুখেৰেই শুনা যাওক —

'তুমি জানানে মই এটা ভয়ংকৰ সপোন দেখিছিলোঁ' সন্ধিয়া সময়। অক্টোবৰ মাহ গ'ল। নবেম্বৰো যাওঁ যাওঁ। বাহিৰত টিপ টিপ বৰষুণ। শীতৰ বৰষুণ। সময়কো কোঁচ খুৱাই আনিব খোজে। ভাত-পানীৰ বাবে পাকঘৰলৈ যাবৰ সময় হোৱা নাই। অদিতিৰ খোপাত এথোপা বতৰৰ ফুল। আবেলিযেই পিন্ধা। গোন্ধ নাই। মাত্ৰ ৰূপৰ উজ্জ্বলতা আছে। নতুনকৈ কিনি অনা কবিতা কিতাপ এখনত চকু ফুৰাই, লেপখন বুকুলৈকে লৈ অবিনাশ বিছনাতে গাৰুত আঁউজি বহিছে। বিছনাৰ ওচৰলৈ চকী এখন আনি অবিনাশৰ সমুখা-সমুখিকৈ বহিছে অদিতি। তাইৰ হাতত উল শলা। বাপনলৈ বগা ৰঙৰ হাফ চুৱেটাৰ এটা তাই গুঁঠিবলৈ লৈছে। কথাকেইটা কৈ তাই উল আৰু শলাত মনোনিবেশ কৰিলে। অন্যমনস্ক হোৱাৰ বাবে ঘৰ এটা পৰি গৈছিল। অবিনাশে কিতাপৰ পৃষ্ঠাৰপৰা চকু আঁতৰাই তাইলৈ চালে। 'জানো' সি ক'লে। 'সপোন সপোনেই; ভয়ংকৰ হ'লেও সুখকৰ হ'লেও। সপোনৰ শেষত সদাযেই দিঠক।'

'কিন্তু মই যে মোৰ নিজৰ চকুতে লালসা দেখিছিলোঁ?' তোমাক মিছা কথা নকওঁ, ছাৰৰ প্ৰতি মই আজিও অনুৰক্ত। তেখেতক মই বৰ ভাল পাওঁ, তেখেতক মই বৰ শ্ৰদ্ধাও কৰোঁ। মই জানো এইজনেই সেইজন মানুহ — মোৰ কল্পনাৰ মানুহ — যাৰ হাতত প্ৰেম বৰ নিৰাপদ। যাৰ হাতত আছে এখন সুখৰ ৰাজ্যৰ চাবি কাঠি। যাৰ বুকুত প্ৰেমৰ বাবে এখন ঘৰ আছে। 'সেইজন মানুহলৈ মই চালোঁ লালসাৰ চকুৰে। সপোনত হ'লেও।'

'তুমি মানুহ। সেই বাবেইতো মানৱীয় দোষ-গুণৰ উৰ্দ্ধলৈ তুমি যাব নোৱাৰা। তুমিয়েই নহয়, পৃথিৱীৰ কোনো মানুহেই যাব নোৱাৰে। প্ৰেম আছে বাবেই পৃথিৱীত ঘৃণা আছে, প্ৰেম আছে বাবেই পৃথিৱীত কামনা, বাসনা আৰু লালসাও আছে।

যিদৰে যুদ্ধ আছে বাবেই মানুহে শান্তিৰ সপোন দেখে। কথাটো তেনেকুৱা।'

অবিনাশ কবিতাৰ ৰাজ্যলৈ আৰু অদিতি কল্পনাৰ ৰাজ্যখনলৈ সোমাই গ'ল। লালসা। ঠিকেই কৈছে অবিনাশে — লালসা। প্ৰেমৰ সপোনত বিভোল মানুহে লালসালৈ ভয় কৰিলে কেনেকৈ যুদ্ধ জয়ৰ কথা ভাবিব? যুদ্ধ আছে বাবেই শান্তিৰ প্ৰশ্ন এটাও আছে, আৰু শান্তিৰ বাবেই মানুহে স্থাপন কৰিব লাগিব প্ৰেমৰ ৰাজ্য। কিন্তু প্ৰেমৰ বাবে কি ভয়ংকৰ শব্দ ঘৃণা আৰু লালসা। অদিতিয়ে পুৰ্ণেন্দুৰ মুখখনলৈ মনত পেলালে। শান্ত আৰু সমাহিত মুখ। তাইৰ প্ৰতি তেতিয়াও — যি সময়ত তাই সেই অক্ষমনীয় অপৰাধ এটা কৰিব খুজিছিল, সেই সময়তো কেৱল প্ৰেমেই আছিল। যি দুহাত প্ৰসাৰিত হৈছে কলাৰ বাবে, মানুহৰ বাবে আৰু মংগলৰ বাবে সেই দুহাতৰ মাজলৈ মই সুমুৱাই দিব খুজিছোঁ মোৰ শৰীৰ। ছিঃ ছিঃ! ছিঃ ছিঃ! মই নিজকে অবিশ্বাস কৰিব নোখোজোঁ যদিও নিজৰ ওচৰতে মই বিশ্বাসযোগ্যতা হেৰুৱাইছোঁ।' অদিতিৰ চকু চলচলীয়া হ'ল। হে পৃথিৱী, মোক ক্ষমা কৰাঁ আৰু পাহৰাই দিয়াঁ সেই ভয়ংকৰ সপোনক। হয়, মোৰ স্মৃতিৰপৰা আঁতৰাই লৈ যোৱাঁ মোৰ মগজুৰ সেই অংশ, য'ত সংৰক্ষিত হৈ আছে সেই ভযংকৰ স্মৃতি। তেখেতক মই অসন্মান কৰিলোঁ কিয়? আৰু তেখেতক অসন্মান কৰিলে মইনো সন্মান কৰিম কাক? মানুহজনক মই আকাশত স্থান দিছোঁ, তেখেতক মাটিলৈ নমাই অনাৰ কথা মই ভবিলোঁ কিদৰে?

এইখিনিতেই অদিতিৰ চকুত চকুপানী দিব পৰা যায়, বা তাইৰ বুকুত বলি থকা ধুমুহাৰ উমান দিবলৈ বাহিৰতো এটা ধুমুহাৰ অৱতাৰণা কৰিব পৰা যায়। ধৰা হ'ল কোনো পূৰ্বাভাস নোহোৱাকৈ এটা ধুমুহা আহিছে। বহাগ সোমোৱা নাই। চ'তৰ মাজভাগ। আকাশ দুপৰলৈকে আছিল নিৰ্মেঘ। তথাপিও বতাহে কঢ়িয়াই অনা ধূলি-বালিয়ে আকাশখন ঢাকি থৈছিল। আবেলি পাতলীয়া বতাহ এজাক বলিবলৈ আৰম্ভ কৰিলে। শুকান মাটি জীপাল কৰিব বুলি বহুদিন খৰাংপীড়িত হৈ থকা গছ-লতিকাই আকাশলৈ চালে। লাহে লাহে বতাহ বেছি হ'ল, ক্ৰমাৎ বতাহৰ বেগ আৰু বাঢ়িল। তামোল গছবোৰ বাহু মেলি হালি-জালি নাচি থকা নাচনী ছোৱালীজনীৰ দৰে লাগিবলৈ ধৰিলে। বাঁহ গছ মাটিত বাগৰি পৰিল। হুৰহুৰকৈ উভাল খাই পৰিল আলিৰ দাঁতিৰ বৰগছ। চৰাইৰ আৰ্তনাদেৰে ভৰিল আকাশ। ছাট ছাট বিজুলীৰ চকমকনিয়ে আকাশখন জিলিকাই পেলালে। হঠাতে আকাশ ঢাকি ধৰিলে অন্ধকাৰে, যেন এক ভয়াবহ আৰ্তনাদ; প্ৰলয়ৰ আগজাননী। ঘৰৰ মুধচ উৰুৱাই নিয়া বতাহ। তাৰ পাছত বৰষুণ। বৰষুণৰ শব্দই প্ৰথমে নোহোৱা কৰি পেলালে দিন ৰাতিৰ

সময়ৰ লেখ। লাহে লাহে প্ৰতিটোপাল বৰষুণৰ শব্দই পৰিণত হ'ল মহাপ্ৰলয়ৰ একো একোটা ইংগিতলৈ। পৃথিবীখন গ্ৰাস কৰি ল'লে এক সৰ্বগ্ৰাসী অন্ধকাৰে।

এইটোৱেই সেইটো ধুমুহা — যিটো ধুমুহাই তাইৰ মনৰ ভিতৰখন প্ৰায় ধ্বংসস্তুপত পৰিণত কৰি পেলাইছিল। শ্ৰদ্ধেয় ব্যক্তি এজনক তাই হেৰুৱাই পেলাব খুজিছিল। তাই লালসাৰ আশ্ৰয় লৈছিল। সেই লালসা — যি লালসাই ধ্বংস কৰে নাৰী-পুৰুষৰ চিৰন্তন সম্পৰ্কক। স্বামী-স্ত্ৰীৰ মাজতো লালসা থাকিবলগীয়া কথা নহয়। কাৰণ লালসাই স্বামী-স্ত্ৰীৰ পবিত্ৰ সম্পৰ্ককো নষ্ট কৰে। পুৰুষ বঞ্চিত হয় প্ৰেমৰপৰা। তেওঁ নাপায় মাতৃৰপৰা মমতা, ভগ্নীৰপৰা স্নেহ, পত্নীৰপৰা প্ৰেম, প্ৰিয়াৰপৰা আকুলতা আৰু কন্যাৰপৰা নিৰাপত্তা। নাৰী বঞ্চিত হয পৃথিৱীৰপৰাই। প্ৰেমৰপৰা বঞ্চিত মানুহ জাগতিকভাৱে যিমানে খ্যাতি, সম্পদ, আৰু ক্ষমতাৰ জখলাৰে বগাই গৈ তুংগত আৰোহণ নকৰক কিয় তেওঁ সেই পৰম সম্পদৰপৰা বঞ্চিত হৈ চিৰদিন হৈ থাকে হৃত সৰ্বস্ব আৰু দৰিদ্ৰ। বিশ্বাসহীনতা, অনাস্থা, চলনা আৰু প্ৰেমহীনতাৰে কোনো সম্পৰ্ক কেতিয়াও তিষ্ঠি থাকিব নোৱাৰে।

উল আৰু শলাৰপৰা আঙুলিকেইটা বন্ধন মুক্ত কৰি লৈ অদিতিযে আকৌ অবিনাশলৈ চালে। ক'লে, 'মই তেখেতক হেৰুৱাব নোখোজোঁ। মোৰ বুকুৰ মাজত চিৰদিন তেখেতক সাঁচতীযা মণি-মুকুতাৰ দৰে থৈ দিব খোজোঁ।'

'মযো হেৰুৱাব নোখোজোঁ।' কবিতাৰ কিতাপৰ পৃষ্ঠাৰ শব্দবোৰৰ মাজৰপৰা অবিনাশেই নে শব্দবোৰেই কৈ উঠিল। 'চেষ্টা কৰোঁ আহাঁ অদিতি, আমি দুয়ো প্ৰাণপণ চেষ্টা কৰোঁ তেখেতক ধৰি ৰাখিবৰ বাবে।' অবিনাশে নহয, কবিতাৰ শব্দবোৰেহে ক'লে বোধহয়। কাৰণ অবিনাশ আকৌ কবিতাৰ ৰাজ্যখনলৈ গতি কৰিলে। যেন, কিতাপৰ পৃষ্ঠাতে নহয়, অইন ক'ৰবাত কবিতাৰ ৰাজ্য এখন আছে, আৰু জীৱনৰপৰা হেৰাই যোৱা সকলো মহামূল্যবান সম্পদ তাত সংৰক্ষিত হৈ আছে বৰ সুকলমে।

এইখিনিতেই কাহিনীকাৰক এটা প্ৰশ্ন কৰিব পৰা যায যে, তেওঁ পূৰ্ণেন্দুক যিহেতু মানুহ হিচাপে তৈয়াৰ কৰিছে, দেৱতা হিচাপে নহয়, তেন্তে লালসাৰ চিত্ৰ তেওঁ অদিতিৰ চকুতে কিয় দেখিলে? পূৰ্ণেন্দুৰ চকুত নেদেখিলে কিয? কাৰণ, কাহিনীকাৰে নিজেই কৈছে যে কোনো মানুহ মানৱীয় দোষ-গুণৰ উৰ্দ্ধত নহয়। পূৰ্ণেন্দুৰ চকুত লালসা দেখা হ'লে কি হ'লহেঁতেন?

আকৌ এবাৰ কাহিনীটোৰ পুনৰাবৃত্তি কৰা যাওক। সকলো কথা, পৰিৱেশ পৰিস্থিতি একেই। মাথো দুই এটা কথা ইফাল-সিফাল কৰি দিয়া হ'ল। আলহীকোঠাত

পূৰ্ণেন্দুৰ মুখামুখিকৈ বহিছে অদিতি। তেখেতৰ চকুযোৰ ইমান জ্বলিছে কিয়? তাই মনতে ভাবিলে। ঘামিছে নেকি মানুহজন? তেখেতক দেখোন দেখাত বৰ অস্থিৰ যেন লাগিছে। অসুস্থ নেকি তেখেত? চকু দুটা ইমান জ্বলিছে। কাৰ চকু জ্বলে, কাৰ চকু জ্বলে অন্ধকাৰত? বাঘৰ চকু, মেকুৰীৰ চকু, ফেঁচাৰ চকু, ৰাং কুকুৰৰ চকু, চিকাৰীৰ চকু। 'অদিতি অদিতি — অদিতি —।' পূৰ্ণেন্দুৱে অদিতিৰ পিঠিত হাত দিলে। 'বৰ ধুনীয়া তুমি, বৰ ধুনীয়া তোমাৰ বুকু।' পূৰ্ণেন্দুৱে তাইক নিজৰ বুকুলৈ আকৰ্ষণ কৰিলে। 'তোমাৰ শৰীৰৰ জোনাক একমাত্ৰ মোৰ।' ছাৰৰ চকুত কি? লালসা — লালসা — লালসা। হয় হয়, তেখেতৰ চকুত মই লালসা দেখিছোঁ। পূৰ্ণেন্দুৰ সবল বাহু বন্ধনত আবদ্ধ অদিতিৰ শৰীৰ। ওঁঠ দুটাই জপতিয়াই ধৰিছে তাইৰ ওঁঠ। তাই কি কৰিব? কি কৰিব অদিতিয়ে? মানুহজনক কিদৰে দিব বাধা — ধ্বংসৰপৰা? মানুহজন ধ্বংস হোৱা তাই নিবিচাৰে। তেখেতক তাই আকাশৰ ওপৰত স্থান দিছে। এতিয়া নমাই আনি মাটিত থ'লে তাইৰে অসন্মান। 'আঃ অদিতি! তোমাক মই বিচাৰি ফুৰিছোঁ। মই বৰ অসহায, বৰ ক্ষুধাতুৰ। মোক দয়া কৰা।' অদিতিৰ বুকুত পূৰ্ণেন্দুৰ হাত। 'ছাৰ, কিয় এনেকুৱা কৰিছে আপুনি? আপুনি সুস্থিৰ হওক ছাৰ, আৰু এটা অৱধাৰিত ঘটনাক জয় কৰক। মাটিলৈ নানামিব। আপুনি আকাশৰো বহু ওপৰত থকা মানুহ। মই আপোনাৰ ভৰিত পৰিছোঁ। আপুনি নামি নাহিব ছাৰ, নামি নাহিব। মই আপোনাক হেৰুৱাব নোখোজোঁ।' 'মানুহ মাত্ৰেই মাটিৰে মানুহ। মাটি বাদ দি আকাশত কোনো থাকিব নোৱাৰে। তুমি কথাটো ভাবা।' ইযাৰ পাছত অবিনাশ আৰু অদিতিৰ কথোপকথন দিব পৰা যায়। 'দুখ নকৰিবা অদিতি।' অবিনাশে ক'লে। 'মানুহজনক বিচাৰি আমি কবিতাৰ ৰাজ্যলৈ যাওঁগৈ ব'লা।'

'তেন্তে কি? ভাল কথাবোৰ চিৰদিনেই নীতিশিক্ষাৰ কিতাপতেই থাকিবনে?'

'নাথাকে। ভাল কথা চিৰদিন মানুহৰ মাজতেই থাকে। মানুহৰপৰাহে কিতাপলৈ আহে। মানুহৰ ওপৰত আস্থা ৰাখাঁ।'

কেনেকৈ ঘূৰাই আনিম মানুহৰ ওপৰত মোৰ হেৰোৱা আস্থা? কোনে উদ্ধাৰ কৰি আনি মোৰ হাতত তুলি দিব সেই পৰম সম্পদ? কাহিনীৰ অদিতিযে নহয়, তেজমঙহৰ অদিতিয়ে এইবাৰ কাহিনীকাৰক সুধিলে। কাৰণ, কাহিনীকাৰেহে তাৰ সমাধানৰ সূত্ৰটো জানে।

এইবাৰ আকৌ কাহিনীকাৰৰ উত্তৰ দিয়াৰ পাল। তেওঁ নিজৰ সম্পূৰ্ণ অনিচ্ছা সত্বেও পূৰ্ণেন্দু আৰু অদিতি দুয়োৰে চকুত লালসা অংকন কৰিছিল। পূৰ্ণেন্দু আৰু

অদিতিৰ মাজত এক সুন্দৰ প্ৰেমৰ সম্পৰ্ক প্ৰতিষ্ঠিত হওক — তেওঁ সেই কামনা কৰিছিল। লালসাক তেৰোঁ অইন মানুহৰ দৰেই ঘৃণা কৰে। তেওঁৰ কামনা আছিল, কেৱল পূৰ্ণেন্দু আৰু অদিতিৰ মাজতেই নহয়, পৃথিৱীৰ সকলো নাৰী পুৰুষৰ মাজত এনেকুৱা এক মহান প্ৰেমৰ সম্পৰ্ক স্থাপিত হওক, যি পৃথিৱীক সুন্দৰ কৰাৰ ইংগিত বহন কৰে। দেহ নহয় দেহাতীত প্ৰেম। কিন্তু যিহেতু শৰীৰ বাদ দি কোনো প্ৰেমেই সম্ভৱপৰ নহয় (ইয়াত কাহিনীকাৰে উদাহৰণ হিচাপে মাতৃ আৰু সন্তানৰ প্ৰেমৰ কথা ক'ব খোজে। মাতৃৰ শৰীৰ চুই থাকিয়েই ভ্ৰূণ এটা পৰিপূৰ্ণ মানুহ হয়) সেয়ে আধাৰ হিচাপে কাহিনীকাৰে পূৰ্ণেন্দু আৰু অদিতিৰ শাৰীৰিক নিবিড়তাৰ বৰ্ণনা এটাও দিছিল। অদিতি শিল্পী অথবা সাহিত্যিক নহয়। তাই তাইৰ প্ৰেমৰ ধাৰণাক মূৰ্তৰূপ দিবৰ বাবেই সেই শাৰীৰিক নিবিডতা কাহিনীকাৰে প্ৰয়োজনীয় বুলি ভাবিছিল। প্ৰেমৰ চৰমতম আনন্দক বিমূৰ্ত ধাৰণাৰপৰা মূৰ্তৰূপ দিয়াৰ ক্ষমতা প্ৰতিজন শিল্পী সাহিত্যিকৰে থাকে, আৰু প্ৰতিজন মানুহৰ ভিতৰৰো ভিতৰৰ মানুহজন আচলতে এক শিল্পী সত্তাহে। অদিতি নিজেও তেনে এক শিল্পী। পূৰ্ণেন্দু আৰু তাইৰ মাজত থকা প্ৰেমৰ বিমূৰ্ত ধাৰণাক মূৰ্তৰূপ দিবৰ বাবেই তাই কাহিনীকাৰে আয়োজন কৰি দিয়া শাৰীৰিক নিবিডতাৰ আশ্ৰয় ল'লে, সম্পূৰ্ণৰূপে বিবেক দংশনৰপৰা মুক্ত হৈ দ্বিধাহীনভাৱে। যিহেতু, নাৰীৰ বাবে প্ৰেম এক পৰম সম্পদ, আৰু পুৰুষৰ বাবে প্ৰেম একাপ চাহৰ দৰে এক অৱসৰ বিনোদনহে কাহিনীকাৰৰ নিতান্ত অনিচ্ছা সত্ত্বেও এই কথাটো এইবাৰ পৰীক্ষিত আৰু প্ৰমাণিত হ'ল। অদিতিয়ে আৰু এটা কথা বিশ্বাস কৰে যে, কালৰ আৱৰ্তৰ মাজত থকা সকলো বস্তুৰেই মৃত্যু অনিবাৰ্য। তাই সেয়ে পূৰ্ণেন্দুৰ লগত বাৰে বাৰে একেই প্ৰাত্যহিকতাত বন্দী হ'বলৈ অনিচ্ছুক। স্থান-কাল-পাত্ৰৰ উৰ্ধৰ্লৈ মানুহে জীৱনত এবাৰহে গতি কৰিব পাৰে, আৰু এবাৰহে মানুহ অমৰ হয়। তাই পূৰ্ণেন্দুৰ মৃত্যু নিবিচাৰে, অথবা পূৰ্ণেন্দুৱেও অদিতিৰ।

অদিতি এইবাৰ আকৌ কাহিনীৰ পৃষ্ঠালৈ সোমাই গ'ল। সোমাই যোৱাটো তাইৰ বাবেই আৱশ্যক আছিল। যিহেতু পৃথিৱীৰ সমস্ত সৎ মানুহৰ সমস্ত সৎ গুণেৰে পূৰ্ণেন্দুক তাই নিজে সৃষ্টি কৰি সৃষ্টিকৰ্তাৰ সন্মান তাই নিজে অৰ্জন কৰিছিল, সেয়ে পূৰ্ণেন্দুৰ ওপৰত তাইৰ অধিকাৰো আছিল। তাই নিজকে সেই অমৰ শিল্পীৰ লগত বিজাইছিল, যি দুখ, যন্ত্ৰণা, দৈন্য, হতাশা নেওচি কেৱল সৃষ্টিৰ আনন্দতে সৃষ্টি কৰে অমৰ কলাৰ। যাৰ মৃত্যু হয়, কিন্তু তেওঁ অমৰত্ব প্ৰদান কৰে। তাই পূৰ্ণেন্দুক অমৰত্ব প্ৰদান কৰিছে, মৰণশীলতাৰে ধ্বংস কৰিব নোখোজে। তেজ-মঙহৰ অদিতিয়ে এই কথাও জানে যে, প্ৰতিজন ব্যক্তিয়েই দোষ-গুণেৰে ভৰা এক ব্যক্তিবিশেষহে—

দহজন ব্যক্তিৰ সমস্ত সৎ গুণ লৈ সৃষ্টি হোৱা সমষ্টিবিশেষ নহয়। পূৰ্ণেন্দু তাইৰ সৃষ্টি, আৰু তায়ো পূৰ্ণেন্দুৰে সৃষ্টি। দুয়ো দুয়োৰে তীব্ৰ কল্পনাৰে দুয়োকে সৃষ্টি কৰিছে। তথাপিও দুয়ো দুয়োকে মানুহ হিচাপেই গ্ৰহণ কৰিবলৈ বাধ্য। কাৰণ এইটোৱো আৰু এটা পৰীক্ষিত আৰু প্ৰমাণিত সত্য যে, মানৱীয় দোষ-গুণৰপৰা সকলো মানুহেই ওপৰলৈ যাবলৈ চেষ্টা কৰিব পাৰে — কিন্তু সকলো মানুহেই মানৱীয় দোষ-গুণৰ ওপৰত থাকিবগৈ নোৱাৰে।

হাতৰ উল শলা সৰু মেজখনৰ ওপৰত থৈ অদিতিয়ে এইবাৰ চিঠি লিখা কাগজ আৰু কলম উলিয়াই ল'লে। আজি তাই পূৰ্ণেন্দুলৈ সঁচাকৈয়েই এখন চিঠি লিখিব। তাইৰ সমস্ত শ্ৰদ্ধা আৰু আৱেগেৰে নতজানু হৈ পূৰ্ণেন্দুক ক'ব — 'ছাৰ, আহকচোন আমি কেৱল প্ৰেম কৰোঁ। কেৱল প্ৰেমৰ কথা পাতোঁ। আমাৰ মাজলৈ সোমাই আহক পৃথিৱীৰ সমস্ত গছ-লতিকা আৰু প্ৰাণীকুল, প্ৰতিটো ধূলিকণা। আমি অমৰ হওঁ। আমি সকলোৱেই সোৱাদ পাওঁ সেই অমৰ প্ৰেমৰ — যাৰ দুবাহু প্ৰসাৰিত, যি কেৱলেই মংগলময, যি মানুহক মানুহ আৰু অমানুহকো মানুহ কৰাৰ শক্তি ধাৰণ কৰে। আহকচোন ছাৰ, আমি কেৱল প্ৰেম কৰোঁ — কেৱল প্ৰেম —'

তাই চিঠিখন লিখিবলৈ আৰম্ভ কৰিলে — 'পৰম পূজনীয় ছাৰ —'

০০০

॥ ১॥

চকু কেইটা মেলি চাইছিলোঁনে মই? নাই চোৱা। চালেও অন্ধকাৰত মই একো নেদেখিলোঁহেঁতেন। নিশ্ছিদ্ৰ অন্ধকাৰ মোৰ চাৰিওফালে। কিন্তু অন্ধকাৰবো এটা উম আছে। আৰু মই সেই উমৰ মাজতে বহু সময় শুই আছিলোঁ। সম্পূৰ্ণৰূপে নিদ্ৰা বিভোৰ অচেতন অৱস্থাপ্ৰাপ্ত হৈ মই শুই থকা নাছিলোঁ। মাজে মাজে মোৰ চেতনা আহিছিল আৰু মই কিছুমান শব্দ শুনিছিলোঁ। শব্দবোৰ বাহিৰৰপৰাই নে ভিতৰৰপৰাই ক'ৰপৰা আহি মোৰ ওচৰ পাইছিলহি মোৰ একো ধাৰণা হোৱা নাছিল। হয়তো শব্দবোৰ মোৰ ভিতৰৰপৰাই আহিছিল, নতুবা বাহিৰৰপৰা। ক'ৰপৰা মই নাজানো, কিন্তু মোৰ ওচৰত আহি উপস্থিত হোৱা প্ৰতিটো শব্দকে তাৰ অৰ্থ নুবুজাকৈ মই ভাল পাবলৈ আৰম্ভ কৰিছিলোঁ। এনে লাগিছিল যেন মই শব্দবোৰে তৈয়াৰ কৰি উলিওৱা এটা অপূৰ্ব পোছাক পৰিধান কৰিবলৈ লৈছোঁ — মোৰ প্ৰথম পোছাক, আৰু শব্দৰ এই পোছাকে মোক বিশেষ ধৰণেৰে আবৃত কৰিবলৈ আৰম্ভ কৰিছে। শূন্যতে — শূন্যতে নে বায়বীয় অথবা জুলীয়া এটা পৰিবেশতে মই উন্মাদৰ দৰে মাজে মাজে লুটি বাগৰ খাবলৈ আৰম্ভ কৰিছিলোঁ। আৰু সেই শব্দবোৰ, উস সেই শব্দবোৰ, যি মোক নিজ হাতেৰে গুঠি এটা শব্দৰ চোলা পিন্ধাই দিছিল, সেই শব্দবোৰৰ কি যে আমন্ত্ৰণ, শব্দৰ আমন্ত্ৰণ কি যে সুকোমল আৰু সুশোভন। কি যে আকৰ্ষণীয়। শব্দই মোক অহৰহ মাতি আছে। মোৰ শৰীৰত শব্দৰ পোছাক। অপূৰ্ব তাৰ ৰূপ, ৰস, বৰ্ণ আৰু গন্ধ। মই যামনে? শব্দৰ সেই সমাৰোহলৈ মই যামনে? মোৰ এই বায়বীয় অথবা তৰল — কি মই নাজানো, এই আবেষ্টনী ভেদ কৰি মই যামনে বা মই নিশ্চুপ আৰু নিৰুদ্বেগ হৈ ৰ'ম?

কিন্তু কি যে শক্তিশালী শব্দৰ সেই আমন্ত্ৰণ। যেন কোনোবা এটা মহাজাগতিক নক্ষত্ৰৰপৰাহে আহি আছে। বোধহয় কোনেও সেই শব্দ শুনা নাই, কেৱল মইহে শুনিছোঁ। শব্দবোৰ মোৰ বাবে। মই এতিয়াও সাঁতুৰি আছোঁ বায়বীয় অথবা তৰল— মই নাম নজনা, বুজি নোপোৱা এটা আবেষ্টনীৰ মাজত। মহাজাগতিক শব্দবোৰে মোক আকৰ্ষণ অথবা আমন্ত্ৰণ কৰিছে। মই সেই আমন্ত্ৰণ গ্ৰহণ কৰাই উচিত। শব্দই কাকো প্ৰৱঞ্চনা নকৰে। কাৰণ মানুহৰ দৰে শব্দৰ সিৰা উপসিৰা তেজ মঙহ সম্বলিত এটা শৰীৰ নাই। শব্দই সকলোকে বুকুত ভৰাই ল'ব পাৰে, কাৰণ মানুহৰ

দৰে শব্দ দৰিদ্ৰ নহয়। নিজা ৰূপ, বৰ্ণ, শক্তি আৰু প্ৰাচুৰ্যৰে ই সবাতোকৈ চহকী। শব্দই প্ৰেম, জীৱন আৰু জগত। ময়োতো প্ৰেম, জীৱন আৰু জগতৰ সন্ধানত থকা এক ক্লান্তিহীন নাবিক। মোৰ শৰীৰত শব্দই প্ৰাণৰ সঞ্চাৰ কৰিছিল, আৰু কোনো এক মহাজাগতিক নক্ষত্ৰলোকৰ আলোকমালাৰে সজ্জিত হৈ থকা সেই প্ৰাণ শব্দবোৰে মোলৈ বহন কৰি লৈ আহিছিল। প্ৰতিটো প্ৰাণেই মহামূল্যবান আৰু দুৰ্লভ। মই তেনে এটা মহামূল্যবান আৰু দুৰ্লভ প্ৰাণৰেই গৰাকী হৈ পৰিছিলোঁ। আলোকিত নক্ষত্ৰলোকৰ জ্যোতিমালাত উৎপন্ন হোৱা শব্দই বহন কৰা সেই স্ফুলিংগই আহি মোৰ এই শৰীৰ ধাৰণ কৰিছিল। সেই মুহূৰ্তত কেৱল প্ৰাণটোৰ বাহিৰে মোৰ হাতত মাথো শব্দহে আছিল। বহু দূৰণিৰপৰা ৰিণি ৰিণি ভাহি অহা শব্দ। যেন বহু নিলগৰ পৰ্বত এটাৰ খোৰোং এটাৰপৰা মাটি ফুটি এটা নিজৰাহে বৈ আহিছিল।

শব্দবোৰ মধুৰ আছিল হয়, কিন্তু মোক মাজে মাজে বৰ যন্ত্ৰণাও দিছিল। মই তেতিয়াও জনা নাছিলোঁ যে প্ৰতিটো আনন্দৰ উৎসই হ'ল নিখাদ যন্ত্ৰণা। যন্ত্ৰণা আৰু আনন্দ অতি নিকট আত্মীয। নিমন্ত্ৰিত অতিথিৰ দৰে মই মোৰ আবেষ্টনীটোৰ মাজৰপৰা দুখোজ এখোজকৈ ওলাই আহিব খুজিছিলোঁ, কিন্তু কিবা এটাই মোক পিছফালৰপৰা বাধা দি আছিল। সেই যন্ত্ৰণা, বাধা অতিক্ৰম কৰিব নোৱৰাৰ যন্ত্ৰণা। অপ্ৰতিৰোধ্য হ'ব নোৱৰাৰ যন্ত্ৰণা। মই যন্ত্ৰণাৰ নীল-ৰঙী পোছাক পিন্ধিবলৈ আৰম্ভ কৰিছিলোঁ।

সেই যে পোছাক এটা পিন্ধিবলৈ আৰম্ভ কৰিলোঁ, তেতিযাৰেপৰাই মই নতুন নতুন পোছাক সলাই সলাই পিন্ধিযেই আছোঁ। জীৰ্ণ বসন ত্যাগ কৰিছোঁ, প্ৰযোজনীয নতুন বসন ধাৰণ কৰিছোঁ। কত বাৰ যে পোছাক পিন্ধিলোঁ কতবাৰ যে সলালোঁ। কত বাৰ যে সলনি হ'ল মোৰ পোছাক যোৰৰ ৰং। প্ৰথম পৰিধান কৰা শব্দৰ সেই পোছাক কিমান বাৰ যে সলালোঁ আৰু পিন্ধিলোঁ।

যন্ত্ৰণাৰ নীল-ৰঙী পোছাক পৰিধান কৰাৰ লগে লগেই মই নিক্ষেপিত হৈ পৰিছিলোঁ। মই ক'লৈ আহিলোঁ? অনুমান কৰিব পৰা নাছিলোঁ যদিও মোৰ এটা বোধ হৈছিল যে শব্দবোৰ ক্ৰমাৎ বৃদ্ধি পাবলৈ আৰম্ভ কৰিছে। ইটো শব্দৰপৰা সিটো শব্দলৈ থকা পাৰ্থক্য ক্ৰমাৎ নোহোৱা হৈ পৰিছে। শব্দবোৰে মোক সম্পূৰ্ণ গ্ৰাস কৰিবলৈ লৈছে। চাৰিওফালে মাথো কিছুমান শব্দ। মই বুজিছিলোঁ, জীৱনক স্বাগতম জনাবলৈ শব্দৰ বৰ প্ৰয়োজন। মৃত্যুৰ বাবে নিঃশব্দতাৰ। মাতৃগৰ্ভৰ উমৰ মাজত মই জীৱনত ভৰি দিছিলোঁ সেই দিনাই, যি দিনাই নাড়ীৰ যোগেদি মাতৃৰ শৰীৰ সংলগ্ন হৈ থকা মোৰ বুকুত হৃদস্পন্দন আৰম্ভ হৈছিল। মোৰ বাবে তেতিয়াও

আচহুৰা সেই হৃদস্পন্দনৰ শব্দটোৱে মই জীৱন এটাৰ আৰম্ভণি কৰিছিলোঁ। সেই শব্দটোৱে মোক লালন পালন কৰিছিল, নিৰাপত্তা দিছিল আৰু সেই শব্দৰ উপস্থিতিৰ আনন্দত মই মাতৃগৰ্ভৰ জলধিত সাঁতোৰ মেলিছিলোঁ। মোৰ এটা জীৱন হ'ব। আঃ এটা জীৱন। মই জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰে চহকী এটা জীৱত পৰিণত হ'বলৈ গৈ আছোঁ। আৰু মই জীৱন এটা পালেই জীৱনবোধৰ লগত মোৰ পৰিচয় হ'ব।

মই এটা জীৱন পাইছোঁ। কাৰণ, মোৰ বুকুত এতিয়াও বাজি আছে প্ৰাণ প্ৰবাহৰ সেই পৰম শব্দ। মই মোৰ জীৱনটোৰ মুখামুখি হৈয়েই সেয়ে এটা প্ৰশ্ন কৰিছিলোঁ — "মোক জীৱনত পৰিণত কৰি জীৱন এটা দিয়া হে মোৰ প্ৰাণস্পন্দন, মোক কোৱাচোন জীৱনবোধ মানে কি? এই যে উমাল জলধিত অন্ধকাৰৰ মাজত মই সাঁতুৰি আছিলোঁ ইয়াৰেইবা নাম কি? নতুবা বহু দূৰণিৰপৰা ভাঁহি অহা শব্দবোৰেইনো কি? এই অন্ধকাৰ, য'ত মোৰ চকু মেলেই নাখায, মই কেৱল অনুভৱহে কৰোঁ তাৰ গাঢতা, সেযানো কি?" প্ৰাণৰ স্পন্দনটোৱে মোক কৈছিল — "সেই সকলোবোৰৰ নামেই জীৱন। জীৱনৰ এই আদিপাঠ সকলো জীৱই মাতৃৰ গৰ্ভতেই আহৰণ কৰে। এযেই প্ৰেম অথবা মমতা। আনন্দ অথবা যন্ত্ৰণা। সকলো জীৱই পৰিণত জীৱ এটা হোৱাৰ আগতেই গ্ৰহণ কৰা জীৱনবোধৰ প্ৰথম পাঠ।"

মাতৃগৰ্ভতেই মই জীৱনবোধৰ প্ৰথম পাঠ সকলোঁ জীৱই আহৰণ কৰাৰ দৰে আহৰণ কৰিলোঁ। সেই পাঠ গ্ৰহণ কৰাৰ লগে লগেই মই পুলকিত হ'বলৈকো শিকিলোঁ। ইমান পুলক আৰু আনন্দ। জীৱন সঁচাকৈয়েই ইমান পুলক আৰু আনন্দৰে পৰিপূৰ্ণ নে? জীৱন ইমান সুখময নে? সেযে বোধহয় প্ৰতিটো জীৱৰে জীৱনটোলৈ ইমান হেঁপাহ। হেঁপাহটোৱে মোৰ বুকুৰ মাজত হোৱা শব্দটোত গজালি মেলিবলৈ ধৰিলে। মই বুজি পালোঁ, হেঁপাহৰো এটা নিজা শব্দ আছে যিটো শব্দ অইন শব্দতকৈ বেলেগ। মমতা আৰু স্নেহ, আৱেগ আৰু আকৰ্ষণ, আনন্দ আৰু যন্ত্ৰণা — ইতিমধ্যে মোৰ বোধলৈ অহা সকলো শব্দতকৈ বেলেগ শব্দ। বেলেগ তাৰ ধ্বনি, সুৰ, বৰ্ণ, বৈশিষ্ট্য আৰু বিচিত্ৰতা।

কিমান যে বেলেগ, কিমান যে বিচিত্ৰ। প্ৰতিটো অভিজ্ঞতা, প্ৰতিটো শব্দ, প্ৰতিটো অনুভৱ, ইটোৰপৰা সিটো যে কিমান বেলেগ। পৰিপূৰ্ণ জীৱন এটা লাভ কৰাৰ প্ৰথমটো খোজতেই মই বিভিন্ন অভিজ্ঞতাৰ মুখামুখি হ'লোঁ। মোৰ ভৱিষ্যৎ জীৱনত নিশ্চয় এই অভিজ্ঞতাবোৰক মই ব্যৱহাৰ কৰিব পাৰিম। প্ৰতিটো অভিজ্ঞতাৰ বাবে এটা এটা বেলেগ শব্দও সংৰক্ষিত হৈ আছে। স্নেহ আৰু মমতা, আনন্দ আৰু

পুলক, দুখ আৰু সুখ, যন্ত্ৰণা আৰু বিষাদ, প্ৰতিটো অভিজ্ঞতা বুজাবলৈ এটা এটা বেলেগ শব্দ। আঃ জীৱন আৰু জগত কিমান চহকী। কাৰণ জীৱন আৰু জগতৰ আছে যেটমৰা শব্দসম্ভাৰ। যেটমৰা শব্দসম্ভাৰৰ গৰাকী এই জীৱন আৰু জগতে জীৱকো চহকী কৰে। ইতিমধ্যে মই এটা শক্তিশালী আকৰ্ষণৰদ্বাৰা আকৰ্ষিত হৈ পৰিছিলোঁ। আকৰ্ষণ আৰু বিকৰ্ষণৰ টনা আজোৰাত মই বৰ কষ্ট পাইছিলোঁ। কি যে শক্তিশালী আৰু যন্ত্ৰণাদায়ক সেই আকৰ্ষণ। জীৱন আৰু জগতৰ সতে মুখামুখি হ'বলৈ মই সাজু হৈছিলোঁ। সেই আকৰ্ষণ জীৱন আৰু জগতৰ আকৰ্ষণ। কিন্তু দুৰন্ত আৰু দুৰ্ণিবাৰ অন্য এটা শক্তিয়ে মোক বাধা দি আছিল। মই অন্তহীন যন্ত্ৰণাৰ এটা নীল বৰণীয়া পোছাক পিন্ধি লৈছিলোঁ হয়, কিন্তু তাৰ মাজতো আনন্দ আৰু শিহৰণে যে মোক কম্পিত কৰা নাছিল তেনে নহয়। সুখ আৰু আনন্দ, পুলক আৰু শিহৰণবো জন্ম হয় যন্ত্ৰণাৰ মাজতে। মই আগতেই অনুভৱ কৰিছিলোঁ যে, যন্ত্ৰণা আৰু পুলক অথবা আনন্দৰ জন্মক্ষণ একেটাই।

কিন্তু আকৰ্ষণ আকৰ্ষণেই। আকৰ্ষণৰ শক্তি যিমানেই শক্তিশালী হ'ব, সিমানেই শক্তিশালী হ'ব বিকৰ্ষণবো শক্তি। কাৰণ, আকৰ্ষণৰ ফলতেই বিকৰ্ষণবো জন্ম। অথবা আকৰ্ষণ আৰু বিকৰ্ষণৰ উৎসভূমি একেটাই। সেই সুতীব্ৰ আকৰ্ষণ আৰু বিকৰ্ষণৰ যন্ত্ৰণাত মই নীলবৰণীয়া হৈ পৰিছিলোঁ যদিও কিবা এটা শক্তিশালী পুলকত মই আত্মহাৰাও হৈছিলোঁ। পোহৰৰ ফালে মই আকৰ্ষিত হৈছিলোঁ, আৰু অন্ধকাৰৰ উমেও মোক এৰি দিয়া নাছিল। তথাপিও আকৰ্ষণৰ শক্তি অধিক তীব্ৰ বুলি প্ৰমাণিত কৰি সন্মুখৰ দুৱাৰখনেৰে মই ওলাই আহিছিলোঁ। দুৱাৰখন বন্ধ হৈ আছিল নে মেল খাই আছিল? বোধহয় বন্ধ হৈয়েই আছিল, আৰু মোৰ শক্তিশালী হেঁচাত উন্মুক্ত হৈ পৰিছিল। পোহৰৰ ফালে গতি কৰি বাহিৰলৈ ওলাই আহি মই এটা জীৱত পৰিণত হৈছিলোঁ। এটা পৰিপূৰ্ণ জীৱ। পোহৰ আৰু শব্দৰ সংগমত মই ডুব গৈছিলোঁ। ভাব হৈছিল, জীৱন আৰু জগতৰ অৰ্থই হ'ল পোহৰ আৰু শব্দ। কেৱল পোহৰ, কেৱল শব্দ। আৰু একো নাই। আৰম্ভ হৈছিল মোৰ সুখ আৰু যন্ত্ৰণা। সেই একেটাই সুখ আৰু একেটাই যন্ত্ৰণা — যি সুখ আৰু যন্ত্ৰণা মোৰ গৰ্ভধাৰিণী আয়েও পাইছিল। ইতিমধ্যেই হৃদপিণ্ডত জাগৰিত হোৱা স্পন্দনটো মোৰ সৰ্বশৰীৰলৈ বিয়পি পৰিছিল। পোহৰৰ সতে প্ৰথমবাৰৰ বাবে মুখামুখি হৈ মোৰ হৃদয় আৰু শৰীৰ আলোড়িত হৈ পৰিছিল। তেজৰ ডোঙাৰ মাজত মই মন্দিৰৰপৰা ওলোৱাৰ বাট বিচাৰি পাইছিলোঁহি। মন্দিৰলৈ সোমোৱা আৰু মন্দিৰৰপৰা ওলোৱাৰ বাবে দুটা বাট নাথাকে। বাট একেটাই, আৰু প্ৰত্যেক জীৱই জীৱনৰ পাঠ

গ্ৰহণ কৰিবলৈকে মন্দিৰৰপৰা ওলাই আহে। জীৱই জীৱন চক্ৰ পূৰ্ণ কৰিবলৈ তাৰ পিছুৰেপৰাই সন্ধান কৰে মন্দিৰলৈ সোমোৱাৰ সেই আলোকিত পথ। যন্ত্ৰণাৰ মাজতেই জীৱনৰ মাধুৰ্য্য। যন্ত্ৰণাৰ মাজতেই জীৱন অন্বেষণৰ হেঁপাহ। যন্ত্ৰণাৰ মাজতেই আনন্দ। যন্ত্ৰণাৰে মৃত্যুক আবাহন কৰা হয়, আৰু মৃত্যুৰেই পৰম শান্তি বুলিও বিবেচিত হয়। মৃত্যুৰেই সকলোৰে সমাপ্তি বুলি ঘোষণা কৰাৰ পিছতো মৃত্যুক লৈ কৰা জল্পনা কল্পনা চলি থাকে।

চকু ছাট মাৰি ধৰা পোহৰে মোৰ চকু দুটা জলক-তবক লগাবলৈ ধৰিলে। সেই জলক-তবক পোহৰত চকু দুটা মেলিব নোৱাৰিলেও মই গম পালোঁ মই এডোখৰা তেজৰ মাজত লুতুৰি পুতুৰি হৈ সোমাই আছোঁ, আৰু মোৰ নাকত কেঁচা তেজৰ গোন্ধ লাগিছে। যেন মন্দিৰৰ বিগ্ৰহ পূজাৰ অন্তত পিছদিনালৈ নদীৰ জলত উটুৱাই দিয়া পূজাৰ বাহি ফুল আৰু ধূপ ধূনাৰ গোন্ধ। বাহি হোৱা ফুলৰ কিবা মূল্য থাকে জানো? নাথাকে। কিয় নাথাকে? আগদিনালৈকে যি ফুলে পবিত্ৰতাৰ সাক্ষী হিচাপে পৰিগণিত হৈ বিগ্ৰহৰ চৰণ স্পৰ্শ কৰি ধন্য হৈছিল, তাৰ মূল্য? স্মৃতিৰ মূল্য নোহোৱা নহয়। কাৰণ মূল্যহীন হোৱা কথাটোও বৰ বিষাদৰ কথা। বোধহয় বাহি হোৱা জঁয় পৰা ফুলৰ সেই সৌৰভেই মোৰ নাকত লাগিছিল। স্মৃতিৰ সৌৰভ। ধন্য হোৱাৰ গৌৰৱৰ সৌৰভ, আৰু তেনেকৈয়েই মোৰ ঘ্ৰাণশক্তিৰ জন্ম হৈছিল। মোৰ পঞ্চ ইন্দ্ৰিয় জাগৰিত হোৱাৰ সময় এতিয়া। মোৰ বাবে জগতখন নিজা ৰং ৰূপ, বৰ্ণ, গন্ধ, আৰু স্পৰ্শৰে উচ্ছল হোৱাৰ সময়। মই মাথো পৃথিৱীখন উপভোগ কৰিব লাগে। পৃথিৱীক মই দিব লাগে, পৃথিৱীৰপৰা মই ল'ব লাগে। মোৰ পঞ্চ ইন্দ্ৰিয় জাগৰিত হ'ল, আৰু লগে লগেই মই জীৱন আৰু জগত সম্পৰ্কেও সচেতন হৈ পৰিলোঁ। এনেকৈয়েই মই মোৰ মাতৃগৰ্ভৰপৰা মানুহৰ ক্ষুদ্ৰ সংস্কৰণ এটা হৈ জন্ম ল'লোঁ।

।। ২।।

'ল'ৰা হৈছে, ল'ৰা হৈছে। উৰুলি দিয়া, উৰুলি দিয়া' ঘৰৰ আগচোতাল আৰু পাছচোতাল, বাৰাণ্ডা, ভিতৰৰ কোঠাত উৎকণ্ঠিতভাৱে ইফাল সিফাল কৰি, তামোল চালি খাই, কথা বতৰা পাতি থকা সকলোৰে কাণত মাতষাৰ পৰিল। ধাইজনীৰ মাতটো ডাঙৰ। আগচোতালত মাতিলে পাছচোতাললৈকে ৰজন জনাই যায়। কোনোবাই কেতিয়াবা বিৰক্ত হৈ কয় — 'এইজনীৰ যে মাতটো। তাম কাঁহ বজাদি বাজে।' পিছে কেতিয়াবা সেই মাতটোৱেই আকাশৰপৰা হোৱা সুন্দৰ দৈৱবাণী

এটাৰ দৰে আহ্লাদিত কৰিব পৰাও হৈ পৰে। মানুহজনীৰ মাতটো কৰ্কশ নহয়, কিন্তু টেংটেঙীয়া। এতিয়া সেই টেংটেঙীয়া মাতটোৱেই পৰম মধুৰ কুকিল কণ্ঠত পৰিণত হৈ পৰিল। তামোল চালি খাই কথা বতৰা পাতি থকা মানুহখিনিৰ ওঠত তামোলৰ সেলেঙিৰ দৰে হাঁহি এটা বাগৰি গ'ল। "হয়নে, ল'ৰা হৈছে? এইবাৰ ল'ৰা হ'ব বুলি মই তোমাক আগতেই কৈছিলোঁ নহয় মইনাৰ মাক। নেদেখিছিলা, মানুহজনীৰ চকু মুখবোৰ কেনেদৰে সোমাইছিল। তলপেটটো ওলাই পৰিছিল। ভৰি দুটা উখহিছিল। খাবলৈ মন নকৰা হৈছিল। ল'ৰাৰ মাক হ'বলৈ বহুত কষ্ট কৰিব লাগে। এনেয়েই ধোঁৱা চাঙত তুলি থোৱা কোমোৰাটো নমাই অনাদি ল'ৰা পোৱালি এটা নমাই আনিব নোৱাৰি।"

বাৰীত মানুহ এজনে কাম কৰি আছিল। কাম কৰি আছিল হয়, তেওঁ কিন্তু কামত মন বহুৱাব পৰা নাছিল। পুত্ৰ সন্তান এটাৰ আকাংক্ষাত তেওঁৰ মনটোও বৰ ব্যাকুল হৈ পৰিছিল। টেংটেঙীয়া মাতটো মানুহজনৰ কাণতো পৰিল। মুহূৰ্তৰ বাবে তেওঁ হাতৰ বন হাততে এৰিলে। নৱজাত পুত্ৰ সন্তানক চাবলৈ বুলি তেওঁৰ ভিতৰলৈ দৌৰ মাৰি যাবলৈ ইচ্ছা হ'ল। কিন্তু লজ্জাবোধ এটাই তেওঁক সেইটো কৰাত বাধা দিলে। তেওঁ পুনৰ কোৰৰ নালত ধৰিলে আৰু আনন্দ প্ৰকাশৰ উপায় হিচাপে শৰীৰৰ সমস্ত শক্তিৰে হালবাই থোৱা মাটিখিনিতে কোৰ মাৰি পুনৰ চহাবলৈ লাগিল। বনবাত নিৰাই চহাই থোৱা মাটিত শস্যৰ গুটি দিয়া হ'ব। মাতৃগৰ্ভত অংকুৰিত হোৱা ভ্ৰূণৰ দৰে শস্যৰ গুটি অংকুৰিত হৈ গজালি মেলিব, আৰু এদিন এজোপা পৰিপূৰ্ণ গছত পৰিণত হ'বগৈ। সেইজোপা গছতো উৎপন্ন হ'ব গুটি। জীৱনৰ গতি এনেদৰেই প্ৰবহমান হৈ থাকিব।

ইফালে ভিতৰত উথপথপ। উৰুলি দিয়াই উৰুলি দিছে। দুৱাৰমুখত বগৰীৰ জেং অৰাই বগৰীৰ জেং আৰিছে। মাতৃগৰ্ভৰপৰা এইমাত্ৰ ওলাই অহা জীৱ এটাক পৰিপূৰ্ণ জীৱন এটাত পৰিণত কৰিবলৈ ভিতৰত পূৰ্ণ আয়োজন চলিছে। ঘৰখনত এটা উদুলি মুদুলি পৰিৱেশ। তিনিজনী ছোৱালীৰ জন্মৰ পিছত ঘৰখনলৈ একমাত্ৰ পুত্ৰ সন্তানৰ আগমন। উৰুলিৰ দীঘলীয়া শব্দই ইতিমধ্যেই ঘৰখনৰ তলৰ মাটি ওপৰ কৰাকৈ জোকাৰি গৈছেই। কোৰ মাৰি তলৰ মাটি ওপৰ কৰা মানুহজনৰ কাণতো সেই উৰুলিৰ শব্দই প্ৰৱেশ কৰিছেহি। মানুহজন পিতৃৰ একমাত্ৰ পুত্ৰ। তেওঁৰ পিতৃও পিতামহৰ একমাত্ৰ পুত্ৰই আছিল। এতিয়া তেৱোঁ এটি পুত্ৰ সন্তানৰ জনক হৈছে। পৰিয়ালৰ পৰম্পৰা যদি ধৰা হয়, তেন্তে তেওঁৰো একমাত্ৰ পুত্ৰ সন্তানৰ আবিৰ্ভাৱ ঘটিল।

নির্ধাৰিত নিয়ম মতে তেওঁ পুত্ৰৰ মুখ দৰ্শন কৰিলেগৈ। সুন্দৰ আৰু স্বাস্থ্যবান হৈছে ল'ৰাটো। তিৰোতা মানুহখিনিয়ে কয়, ল'ৰাটো সাইলাখ বাপেকৰ দৰেই হৈছে। মিছাও নহয় কথাটো। মানুহজনে নিজেও ল'ৰাটোৰ শৰীৰত নিজৰ শৈশৱটো প্ৰতিফলিত হোৱা দেখা পায। পিতৃ হোৱাৰ পৰিপূৰ্ণ অহংকাৰ আৰু গৌৰৱে তেওঁৰ মনটো দখল কৰিবলৈ ধৰে।

এনেকৈয়ে দিন গৈ আছে। দিনবোৰ বা সময়বোৰ বৰ গতিশীল। কেৱল গৈ থাকিবৰ বাবেই। ৰৈ থাকিবলৈ নহয। ল'ৰাটো ডাঙৰ হ'বলৈ লাগিল। কিমান ডাঙৰ হ'লে বাৰু ডাঙৰ হোৱা বুলি কোৱা হয? মানুহ ডাঙৰ হ'বলৈ কিমান ডাঙৰ হ'ব লাগে? যি সময়ৰ কাহিনী কোৱা হৈছে সেই সময়ত ল'ৰা-ছোৱালী জন্ম দিবলৈ কোনো হস্পিটালনিৰ্ভৰ হোৱা নাছিল। গা বেযা হৈছে বুলি গম পোৱাৰ লগে লগেই ওচৰ চুবুৰীয়া অভিজ্ঞ তিৰোতা মানুহবোৰে দিহা-পৰামৰ্শ দিবলৈ বুলি আহি মানুহ ঘৰত উপস্থিত হৈছিলহি। দুৱাৰমুখত বগৰীৰ জেং আৰিছিল। ল'ৰা হ'লে উৰুলি দিছিল। সোণ ৰূপ মিহলোৱা হালধিৰ পানীৰে কেঁচুৱাক গা ধুৱাইছিল, মুখত কপাহত তিযাই মৌজোল এফোটমান দিছিল, আৰু তাৰ পিছত ল'ৰাটো মাকৰ বুকুত দিছিল। মাটিত ধানখেৰ পাৰি তাৰ ওপৰত পাৰি দিয়া কাপোৰ এখনৰ বিছনাত গা পা ধুই পৰিষ্কাৰ হোৱা মাকজনীৰ সতে কেঁচুৱাটো শুই আছিল। মূৰৰ শিতানত এখন পুৰণি বদুৱা কাচি, গাৰুৰ তলত কাপোৰৰ সৰু টোপোলা এটাত কেইটামান সৰিযহ। দুৱাৰমুখত তুঁহজুই একুৰা। চেৰাশালিৰ সেই কোঠালৈ পুৰুষৰ প্ৰৱেশ নিষেধ আছিল। নিযম কাৰণ কৰি সম্পূৰ্ণ শুদ্ধ নোহোৱালৈকে মাকৰ সম্পূৰ্ণ জিৰণি। জন্ম দিযাৰ আৰু জন্ম লোৱাৰ সমানেই যন্ত্ৰণা, ক্লান্তি আৰু আনন্দ। সেই যন্ত্ৰণা, ক্লান্তি আৰু আনন্দত মাক আৰু কেঁচুৱা দুযো কাহিল হৈ পৰাৰ বাবে জিৰণিৰ এই ব্যৱস্থা।

আগৰ তিনিজনী ছোৱালী। ছোৱালী তিনিজনীৰ জন্ম আৰু ল'ৰাটোৰ জন্মৰ অভিজ্ঞতা মাকজনীৰ বাবে সম্পূৰ্ণ সুকীযা আছিল। তিনিজনীকৈ ছোৱালী জন্ম দি ল'ৰা এটা জন্ম দিব নোৱৰাৰ অপৰাধ সেইসময়ৰ সমাজত বৰ গুৰুতৰ অপৰাধ বুলি বিবেচিত হৈছিল, আৰু সেইবাবে মানুহজনীয়ে খাওঁতে শোওঁতে উঠোঁতে বহোঁতে কেতিয়াবা শব্দৰ, কেতিযাবা নিঃশব্দৰ বাক্যবাণেৰেও জৰ্জৰিত হ'বলগীয়া হৈছিল। হীনমন্যতা আৰু ভযংকৰ অপৰাধবোধৰ সেই মানুহজনীয়ে অনবৰতে অবনত শিৰে থাকিব লগীয়াত পৰিছিল। আমাৰ কাহিনীৰ এইগৰাকী মাকৰো দশা তেনে হৈছিল। শাহুৱেক আৰু বৈবাহিক সূত্ৰে লাভ কৰা অনেক আত্মীয়াৰ তেওঁ লাঞ্ছনা গঞ্জনাৰ মুখামুখি হৈছিল। গঞ্জনা লাঞ্ছনাৰ বাবে চকুৰ চাবনি, কোঁচ খোৱা

নাক, তীব্র বক্রোক্তিময় ওঠৰ ঈষৎ হাঁহি এইবোৰেই যথেষ্ট। এইবোৰেই এজনী মানুহক মানুহৰ শাৰীৰপৰা নমাই আনি মাটিত সূৰ্যৰ কিৰণে স্পৰ্শ কৰিব নোৱৰাকৈ ঢাক খাই থকা এজোপা তৃণত পৰিণত কৰি দিবও পাৰে। তিনিজনীকৈ ছোৱালী জন্ম দিয়াৰ পিছত মানুহজনী শেঁতা পৰি গৈছিল। শৰীৰৰ বান্ধোনো সোলোক ঢোলোক হৈছিল। তাতে বাৰে বাৰে ছোৱালী জন্ম হৈ থকা মাকৰ শৰীৰৰ যত্ন ঘৰখনেও নলয, মাকজনীযেও নলয়। যেন, ল'ৰা জন্ম দিব নোৱৰাৰ মহা অপৰাধৰ শাস্তি স্বৰূপেই এই ব্যৱস্থা। মানুহজনী মানসিকভাৱেও সূৰ্যৰ পোহৰৰপৰা বঞ্চিত হোৱা শেঁতা পৰা বন এজোপাৰ দৰে হৈ পৰেগৈ। কিন্তু এইমাত্র হোৱা উৰুলিৰ ধ্বনিয়ে ক্লান্তিয়ে অবশ কৰা মানুহজনীৰ কাণত মধু গুঞ্জন তুলিবলৈ লাগিল। ভযত আৰু যন্ত্রণাত কিছু পূৰ্বৰ আগতে তেওঁ চকু মুদি দিছিল। চকু দুটা তেওঁ ছাটকৈ মেলি দিলে। চকুত এতিযা ক্লান্তি আছে যদিও লেশমাত্রাও যন্ত্রণা নাই। উৰুলিৰ শব্দই আচম্বিতে মানুহজনীৰ শৰীৰ আৰু মনলৈ এটা প্ৰাণ চাঞ্চল্যও আনি দিলে। উৰুলিৰ শব্দনে? হ্যতো, উৰুলিৰে শব্দ দেখোন। তাৰ মানে — তাৰ মানে — ? খোৱাৰ খোজে পতি অপৰাধ। অপৰাধৰপৰা, অপমান আৰু হীনমন্যতাৰপৰা উদ্ধাৰ পাব পৰাও কম গৌৰৱৰ কথা নহয। মূৰ তুলি থিয হৈ এযাৰ কথা ক'ব পৰা গৌৰৱৰ দিন এটা আহি তেওঁৰ বাবে উপস্থিত হ'ল তেনেহ'লে? লগে লগে মানুহজনীৰ মনটো অন্য এক অপৰাধবোধেৰে ভাৰাক্রান্ত হৈ পৰিল। ছোৱালী তিনিজনী — চুচুক চামাককৈ ভযে ভযে বৈ থকা মোৰ তিনিজনী ছোৱালী। মোৰ নৱলব্ধ এই গৌৰৱবোধটোৱে সিহঁতক অপমান কৰিছে নেকি বাৰু? আই ঐ দেহী, মোৰ সোণবৰণীয়া ছোৱালী কেইজনী। আঃ মাক হোৱাৰো যে কি জ্বালা। পৰৰ সম্পত্তি বুলি সকলোৱে গণ্য কৰিলেও মই কেনেকৈ গণ্য কৰিম?

কেঁচুবাটোৱে পৃথিবীলৈ অহাৰ, মাটিৰ পৃথিবীখনত বুকুভৰি উশাহ লোৱাৰ জাননী দিলে। সি কান্দিবলৈ লাগিল। জন্ম হৈযেই কন্দা কান্দোন। সি কিবা প্রতিবাদ কৰিছে নেকি বাৰু? আলোকিত পৃথিবীখনত প্রথমটো উশাহ লৈয়েই সি প্রতিবাদ কৰিবলৈ আছেনো কিটো? সিহে জানে।

প্রকৃততে ময়ো ক'ব পৰা নাছিলোঁ। পৃথিবীত, মাটিৰ গোন্ধ থকা বতাহত মোৰ জীৱনৰ প্ৰথম উশাহটো লৈ মইনো কিয় কান্দিব লগা হ'ল। সকলো কেঁচুৱাই কান্দে, সেইবাবেই ময়ো কান্দিছিলোঁ, সেইটোৱেই কথানে? নে ধাইজনীৰ টেংটেঙীয়া মাতটো শুনি নতুন জীৱনটোলৈ মোৰ ভয় সোমাইছিল। নতুবা এনেকুৱাও হ'ব পাৰে যে মই ইমান দিনে পৰিচিত হৈ পৰা উমাল অন্ধকাৰে মোক এটা স্বাধীনতা

আৰু নিৰাপত্তা দিছিল। মই নিশ্চিন্ত হৈ পৰিছিলোঁ, আৰু সেয়ে পোছাকহীন মোৰ দেহাটো মই মমতাৰ আবৰণৰে সজ্জিত কৰি লোৱাৰ পিছত বাহিৰৰ পোহৰ আৰু শীতলতাই মোক পৃথিবীখনৰ প্ৰতি কিছু সন্দিহান কৰি তুলিছিল। কিন্তু মইতো পৃথিবীক বিশ্বাস কৰিয়েই পৃথিবীলৈ আহিবলৈ সাজু হৈছিলোঁ। পৃথিবীখনক মোৰ জীৱনলৈ স্বাগতম জনাওঁতে মই অবিশ্বাসেৰে স্বাগতম জনাম নে? মই কান্দোন বন্ধ কৰিছিলোঁ।

'সুলক্ষণীয়া ল'ৰা। মাটিত পৰিযেই কান্দিছে। মাতটো টান। ই একঠা খাব। হোঁ, ধুৱাই পখলাই দিলোঁ, তই বুকুলৈ ল। গাখীৰ দে।' ধাইজনীৰ টেংটেঙীয়া মাতটো পুনৰ মোৰ কাণত পৰিল। এইবাৰ মই ভয় নাখালোঁ। বুজিলো, এইটো মাতে কাকো ভয় খুৱাব নোৱাৰে। নিৰ্ভযতাহে প্ৰদান কৰে। কাপোৰৰ টোপোলাৰ মাজত মই মোৰ আইৰ বুকুখনৰ ওচৰ চাপি গ'লোঁ। আযে তেওঁৰ কামবন কৰি খহটা হোৱা হাতৰ আঙুলি কেইটাৰে মোৰ গাল দুখন, নাকটো আৰু ওঠ দুটা চুই চালে। আইৰ নিজৰ ওঠতো হাঁহি এটা বিৰিঙি পৰা মই দেখিলোঁ। ইমান দিনে মই আইৰ শৰীৰৰ মাজতে সোমাই আছিলোঁ, আৰু তেতিযাই আইৰ শৰীৰটোৰ লগতে আইৰ মনটোও মোৰ পৰিচিত হৈ পৰিছিল। মই বুজি পাইছিলোঁ মোৰ আই মানেই মোৰ নিৰাপত্তা। সৰু সৰু হাত দুটাৰে আইক সাৱটি ধৰি মোৰ ক'বৰ মন গৈছিল — 'আই, কেৱল তোমাৰ বুকুখনতেই নহয়, তোমাৰ সৰ্বশৰীৰতে মোৰ বাবে অমৃতৰ অখণ্ড ভাণ্ডাৰ সঞ্চিত হৈ আছে। মই অমৃতৰ পৰশ পালোঁ। মোৰ ভয় নাই। মই মৃত্যু জয় কৰি মৃত্যুঞ্জয় হ'লোঁ। মোৰ নাম তুমি কি ৰাখিবা আই? মৃত্যুঞ্জয়?

মোৰ নাম মৃত্যুঞ্জয়েই ৰখা হ'ল। গণক বাপুৱে গণিতা কৰি পালে সিংহ ৰাশি। 'ম' আখৰেৰে নাম আৰম্ভ হ'ব লাগে। মোৰ নামটো কোনে ৰাখিলে, মোৰ আয়ে নে পিতাই, নে ঘৰৰ অইন মানুহে নে বাপুদেৱে সেই কথা মই নাজানিলো। নাজানিলো নাই। সেইটো কথা বৰ জানিবলগীয়া কথাও নহয়। মৃত্যুঞ্জয়। পিতৃৰ উপাধি হাজৰিকা। পূৰ্বপুৰুষ ৰজাদিনৰ এহাজাৰ পাইকৰ ওপৰৰ বিষয়া আছিল। সেযে পূৰ্বপুৰুষৰ ৰজাদিনীযা বিষয়খনৰ গৌৰৱ আৰু অহংকাৰ ৰক্ষা কৰাৰ দায়িত্ব দি মোৰ নামৰ পিছত 'হাজৰিকা' উপাধি লগাই দিয়া গ'ল। এইবোৰ কথা মই গম নোপোৱাকৈয়ে ঘটিল। আয়ে মাথো মোক কোচত ভৰাই লৈ গালত গালখন লগাই ফুটা নুফুটা মাতেৰে কথা পাতে। 'মোৰ সোণটো, ধনটো, বোপাইটো, মাণিকটো, মোৰ অকণ বাপুটো।' আয়ে দিয়া নামটো মোৰ ঘৰুৱা নাম হৈ পৰিল। লাহে লাহে দিনচেৰেক যোৱাৰ পিছত মোৰ অকণ বাপু নামটো কণবাপু হ'ল। 'কণবাপু শুনেনে?

সি গাখীৰ খালেনে? তাৰ মুখ লাগিছিল নহয়, মুখখন ভাঙিলানে? পানী লগাৰ বাবে নহ্‌ৰু আৰু বচৰ শিপাৰ মালা এডাল পিন্ধোৱা হ'লনে? গাত নহ্‌ৰু তেলৰ মালিচ? তাৰ আইসকলে দেখা দিছে নেকি? ঘৰলৈ কচু বেঙেনা নুসুমুৱাবা। শোৱা পাটীৰ কাপোৰৰ তলত মহানিমৰ পাত পাৰি দিবা। মাহীয়েকৰ হতুৱাই মাহী কৰাই এমুঠি খুন্দাবা।' মোকে কেন্দ্ৰ কৰি সকলোৱে জনা কথাবোৰেই আমাৰ ঘৰত বহা তিৰোতামেলত ওলাবলৈ ধৰিলে। তেতিয়াৰ দিনত ডাক্তৰৰ ওপৰত কাৰো ভৰসা নাই। ওচৰ-চুবুৰীয়া মানুহে দিয়া দিহা পোহা, তাবিজ মাদলি, জৰা পানী, গোসাঁই ঘৰত তামোল পাণ এযোৰেৰে সৈতে তেল শলিতা এগছি, এইবোৰতেই মানুহৰ ভৰসা।

এনেকৈয়েই মই ডাঙৰ হ'লোঁ। তাবিজ মাদলি, জৰা পানী, ডোল ফঁহতি, তামোল পাণ এযোৰেঁৰে শলা বন্তি এগছি, গাত খহু খৰে ধৰিলে তিনিমুখীয়া বাটত এৰাঁ গাখীৰ, আৰৈ চাউল, ফুল, তুলসী আৰু দুবৰি বনেৰে সৈতে আইৰ হাতৰ সোণৰ আঙঠিটো, আৰু আইতাৰ বাকচৰপৰা উলিযাই অনা ৰূপৰ টকা এটা তিওৱা পানী একলহেৰে গা ধুই মই খৰ খহুৰপৰা পৰিত্ৰাণ পোৱাৰ ব্যৱস্থা এটাৰ মাজত ওচৰ-চুবুৰীয়াৰ চকুৰ আগত মই বাঢ়ি আহিবলৈ ধৰিলোঁ।

'এইটো দেখোন দিনক দিনে বৰকৈ বাঢিছে কণবাপুৰ মাক, কি খুৱাইছনো?'

'কিনো খুৱাম খুৰীদেউ? একেটি ল'ৰা বুলি বাপেকে বুঢীমাকে টোপ পৰিবলৈ নিদিয়ে। তৰহে তৰহে বস্তু। ল'ৰাই খালেহে।' আইৰ মাতত সন্তোষৰ সুৰ।

'এহ, সদায একেটি পোৱেই হৈ থাকিবনে? কি দিন কাল নোহোৱা হৈছে?'

'খুৰীদেউ ভঁড়ালতে নাই।'

ফাগুন-চ'ত এই দুমাহত আইতাই নিয়মীয়াকৈ কেঁচা হালধিৰ ৰস খুৱায়। ৰাতিপুৱা শুই উঠি যেই খালী পেটতে খাব লাগে। জ্বৰ, খৰ, পেলুৰ বাবে ভাল। ৰাতিপুৱাই কেঁচা হালধিৰ ৰস খোৱাত পেটটোৱে ওকট পাকট কৰি থাকে। দিনৰ দিনটো কেঁচা হালধিৰ গোন্ধ লাগি থাকে মুখত। কিন্তু নাখালে নহ'ব। আইতাৰ কাঢ়া হুকুম। মোৰ খং উঠে। চকুৰ পানীও ওলায়। পিছে কি হ'ব? আইতাৰ শাসনৰ ওচৰত ঘৰখনৰ সকলোৰেই শিৰ অবনত। মই কোন কূটা?

ঘৰখনৰ তিনিজনী ছোৱালীৰ জন্মৰ পিছত মোৰ জন্ম। বহুত দিনলৈকে মই পেটমোচা বুলি আখ্যা পোৱা নাছিলোঁ। সকলোৰে আৰু এটা ল'ৰালৈ হেঁপাহ এটা আছিল। কিন্তু দেখা গ'ল অৱশেষত মই আইৰ পেটমোচা হৈ পৰিলোঁ। ঘৰখনৰ একমাত্ৰ পুত্ৰ সন্তান হোৱা হেতুকে মোৰ একাধিপত্য দিনে দিনে বাঢ়িবলৈ ধৰিলে,

আৰু ইমান দিনে অখণ্ড প্ৰতাপেৰে ঘৰ শাসন কৰি থকা মোৰ আইতায়ো সেই কথা নিৰ্বিবাদে মানি ল'লে।

মই ডাঙৰ হ'লোঁ। ওচৰৰ প্ৰাইমেৰী স্কুলখনলৈ গ'লোঁ। তাৰ পিছত চহৰৰ হাইস্কুল। সেই সময়ত 'জিলা' বুলি কৈছিল। 'ক'লৈ ওলালা?' 'এহ কাম এটা আছে জিলাৰপৰা আহোঁগৈ। 'জিলালৈ যাবা নেকি এই কেইদিনতে? মোৰো কাম এটা আছিল, মযো গলোঁহেঁতেন তোমাৰ লগতে।' এই ধৰণৰ কথা-বতৰা। আমিও প্ৰথমে জিলা বুলিযেই কৈছিলোঁ। পিছলৈহে চহৰ বুলিবলৈ ল'লোঁ। হাইস্কুলৰপৰা গুৱাহাটীৰ কলেজ। সেযাও এটা দীঘল পথ পৰিক্ৰমা।

সৰুৰেপৰাই মই পঢ়া-শুনাত মেধাৱী আছিলোঁ। মানুহে কোৱা কথা। ওচৰ-চুবুৰীযা মানুহে হেনো কোৱা কুই কৰিছিল — 'হাজৰিকাৰ ল'ৰাই একঠা খাব। বংশৰ নাম যশ বঢ়াবলৈ ই জনম ল'লে।' মোৰ পিতৃ আছিল নিতান্তই সাধাৰণ কৃষক। বিদ্যাৰ নামত হাইস্কুলখন গচকিছিলগৈ মাথো। আযে আখৰ কেইটা চিনি পাইছিল আৰু জোঁটাই জোঁটাই ৰামায়ণ মহাভাৰত পঢ়িব পাৰিছিল। আইতাই আখৰ চিনি নাপাইছিল, কিন্তু তেওঁ সাংসাৰিক বিদ্যাত বৰ পটু আছিল। মোৰ তিনিওজনী বাইদেউকে স্কুললৈ পঠোৱা হৈছিল যদিও সিহঁতৰ পঢ়া-শুনাক ঘৰখনৰ কোনোৱে গুৰুত্ব সহকাৰে লোৱা নাছিল। বিয়া হৈ ঘৰ সংসাৰ চম্ভালিবৰ বাবে ঘৰুৱা শিক্ষা দিযাতহে গুৰুত্ব দিযা হৈছিল। গতিকেই ঘৰখনৰ একমাত্ৰ মযেই আছিলোঁ, যাৰ পঢ়াশুনাক ঘৰখনে গুৰুত্ব দিছিল, মেধাৱী হোৱাৰ বাবে স্কুলতো মই গুৰুত্ব পাইছিলোঁ, আৰু ওচৰ-চুবুৰীযা বা আত্মীয়-স্বজনেও গুৰুত্ব দিছিল।

সৌ সিদিনাৰ কথাহে যেন। স্মৃতি বৰ সহজে মচ খাই নাযায। কোনে কয, স্মৃতি মচ খাই কালক্ৰমত নোহোৱা হৈ পৰে বুলি? দেউতাৰ আঙুলিত ধৰি ভযে ভযে স্কুল সোমোৱাৰ সেই প্ৰথম দিনটো আৰু শিক্ষা শেষ কৰি বিজযোল্লাসেৰে ওলাই অহা সেই দিনটো — দুয়োটা দিনেই মোৰ বাবে সমানেই গুৰুত্বপূৰ্ণ, আৰু সমানেই স্মৃতিউজ্জ্বল। মোৰ সকলো কথাই মনত আছে। কেতিয়াবা হযতো ইটো স্মৃতিৰ ওপৰত সিটো স্মৃতি পৰি ওপৰা-উপৰি হৈ যায। খান্দি কুৰুকি উলিযাব লাগে। কিন্তু স্মৃতিবোৰ চিৰদিনৰ বাবে মচ খাই নাযায়। ঠিক যেন মাটিৰ তলত সোমাই থকা কোনো এক সুপ্ৰাচীন সভ্যতাহে। সুপৰিকল্পিতভাৱে সাৱধানে খনন কাৰ্য চলাব লাগে। কেনেকৈ খনন কাৰ্য চলাব লাগে তাৰো কিছুমান পূৰ্ব-নিৰ্দিষ্ট নিয়ম আছে। সেই নিয়ম পালন কৰি সুকৌশলেৰে খনন কাৰ্য চলালে ওলাই আহিব প্ৰাচীন বুৰঞ্জীৰ হেৰাই যোৱা বহুতো মূল্যবান তথ্য। কিন্তু নিয়ম নমনাকৈ,

কোনো কৌশল নজনাকৈ, খান্দি পেলালে সেই মূল্যবান তথ্য নষ্ট হৈ যোৱাৰ সম্ভাৱনা অধিক। মই কৌশলগতভাৱে সকলো নিয়ম মানি লৈ সেই কাম কৰিব খুজিছোঁ। চাওঁচোন কি হয়।

।। ৩।।

পাঠকসকলৰ মনত মই কোনো বিভ্ৰান্তিৰ সৃষ্টি কৰিব খোজা নাই। মই আত্মজীৱনী লিখা নাই। অৱশ্যে আত্মজীৱনী লিখাৰ অধিকাৰ সকলো মানুহৰে আছে। সকলো মানুহৰে জীৱনত প্ৰায় একেধৰণৰ সৰু বৰ ঘটনাসমূহ ঘটে। কোনে কিমান কৌশল খটুৱাই ৰসাল কৰি ঘটনাসমূহ লিপিবদ্ধ কৰিব পাৰে প্ৰকৃত কথা সেইটোহে। পাকৈতজনৰ হাতত পৰিলে জীৱনত প্ৰথম জোতা পিন্ধাৰ ঘটনাটোও সুন্দৰ আৰু ৰসাল হৈ পৰে। মই লেখক নহয়। মোৰ জীৱনত কাৰো জীৱনত নঘটা ঘটনাও ঘটা নাই, বাঁ আত্মজীৱনী ৰচনা কৰিব পৰাৰ জোখাৰে কোনো সমল মই মোৰ জীৱনত গোটাবই নোৱাৰিলোঁ। মই মাথো স্মৃতিচাৰণ কৰিব খোজোঁ। স্মৃতিচাৰণ কৰিব খোজোঁ হেৰাই যোৱা দিনবোৰৰ। মই আজিকালি জীৱনটোক এখন নদীৰ লগত তুলনা কৰিবলৈ লৈছোঁ। নদীৰ দৰে জীৱনৰ এটা গতি আছে, দুটা কুল আছে। বুকুখন থৌকি বাথৌ হোৱা আৰু নিস্তৰংগ হোৱা, এই দুটা অৱস্থাও আছে। নদীৰ দৰেই আছে জীৱনৰো সুগন্ধ। নদীৰ দৰেই জীৱনৰো আছে বহু দূৰণিৰ পৰ্বতৰ খোৰোঙত, শিলৰ ফাটত, অথবা মাটিৰ তলত এৰি থৈ অহা উৎসভূমি। নদীৰ দৰেই জীৱনেও খোজ দিয়ে খলা বমা, পৰ্বত অৰণ্য, সেউজীয়া উপত্যকা আৰু সোণোৱালী শস্যভূমিত। নদীৰ দৰে জীৱনৰো আছে আৱেগ, সম্বৰণ কৰিব নোৱৰা আকুল প্ৰেম, শৰীৰ স্পৰ্শ কৰাৰ ব্যাকুল হেঁপাহ, সুখ আৰু দুখ, বিষাদ আৰু আনন্দ, আশা আৰু হতাশা, জয় আৰু পৰাজয়। নদীৰ যিদৰে মহাসাগৰত মিলিব খোজাৰ লক্ষ্য আৰু আকাংক্ষা সেইদৰে জীৱনৰো লক্ষ্য আৰু আকাংক্ষা মহাজীৱনৰ সতে মিলিত হোৱাৰ।

কিন্তু মই জানো জীৱনৰ কথা লিখিব খুজিছোঁ? নে পোছাকৰ কথা? নতুবা মই জীৱন আৰু পোছাক — এই দুইটাৰে মাজত এৰুৱাব নোৱৰাকৈ এঠা লাগি থকাৰ সেই সম্পৰ্কটোৰ কথা লিখিব খুজিছোঁ। জীৱনৰ কথা ক'লেই পোছাকৰ কথাও কোৱা হ'ব, আৰু পোছাকৰ কথা ক'লেই জীৱনৰ কথা। পোছাক? হয়, পোছাক। আভৰণ। মই প্ৰথমেই সেই কথা উল্লেখ কৰিছিলোঁ। পোছাকৰ কথা

লিখিবলৈ কি আছে? মানুহ সভ্য হ'বলৈ আৰম্ভ কৰাৰ চিন এই পোছাক। পৰিবেশ অনুকূলে আৰু লজ্জাৰপৰা হাত সাৰিবৰ বাবে মানুহে যিদিনাই গাত গছৰ বাকলি আৰু জন্তুৰ ছাল মেৰিয়াই ল'বলৈ শিকিলে সেইদিনাই মানুহ অন্য ইতৰ জীৱতকৈ শ্ৰেষ্ঠ আৰু বিশেষ জীৱ বুলি পৰিগণিত হ'ল। মই সেযে পোছাকৰ কথা ক'বলৈ লৈছোঁ। নিৰাভৰণ হৈ পৃথিৱীলৈ অহা মানুহে নিৰাভৰণ হৈয়েই পৃথিৱীৰপৰা গুচি যায়গৈ। আৰু এই নিৰাভৰণ অৱস্থাই আভৰণ হৈ পৰেগৈ।

জীৱন আৰু জগতৰ সতে মোৰ পৰিচিতি নিবিড় হৈ পৰাৰ আগতেই মই পিন্ধি লৈছিলোঁ যন্ত্ৰণাৰ নীল বৰণীয়া পোছাক। পিছত সময়ে সময়ে মই পোছাক সলনি কৰিছিলোঁ। কিন্তু জন্মৰ প্ৰাকমুহূৰ্তৰ সেই পোছাক মোৰ শৰীৰত লিপিত খাই ল্যাগি ধৰি আছে এতিয়াও। মই ডাঙৰ হৈছোঁ। মোৰ শাৰীৰিক আৰু মানসিক পৰিপুষ্টি সাধন হৈছে। বিভিন্ন সময়ত মই পৰিধান কৰা বিভিন্ন পোছাকে মোক বিস্তৰ অভিজ্ঞতা দান কৰি চহকী কৰিছে। মই কেতিয়াবা আনন্দত আত্মহাৰা হৈছোঁ, দুখত হৈছোঁ কাতৰ। সুখে মোক বিহ্বল কৰিছে। আৰু যন্ত্ৰণাই মোক কৰিছে দগ্ধ। মই ঈৰ্ষা কৰিবলৈ শিকিছোঁ, শিকিছোঁ উৎসাহিত হ'বলৈ। মই ভাল পাবলৈ আৰু ঘৃণা কৰিবলৈকো শিকিছোঁ। মোৰ মাজত কিছুমান সৰু সৰু আকাংক্ষাই গজালি মেলিছে। উচ্চাকাংক্ষা আহিও ভুমুকি মাৰেহি। মই প্ৰশংসিত হ'বলৈ ভালপোৱা হৈছোঁ, মোৰ চহকী ব্যক্তি হ'বলৈ মন যোৱা হৈছে, মন যোৱা হৈছে প্ৰতাপশালী আৰু ক্ষমতাশালী হ'বলৈকো। এইবোৰ প্ৰত্যেকবোৰেই মোৰ এটা বিশেষ বয়সৰ একো একোটা মানসিক অৱস্থা। ক'ব পাৰি প্ৰত্যেকটো অৱস্থাই একো একোটা পোছাক। যন্ত্ৰণাৰ নীল ৰঙটো মাথো প্ৰত্যেকটো পোছাকৰ ৰঙৰ লগতেই মিহলি হৈ পৰে।

'তুমি মোক এপাহ পদুম ফুল আনি দিব পাৰিবানে?'

'ক'ত পাম মই পদুম ফুল?'

'তোমালোকৰ গাঁৱৰ পুখুৰীটোত পদুম ফুল ফুলি ৰমকজমক হৈ আছে। মই জানো।'

হয়, আমাৰ গাঁৱত এটা বিযাগোম পুখুৰী আছে, আৰু তাত পদুম ফুল ফুলে। পুখুৰীৰ পাৰত থকা বিয়াগোম আঁহত গছজোপা কেবাশ বছৰৰো প্ৰাচীন। পুখুৰীটোৰ পাৰত থকা বিশাল চৰণীয়া পথাৰখন পাৰ হৈয়েই এটা টিলা পোৱা যায়। টিলাটোৰ পৰা সিপাৰৰ বহু দূৰলৈকে আৰম্ভ হৈছে এখন অৰণ্য। অৰণ্যখন গৈ পাহাৰত শেষ হৈছেগৈ। পাহাৰৰপৰা মাজে মাজে নামি আহে বনৰীয়া হাতীৰ জাক। টিলাৰ

অৰণ্যখনত ভাকটোৱে বাহৰ পাতেহি। পাহাৰটোৰপৰা সাপৰ দৰে একাবেঁকা হৈ নিজৰা এটা নামি আমাৰ গাঁওখনৰ সীমা চুই দূৰণিলৈ গুচি গৈছে। নিশা নিজৰাত সুগৰী পহুৱে পানী খাইহি। মাজনিশা অপেছৰী নামি আহে আকাশৰপৰা। জুৰিৰ পানীত সাঁতুৰি নাদুৰি গা-ধুই ধেমালি খেলি থাকেহি। সন্ধিয়াৰেপৰা সেই অঞ্চলটো বৰ জয়াল হৈ গহীন হৈ পৰে। পুখুৰীৰ পাৰৰ বাটটোৰে আবেলিৰ পিছত আৰু কোনো মানুহ অহাযোৱা কৰিবলৈ সাহস নকৰে। দিনৰ ভাগতো মানুহৰ অকলে অহাযোৱা কৰিবলৈ সাহস নহয়। লগেৰে গ'লেও বোলে গা চমচমাই যায়। আঁহত জোপাৰ তলত নিশা বুঢ়া ডাঙৰীয়াৰ আবিৰ্ভাৱ হয়। মূৰত মথুৰা পাগ। কঁকালত গেৰোৱা লেটাইকৈ পিন্ধা মুগাৰ বৰচুৰীযা। গাত চেলেং। সেইজনাই শুকুলা ঘোঁৰাত উঠি মাজনিশা গাঁওখনত বিচৰণ কৰি ফুৰে। শোৱাপাটীৰপৰাই মানুহে শুকুলা ঘোঁৰাৰ খটলপ খটলপ খুৰাৰ শব্দ শুনা পায। 'কালি নিশা ডাঙৰীয়া গ'ল।' শোৱাপাটীত সাৰ পাই পৰি থকাজনে সাৰ নোপোৱাজনক কয। 'এ হয নেকি, মই গমেই নাপালোঁ।' সিজনে উত্তৰ দিযে।

অৱশ্যে মানুহবোৰে হাতীৰ কথা ক'লেও 'ডাঙৰীযা' বুলি কয। 'ডাঙৰীযাসকল আহিছে বুলি শুনিছোঁ। পাহাৰৰপৰা হাতী নামি আহি অৰণ্যখনত সোমালেহি গাঁৱৰ মানুহবোৰে কোৱা কুই কৰে। ডাঙৰীযাসকলে টিলাটোৰ অৰণ্যখনৰ বাঁহ ভঙাৰ মটৰ মটৰ শব্দ হ্য।

আচলতে টিলাটোক টিলা বুলি কোৱাতকৈ এটা সৰু পাহাৰ বুলিযেই কোৱা ভাল। টিলাটো পাহাৰ এটাতকৈ অলপহে সৰু। তাত পুৰণিকলীযা ইটা, পদুম ফুল, সাপ, চৰাই, হাতী আদি খোদিত কৰা চটা শিল পোৱা যায়। কোনোবা একোটা চটা শিলত কিবা আখৰো লিখা থাকে। কিনো আখৰ, কিনো কথা লিখা আছে কোনেও নুবুজে। আনকি গুৰুত্ব সহকাৰেও নলয। মানুহখিনিযে চটা শিলবোৰ আনি কোনোৱে দুৱাৰমুখত পাৰি লয়, কোনোৱে মচলা বটা শিলৰ পটা হিচাপে ব্যৱহাৰ কৰে, কোনোৱে গা ধোৱা, কাপোৰ খচা পাট হিচাপেও ব্যৱহাৰ কৰে। হাবিখনৰ ওখ চাপৰ গছবোৰৰ মাজত ৰহস্যময কিবা এটাই ওলোৱা সোমোৱা কৰে। কোনেও সেই ফালে মু নকৰে। আনকি হেৰোৱা গৰু-ছাগলী বিচাৰিও মানুহ সেই হাবিলৈ নাযায়। ক্লাছ টেনত পঢ়া মই এটা সৰু ল'ৰা। মোৰ বযস পোন্ধৰ বছৰ তিনিমাহ। গাঁৱলীয়া ল'ৰা হিচাপে মোৰ অৱশ্যে সাহ-পিত আছে, আৰু মই আগৰণুৱাও। সেই বুলিয়েই পদুম ফুল এপাহ আনিবলৈ পুখুৰীলৈ যাবলৈ সাহে নুকুলাই দেখোন।

'দিবানে আনি মোক পদুম ফুল এপাহ?' নাইনত পঢ়া ছোৱালীজনীয়ে টানি

টানি দুডলীয়া বেণী গোঁঠে। দীঘল বেণী দুডালৰ এডাল বুকুৰ ফালে, এডাল পিঠিৰ ফালে পৰি থাকে। চাদৰখন বাঁও কান্ধেৰে পাৰ কৰি আনি কঁকালত খোচ মাৰি লয়। গুটি ফুল বছা মেখেলাখনে ভৰিৰ পতালৈকে ঢাক খুৱাই পেলায়। কথা ক'লে মুখখন উজ্জ্বল হৈ উঠে। চকু দুটা বিহ্বল হৈ পৰা যেন লাগে। ছোৱালীজনী যেন হাবিখনৰ দৰেই ৰহস্যময়। তাই ফুল ভালপোৱা ছোৱালী।

সেইজনী ছোৱালীক এপাহ পদুম ফুল লাগে। আমাৰ গাঁৱৰ পুখুৰীটোত ৰমক জমক কৈ পদুম ফুলবোৰ ফুলি আছে বুলি তাই ইতিমধ্যেই গম পাইছেই। এপাহ পদুম ফুলেৰেনো ছোৱালীজনীয়ে কৰিব কি? গোসাঁইৰ আগত দিব পাৰে, নতুবা তাঁতৰ ফুল বাচিবলৈ বুলি তাৰে চানেকী কৰিব পাৰে। আমাৰ আয়ে গছ পাত এখিলা, চৰাই এটা, বটাটো, বানবাটিটো, পখিলাটো, কলগছজোপা চায়েই চানেকীত তোলা মই দেখিছোঁ। আইতাই মানুহৰ আগত আইৰ প্ৰশংসা কৰি কয় — 'মকৰা শিপিনি।' এই ছোৱালীজনীও বোধহয় আমাৰ আইৰ দৰে মকৰা শিপিনি। তাযো বোধহয় তাঁতত বাচিবলৈ বুলি পদুম ফুলৰ চানেকী তৈযাৰ কৰিব খুজিছে। নহ'লেনো ছোৱালীজনীযে এপাহ ফুলেৰে কৰিব কি?

এপাহ মাথো পদুম ফুল লাগে। মাথো এপাহ। এপাহ পদুম ফুলেৰেনো ছোৱালীজনীযে কি কৰিব মই নুসুধিলোঁ। সোধা হ'লেও চাগে 'কৰিম কিবা এটা। তুমি মোক আনি দিবাচোন' বুলি দিযা উত্তৰ এটাৰ বাহিৰে মই অইন উত্তৰ নাপালোঁহেঁতেন চাগে। কাৰণ ক্লাছ নাইনত পঢা ছোৱালীজনীয়ে চাগে নিজেও নাজানে এপাহ পদুম ফুলেৰে তাই কি কৰিব। পদুম ফুল তাইতো মোক খোজা নাছিল। খুজিছিল তাইৰ বিহ্বল চকু দুটাই। খুজিছিল তাই কঁকালত খোচ মাৰি লোৱা চাদৰখনৰ ব্যাকুল কঁপনিটোৱে, ভৰিৰ পতা সাৱটি ধৰা মেখেলাখনৰ গুটি ফুলবোৰে, দুই চেলাউৰিৰ মাজৰ কণমানি ৰঙা ফোঁটটোৱে, নতুন নাহৰ পাতৰ দৰে ৰঙৰ ওঠৰ ৰঙে।

কিন্তু মোকেইনো খুজিলে কিয? মোতকৈও সাহসী আৰু আগৰণুৱা ল'ৰা আমাৰ স্কুলত আৰু কেইবাটাও আছিল। ল'ৰাকেইটা ছোৱালীজনীৰ অচিনাকিও নাছিল। সেইকেইটা ল'ৰাৰে কোনোবা এটাক তাই পদুম ফুল এপাহৰ কথা ক'ব পাৰিলেহেঁতেন। নক'লে। ময়োনো সোধো কেনেকৈ?

পদুম ফুল এপাহ আনি দিব নোৱাৰো বুলি ক'ব নোৱাৰিলোঁ বাবেই স্কুলৰপৰা আহি ভাত পানী খাই মই এপাহ পদুম ফুল আনিবলৈ বুলি পুখুৰীটোৰ ফালে ওলাই গ'লোঁ। বাটত যেয়েই মোক লগ পালে সেয়েই মই এই গৰু-ছাগলী ঘৰ চাপিবৰ

পৰত ক'লৈনো ওলাই গৈছোঁ সুধিলে। ময়েইবা কেনেকৈ ক'ম ক'লৈ যাওঁ। পদুম ফুল এপাহ আনিবলৈ যাওঁ বুলি ক'লে, কাক লাগে পদুম ফুল, কেলেইনো লাগে, তোক যে পদুম ফুল আনি দিবলৈ ক'লে অইনক নক'লে কিয়, ছোৱালীজনীৰনো ককাই-ভাই, বাপেক-দদায়েক কোনোৱেই নাইনে ফুল এপাহ আনি দিবলৈ — ইত্যাদি নানানটা প্ৰশ্ন হ'ব। তাতে, এই গৰু-ছাগলী ঘৰ চাপিবৰ পৰত কিয় পুখুৰীৰ পাৰলৈ যাব লাগে বুলিও মাৰাত্মক প্ৰশ্নটো কৰিব। আইহঁতে ঘৰত কেনেবাকৈ গম পালে খং কৰিব। আইহঁতৰ যে কাণত নপৰিব তেনে কথা নাই। দুজনী বাইদেউক উলিয়াই দিয়া হৈছিল, বাকী ঘৰত থকা বাইদেউজনীয়ে মোক গালিত ত্ৰিভুবন দেখুৱাব। ইমানবোৰ কথাৰ অৱতাৰণা হোৱাতকৈ কাকো একো ফুট নিদিয়াই ভাল। মই কাকো আচল কথাটো নজনালোঁ, আৰু বেলিটো ডুব যাবলৈ যো-জা কৰোঁতেই পুখুৰীটোৰ পাৰত উপস্থিত হ'লোঁগে।

বিশাল পুখুৰীটোৰ মাজত যেন বেলিটো বৈ আছে। কোমল হৈ পৰা ৰ'দজাক পুখুৰীৰ পানীত ওপঙিবলৈ লৈছে। মাজ পানীত ৰমক জমক হৈ ফুলি আছে পদুম ফুলবোৰ। পুখুৰীৰ পাৰৰ পানীত কিন্তু পদুম ফুল নাই। কেৱল ভেট ফুলবোৰ। পদুম ফুল আনিবলৈ হ'লে মাজ পানীলৈ যাবই লাগিব। পুণি, ভেট আৰু মেটেকা পাৰ হৈ মাজ পানীলৈকো বহুদূৰ বাট। ৰজাদিনীয়া পুখুৰীটো দেখোতেই জয়াল। পানীৰেও চপচপীয়া হৈ আছে।

বহুদিনৰ পিছতো, পানীৰে চপচপীয়া হৈ থকা পুখুৰীটোৰ কথা মনত পৰিলেই মোৰ ভাব হয় — চপচপীয়া হৈ থকাইটো জীৱন। পানীৰে চপচপীয়া হৈ থাকিব লাগে নৈ, বিল, পুখুৰী। সেউজীয়া হৈ থাকিব লাগে সমতলভূমি, পৰিপক্ক শস্যৰ সোণোৱালী ৰঙেৰে উপচি পৰিব লাগে পথাৰ, দুগ্ধৰে মাতৃ বুকু। যন্ত্ৰণা আৰু আনন্দৰে জীৱন। সেই সময়ত মই নিতান্তই এটা সৰু ল'ৰা। এটা সৰু ল'ৰাই উদং হাতেৰে — শূন্যতাৰে এটা ইপাৰ-সিপাৰ বিণিকি বিণিকি মনিব পৰা জয়াল পুখুৰীৰ পাৰত বৈ আছেহি এপাহ পদুম ফুল চিঙি অনাৰ হেঁপাহেৰে। ল'ৰাটোক মাত্ৰ এপাহ পদুম ফুলৰ প্ৰয়োজন। কাৰণ, এযোৰ বিহ্বল চকুৱে তাক এপাহ পদুম ফুল খুজিছে, আৰু সিও সেই বিহ্বল চকুযোৰক এপাহ পদুম ফুল উপহাৰ দি মৰণ পণ কৰিব পৰা এজন সাহসী বীৰত পৰিণত হ'ব খুজিছে। জীৱনটো কেতিয়াবা এনেদৰেও চপচপীয়া কৰিব পাৰি। জীৱন চপচপীয়া কৰাটো এটা মহত্ত্ব আছে।

আৱেগ আৰু উত্তেজনাত, নে জীৱন সম্পৰ্কে এইমাত্ৰ হোৱা ধাৰণাত মই কঁপিবলৈ লাগিছিলোঁ। পুলক আৰু শিহৰণত মোৰ ভিতৰৰ মানুহটো আকুল হৈ

পৰিছিল। জীৱনৰ সুদীৰ্ঘ পোন্ধৰটা বছৰ পাৰ কৰাৰ পিছত মই জীৱন সম্পৰ্কে এটা নতুন ধাৰণা আয়ত্ত কৰি ল'লোঁ। জীৱন এখন সুবিশাল পদুমনি। পদুমনিৰ পদুম ফুলে মন আনন্দিত কৰে, কিন্তু সেই আনন্দ আহৰণ কৰিবৰ বাবে মাজ পানীলৈ নামি যোৱাৰ কেতিয়াবা প্ৰয়োজন হয়, কেতিয়াবা নহয়। কেতিয়াবা হাতে কামে সেই আনন্দ আহৰণ কৰিব লাগিব, কেতিয়াবা উপলব্ধিৰে। মই লাহে লাহে পানীত নামিলোঁ। ভেট, মেটেকা আৰু পুণিৰে আবৰি থকা পুখুৰীৰ পাৰৰ পানীত ভৰি থৈ মই মোৰ লক্ষ্য স্থিৰ কৰি ল'লোঁ। মাজ পানীত আধা ফুলা হৈ থকা এপাহ পদুম ফুল।

পুখুৰীটোৰ পাৰটো বৰ দ নহয়। পানী কিছু শুকাবলৈকো ধৰিছে। মই বৰ সাৱধানে এখোজ দুখোজ কৈ তৰাং পানীত খোজকাটি গৈ আছোঁ। অলপ আগলৈকে পানীৰ ওপৰত ওপঙি থকা বেলিটো এতিয়া পানীৰ তললৈ সোমাই গৈছে। বেলিটো গৈ চাগৈ জলকুঁৱৰীৰ শিলেৰে সজা কাৰেংঘৰৰ মুখত ৰ'বগৈ। পুখুৰীৰ পানীত সোণবৰণীয়া জিলিকনি এটা উঠিছে, আৰু মোৰ খোজৰ চাবতে বোধহয় সেই জিলমিলনি ভাগি পিঠাগুড়িৰ দৰে হৈ গোটেই পুখুৰীটো আৰু তাৰ ওখ পাৰটো সাৱট মাৰি লৈছে। পানী মোৰ আঁঠুৰপৰা কঁকাল পাইছেগৈ, আৰু লাহে লাহে কঁকালৰ ওপৰলৈ উঠিছে। সাঁতোৰ জনা গাঁৱলীয়া ল'ৰা মই, পানীলৈ মোৰ ভয় নাই। তথাপিও মাজে মাজে মোৰ গাটো চমচমাই উঠিছে।

'হেই ল'ৰা, হেই ল'ৰা। কি কৰিছ? পাৰলৈ আহ বুলিছোঁ' — হঠাৎ হটা উভহা মাত এটা মোৰ কাণত সোমাল। উলটি চালোঁ। মানুহ এজন পুখুৰীটোৰ পাৰত বৈ আছে। মোৰ ভাব হ'ল পুখুৰীটোৰ পাৰৰ মাটি ফুটি এজোপা গছ গজাদি এইমাত্ৰ যেন মানুহজন গজি উঠিছে। দেখাত চেহেৰাটো ভয়ংকৰ। কান্ধলৈকে পৰা ৰঙচুৱা কেঁকোৰা কেঁকুৰি চুলি। চুলিত কিজানি বহুদিন তেল আৰু ফণিৰ স্পৰ্শ পৰা নাই। চকু কেইটা টিকটিকিয়া ৰঙা। মুখত বাৰিষা অবাধ্য হৈ গজি উঠা হাবিৰ দৰে দাড়ি। মানুহজনৰ হাতত এখন চিকচিকাই থকা দা। তেওঁ পিন্ধিছে এযোৰ মলিয়ন কাপোৰ। বেলি ডুবিবলৈ ধৰা সময়ত মাটি ফুটি গজি উঠা মানুহজনৰ ছাঁটো দীঘলীয়া হৈ পৰিছে, আৰু মোৰ এনে লাগিছে যেন মই এজন অশৰীৰী অপদেৱতাৰ সমুখত থিয় হৈ আছোঁ। মোৰ সৰু সাহসী বুকুখনৰ মাজত থকা হৃদপিণ্ডটোৰ কঁপনিটো হাতুৰীৰ প্ৰচণ্ড আঘাতৰ দৰে শব্দ হৈ মোৰ কাণত পৰিছে। মই বৈ গ'লোঁ। তেওঁৰ নিৰ্দেশ অমান্য কৰাৰ সাহস মোৰ নহ'ল। কিন্তু মোৰ এনে লাগিবলৈ ধৰিলে যে পুখুৰীৰ তলৰ বোকাময় মাটিত সোমাই যোৱা মোৰ ভৰি দুটাৰ তলুৱাৰ পৰা শিপা

ওলাইছে, আৰু সেই শিপাই মোক পুখুৰীটোৰ বহুত তলত মাটিৰ সৈতে খামোচ মাৰি ধৰিছে। মই এতিয়া ইফালেও যাব নোৱাৰোঁ, সিফালেও যাব নোৱাৰোঁ।

'তোক পাৰলৈ আহিবলৈ কৈছোঁনে নাই?' প্ৰতিফলিত হোৱা বেলিৰ কিৰণে মানুহজনৰ হাতত লৈ থকা দাখনৰ ধাৰটোত চিকমিকনি তুলিলে। তেওঁ এবাৰ শূন্যতে দাখন ঘূৰালেও। মানুহজনৰ হাতত আইনাৰ দৰে চিকচিকাই থকা দাখনত যেন তেওঁৰ পঞ্চমুখী জবাৰ দৰে টিকটিকিয়া ৰঙা আৰু বিশাল চকু দুটা জিলিকিবলৈ লাগিল।

'তোক পাৰলৈ উঠি আহিবলৈ কৈছোঁনে নাই?' মানুহজনৰ দাখন শূন্যতে আকৌ এবাৰ ঘূৰিল। বোধহয় তেওঁৰ কথাই কথাই দা ঘূৰাই থকাৰ অভ্যাস।

মই পাৰলৈ উঠিলোঁ।

'কি কৰিবলৈ পানীত নামিছিলি?'

'পদুম ফুল ছিঙিবলৈ।'

'কিমান দ জান? ডুবি মৰ যদি?'

'মই সাঁতুৰিব জানো।'

'সাঁতুৰিব জানিলেও নহ'ব। পানীৰ তলত থকা পদুম লতাই তোৰ হাত ভৰি মেৰিযাই ধৰিব। তই যিমানে সাঁতুৰি পাৰলৈ আহিবলৈ চেষ্টা কৰিবি, সিমানে তোক মেৰিযাব। তই পানীত ডুব যাবি, আৰু উশাহ নাপাই মৰিবি। কালিকা লগা পুখুৰী।' হঠাৎ মাতষাৰ ক্ৰমাৎ কোমল হৈ পৰিল। 'কিমানক এই পুখুৰীযে লৈছে মই জানো।' পুনৰ তেওঁ হাতৰ দাখন ঘূৰালে, আৰু মোলৈ নোচোৱাকৈ পুখুৰীৰ পাৰৰপৰা উলটি আগুৱাই যাবলৈ লাগিল। মই কিছুপৰ সেই ঠাইতে থিয় হৈ ৰ'লোঁ। মোৰ হাত ভৰিৰ কঁপনি তেতিযাও মাৰ যোৱা নাছিল। কঁপনি মাৰ যোৱাত দেখিলোঁ, মানুহজন গৈ পুখুৰীৰ পাৰৰপৰা আৰম্ভ হোৱা সেউজীয়া বন আৰু মাজে মাজে ফুটুকা গছৰ জোপোহাই ঢাকি ধৰা বিশাল পথাৰখনৰ সোঁমাজ পাইছেগৈ। আধা অন্ধকাৰ আধা পোহৰত যেন এটা ছাঁ গৈ আছে। যেন এক অশৰীৰী অপদেৱতা। মৃত্যুলোকৰ অন্ধকাৰ। মানুহজন আগে আগে গৈ আছে। বিশাল পথাৰখন অতিক্ৰম কৰি তেওঁ অৰণ্যখনৰ সেই মহাৰহস্যৰ ভিতৰলৈ সোমাই গৈছে। তেওঁক সেই সময়ত অৰণ্যখনৰ মহাৰহস্য যেন লাগিবলৈ ধৰিলে। পুখুৰীৰ পাৰত থিয় হৈ থকাৰ পৰাই মই দেখিলোঁ আকাশৰ শেষৰ ৰংকণে তেওঁক আবৰি লৈছে। পাতলীয়া বতাহত কঁপিবলৈ লৈছে তেওঁৰ শৰীৰৰ মলিয়ন কাপোৰযোৰ। চুলিবোৰো বতাহজাকে কঁপাই আছে। আৰু তেওঁ অভ্যাসবশতঃ শূন্যতে ঘূৰোৱা দাখনত মাজে মাজে এটা

চিকমিকনি উঠিছে। তেওঁৰ উদং হৈ থকা পিঠিখন এচটা প্ৰাচীন শিললৈ ৰূপান্তৰিত হৈছে। শিলচটাত খোদিত আছে গছ, ফুল, লতা, চৰাই, সাপ, অচিনাকি জন্তুৰ মূৰ্তি আৰু আখৰ। মই একো বুজিব পৰা নাই। তেওঁ এজন যাদুকৰ নে অইন কিবা? মোক তেওঁ আকৰ্ষণ কৰিছে কিয়? ক'ব নোৱৰাকৈয়ে মন্ত্ৰমুগ্ধ সাপৰ দৰে মই তেওঁৰ পাছ ল'লোঁ।

দৰাচলতে, জীৱনৰ প্ৰতিটো ক্ষণেই অন্বেষণ আৰু আৱিষ্কাৰৰ ক্ষণ। মই জীৱনৰ এটা মহাৰহস্যৰ অন্বেষণত ঘূৰি ফুৰিছোঁ। অন্বেষণ নকৰিলে আৱিষ্কাৰ হ'ব ক'ৰপৰা? মই ৰহস্যময় প্ৰাগঐতিহাসিক মানুহ এজনৰ পাছে পাছে এখন ৰহস্যময় প্ৰাচীন অৰণ্যৰ অভ্যন্তৰ ভাগলৈ সোমাই গৈ আছোঁ। প্ৰাগঐতিহাসিক মানুহজনৰ শৰীৰৰ মলিয়ন কাপোৰ আৰু আধা পকা আধা কেঁচা চুলি আৰু বুকুলৈকে পৰা দাড়িৰপৰা এটা অদ্ভুত ধৰণৰ গোন্ধ ওলাইছে। বনৰীয়া ভাং গছৰ দৰে গোন্ধ। গোন্ধটোৱে মোৰ নাকত ধৰিছে আৰু মোৰ মূৰটো জিমজিমাবলৈ লৈছে। মোৰ গাত কিবা এটা ৰাগি লাগিছে। কিহৰ ৰাগি মই ক'ব নাজানো। হয়তো ৰহস্যময় অৰণ্যখনৰে ৰাগি। অৰণ্যখনৰ ভিতৰত ক'ৰবাত কিবা ফুল ফুলিছে হ'বলা। মোৰ নাকত সেই ফুলৰ গোন্ধ। নে অৰণ্যখনৰে গোন্ধ। মানুহজনৰ পিছে পিছে মই গৈ আছোঁ। অৰণ্যৰ মাজৰ লুংলুঙীয়া বাটটোত সৰি থকা পাতবোৰৰ ওপৰত মাজে মাজে কিবা এটা শব্দ হৈছে। দুই এটা শহাপহুক ইফালৰপৰা সিফাললৈ লৰা ঢপৰা কৰি থকা দেখা গৈছে। ওখোৰা মোখোৰা বাটটোত মই একোবাৰ উজুটিও খাইছোঁ। বোধহয় নখটোও ছিগিছে। ৰহস্যময় মানুহজন মাজে মাজে একো একোটা কেঁকুৰি নহ'লে একোজোপা বিয়াগোম গছৰ আঁৰত হেৰাই গৈছে।

ক'লৈ গৈ আছে মানুহজন? তেওঁ মোক ক'লৈ লৈ গৈছে? ময়েবা ঘৰলৈ যোৱা বাটটো এৰি কিয় মাটি ফুটি গছৰ দৰে গজি উঠা এই ৰহস্যময় মানুহজনক অনুসৰণ কৰিছোঁ? মই নাজানিলোঁ। কিবা এটা অদৃশ্য শক্তিয়ে মোক আকৰ্ষণ কৰি হাবিখনৰ মাজলৈ লৈ গৈছে। ইতিমধ্যে বেলি ডুব গ'ল। গছৰ ডালত চৰাইৰ অবিশ্ৰান্ত কোলাহল। বাঁহগছ এজোপাৰ ওপৰত আহি বগলী চৰাইবোৰে নিশাৰ জিৰণি ল'বলৈ বহিছেহি। বগলী চৰাইবোৰে বাঁহগছ জোপা বগা কৰি পেলাইছে। ওখ শিমলু গছ এজোপাৰ একেবাৰে ওপৰৰ ডাল এটাৰ ফেৰেঙুনিত শগুণৰ নে ৰৰটোকোলাৰ বাঁহ। কাঁইটীয়া লতাই মাজে মাজে মোক মেৰিয়াই ধৰিছে। হাবিখন ইমান গভীৰ, বিশাল, আৰু জয়াল বুলি মইতো কোনোদিনেই ভবা নাছিলোঁ। হাবিখনৰ বিষয়ে কোনেও সঠিক তথ্য এতিয়ালৈকে কিজানি পোৱাই নাই। মোৰ জগৰীয়া বা

অন্য মানুহৰ মুখতো মই হাবিখনৰ বিষযে বিতংকৈ একো শুনাই নাই। গাঁৱৰ মানুহ কেতিয়াবা দৈবাৎ কিবা প্রয়োজন হ'লে পুখুৰীটোৰ পাৰলৈকে যায়। গৰু-ছাগলী চৰি ফুৰা পথাৰখনৰ মাজলৈকো যায। কিন্তু হাবিখনৰ ওচৰলৈ নতুবা ভিতৰলৈ কদাচিতো কোনোবা গৈছে বুলি আজি ইমানদিনে মই দেখাও নাই শুনাও নাই। কোনেও সেই মৰসাহ নকৰে। বহুত দিনৰ আগতে হোনো মৰণত শৰণ দি কোনোবা দুটামান হাবিৰ ভিতৰলৈ সোমাইছিল। সোমাইছিলহে, ওলাই আহিব নোৱাৰিলে। বাঘে ভালুকেই খালে নে অপদেৱতাই মাৰিলে কোনেও গমেই নাপালে। সেই ৰহস্য, ৰহস্য হৈয়েই ৰ'ল। এতিয়াও গাঁৱৰ বুঢ়া মেথাৰ মুখত সেইটো কাহিনী শুনা যায়। হাবিখনৰ বিষয়ে জনা সকলো মানুহেই সেই কাহিনীটোও জানে।

মই হাবিৰ অভ্যন্তৰলৈ গৈ আছোঁ। ই সপোন নে দিঠক? বোধহয এইটোও এটা সপোন। কিন্তু সপোন জানো? মই নিজৰ গাটোতে চিকুট এটা মাৰি চালোঁ। মোৰ ভুল ভাগিল। ই সপোন নহয, দিঠক। হাবিৰো আকৰ্ষণ আছে, আৰু সেই আকৰ্ষণে মোক মোহাচ্ছন্ন কৰি পেলাইছে। সৰু লুংলুঙীযা বাটটো মোৰ অচিনাকি। সেয়েহে মই মাজে মাজে বাটটোৰ ইফালৰপৰা সিফাললৈ গৈছোঁ। এটা মানুহ কথমপি যাব পৰা বাট। কাঁইটীযা লতাৰ আঁচোৰত মোৰ হাত আৰু ভৰিৰপৰা তেজ বিৰিঙিছে। বাটটোৰে এবাৰ মই ওপৰেৰে গ'লোঁ, এবাৰ তলেৰে গ'লোঁ। অচিনাকি চৰাইৰ মাততো মোৰ বুকুখন একোবাৰ কঁপি উঠিল। মোৰ সাহসী মনটো চমকখাই উঠিল। মই গম পালোঁ মোৰ ভয় লাগিছে। সৰু সৰু জোপোহাবোৰত জোনাকি পৰুবাবোৰে ইতিমধ্যেই টিপটিপাবলৈ লৈছে। গছৰ ফেৰেঙনিত বনৰীযা মেকুৰীৰ চকু জিলিকিছে। হাবিৰ মাজৰ ক'ৰবাত সুগন্ধি পহুৱে মাতিছে। ত্রাসত মই কোনোফালে ৰবকৈ চকু কাণ দিযা নাই। ডুব যোৱা বেলিটোৰ প্রতিফলিত হোৱা পোহৰকণো নোহোৱা হৈ পৰিছে। আকাশত জিলিকা শুকতৰাটো কোনোবা এজোপা গছৰ পাতৰ ফাকেৰে মোৰ চকুত পৰিছে। মানুহজনৰ পিছে পিছে টিলাটোত উঠা নমা বাটটোৰে মই গৈ ওখ টিলাটোৱে ঢাক খুৱাই থোৱা অপেক্ষাকৃতভাৱে চাপৰ টিলা এটাত উঠিলোঁগৈ। টিলাটোৰ তলেৰে বৈ যোৱা নিজৰাটোৰ পানীত তেতিযা শুক্লপক্ষৰ জোনটো ওপঙিবলৈ ধৰিছিল। নিজৰাটোৱে এডাল সাপৰ দৰে চিকমিকনি তুলি টিলাটো মেৰিয়াই ধৰিছে। টিলাৰ ওপৰত এটা ভগ্নপ্রায় মন্দিৰৰ কোনোমতে মূৰ তুলি থকা শিখৰটো জোনৰ পোহৰত জিলিকিছে। মন্দিৰৰ চোতালত একুৰা জুই জ্বলি আছে। কিছু দূৰত শিল এচটাৰ ওপৰত এজন সন্ন্যাসী বহি আছে। মাটিত খোচ মাৰি থৈছে তেওঁৰ ত্রিশূল পাত। জুইৰ পোহৰত তেওঁ পিন্ধা ৰঙা কাপোৰযোৰ

জিলিকি পৰিছে। চকুত পৰিছে তেওঁ জঁটবন্ধা চুলিবোৰ মেৰিয়াই মেৰিয়াই মূৰৰ ওপৰত বন্ধা প্ৰকাণ্ড খোপাটো। জঁট বন্ধা চুলি কিছুমান গোট খাই এডাল দীঘল ৰচিৰ আকৃতি লৈ তেওঁৰ বুকু আৰু পিঠিৰপৰা বাগৰি গৈ মাটি চুইছেগৈ। প্ৰথম দৃষ্টিত এডাল সাপে তেওঁৰ বুকু পিঠি মেৰিযাই ধৰিছে বুলি ভুল হ'ব পাৰে। সেই চোতালখনৰে অ'ত ত'ত পৰি আছে কেইবাটাও শিলৰ খুটা আৰু চটা শিল। মন্দিৰটোৰ গাত গজি আছে এজোপা জৰি গছ। চোতালত গজা বট গছজোপাই তাৰ বিশাল শাখা প্ৰশাখাৰে গোটেই মন্দিৰটোকে আবৰি লৈছে। সন্ন্যাসীজনৰ ওচৰৰ শিলৰ টুকুৰা এটাৰ ওপৰত বহি আছে দুটামান বান্দৰ।

মই যাৰ পিছে পিছে গৈ আছোঁ, সেই মানুহজন — সেই মাটি ফুটি গজি উঠা মানুহজন ভগা ছিগা শিলৰ খটখটি এটাৰে মন্দিৰৰ চোতাললৈ উঠি গ'ল। ময়ো উঠিলোঁ। তেওঁ সন্ন্যাসীজনৰ ওচৰত থিয হ'লগৈ আৰু কিবা কথা পাতিবলৈ লাগিল। কি কথা পাতিলে মই কিছু দূৰৈত আছোঁ বাবে শুনা নাপালোঁ। এখোজ দুখোজ কৈ গৈ মযো জুইকুৰাৰ ওচৰত উপস্থিত হলোঁগৈ। মানুহজনে মোৰ ভৰিৰ খোজৰ শব্দ শুনি পিছলৈ উলটি চালে, আৰু অভ্যাসবশতঃ হাতৰ দাখন শূন্যতে ঘূৰালে। মই যেন এটা ভযংকৰ পৰিস্থিতিৰ মুখামুখি হ'বলৈ গৈ আছোঁ, মোৰ তেনে ভাব হ'ল, আৰু ভযত মোৰ হাত ভৰিবোৰ থক থককৈ কঁপিবলৈ লাগিল। মোৰ ঘৰলৈ উলটি যাবলৈ মন গ'ল, একোবাৰ ভাব হ'ল হাবিৰ মাজত সোমাই লুকাই থাকিবলৈ। কিন্তু অৰণ্য বৰ ভয়ংকৰ আৰু ৰহস্যময, নিশাৰ অৰণ্য যে আৰু ভযংকৰ আৰু ৰহস্যময। মই কি কৰোঁ তাকে ভাবি বিতত হৈ বট গছডালৰ শাখাৰপৰা নামি অহা প্ৰকাণ্ড শিপা এডালৰ আঁৰ ল'বলৈ চেষ্টা কৰিলোঁ। ইফালে সেই মহাৰহস্যৰ অন্বেষণৰ কাৰণেও মই কৌতূহলী হ'লোঁ। মানুহজনে মোক দেখি বোধহয় কিছু আচৰিত হ'ল। ইমান সময তেওঁ কিজানি মোক দেখাই নাছিল, বা মই তেওঁৰ পিছে পিছে গৈ থাকিম বুলিও ভবা নাছিল। শূন্যতে দাখন ঘূৰাই ঘূৰাই তেওঁ মোৰ ওচৰ চাপি আহিল।

'অথনিৰ ল'ৰাটো নহয়নে?' তেওঁ মোৰ মুখখন ওচৰৰপৰা জুমি চোৱাদি চালে। 'হয়, তই মোৰ পিছে পিছে আহিলি কিয?' মোক মানুহজনে সুধিলে। বহু সময় কথা নোকোৱাৰ বাবেই নেকি মোৰ জিভাখন জঠৰ হৈ পৰিছিল। ওঁঠ দুখনো যেন এঠা লাগি ধৰিছিল। মই মনে মনে থাকি কিছুপৰৰ মূৰত ক'লো —

'নাজানো।'

'তোৰ নাম কি, ঘৰ ক'ত?'

'নাজানো।'

'তোক কি লাগে?'

'নাজানো।'

ভগা মন্দিৰটোৰ ভিতৰৰপৰা ধপধপকৈ বাদুলী কেইটামান উৰি গ'ল। গছৰ ডালত ফেঁচাৰ চকু জ্বলিল। পানী খাবলৈ আহি নিজৰাটোৰ পাৰত সুগৰি পছৰে মাতিলে। গছৰ তলত শিয়ালে ৰাও দিলে। বাঁহ গছৰ জোপোহাৰ তলত জোনাকি পৰুৱাৰ টিপটিপনি বৃদ্ধি পালে। ক'ৰবাত ফুলা চতিয়না ফুলৰ ৰাগি লগা গোন্ধে পৰিৱেশটো মতলীয়া কৰিব খুজিলে। মই বটগছজোপাৰ শাখাৰপৰা নামি অহা শিপাডালকে জোৰকৈ খামোচ মাৰি ধৰি নিজকেই নিৰ্ভযতা প্ৰদান কৰি আশ্বস্ত হ'ব খুজিলোঁ। সাহসী বুলি লগৰীয়াৰ মাজত মোৰ নাম আছিল। এতিয়া সেইটো সাহসকেই মই মোৰ মাজৰপৰা উলিয়াই আনিবৰ চেষ্টা কৰিলোঁ। নিজকে নিজে ক'লোঁ, এটা মহাৰহস্যৰ মই অনুসন্ধান কৰিব লাগিব। ক্লাছ টেনত পঢ়া পোন্ধৰ বছৰীযা সৰু ল'ৰা মই। কিতাপত পঢ়া কথাবোৰৰ বাহিৰে বিশেষ কথা একো শিকাই নাই। জীৱন আৰু জগত সম্পৰ্কে মোৰ জ্ঞানো তেনেই সীমিত। কিন্তু জীৱন আৰু জগতক জানিবৰ বাবেই মই এই মহাৰহস্যৰ মুখামুখি হৈছোঁহি। এই ৰহস্য মই উদঘাটন কৰিবই লাগিব। লাহে লাহে মই বটগছৰ শিপাডালৰ আঁৰৰপৰা ওলাই আহিলোঁ, মোৰ ভিতৰৰপৰা মোকো উলিয়াই আনিলোঁ। নিজৰ মাজৰপৰা নিজে ওলাই অহাৰ পিছত মোৰ ভয় শংকা নোহোৱা হৈ পৰিল। মই জ্বলাই থোৱা জুইকুৰাৰ কাষেৰে গৈ সন্ন্যাসীজনৰ আগত থিয হলোঁগৈ। সন্ন্যাসীজনে তেতিয়া ভাঙৰ চিলিমৰ হোপা মাৰিছিল। হোপাটো মাৰি উঠি তেওঁ টিকটিকিয়া ৰঙা হৈ পৰা চকু দুটা মেলি মোলৈ চালে। জুইকুৰা ক্ৰমে নুমাবলৈ আৰম্ভ কৰিছিল, আৰু নুমাবলৈ আৰম্ভ কৰা জুইকুৰাৰ ৰংটো তেওঁৰ মুখমণ্ডলত প্ৰতিফলিত হৈছিল। মই মানুহজনে 'বহ' বুলি নোকোৱালৈকে থিয় হৈয়েই থাকিলোঁ। এসময়ত মানুহজনে মোক বহিবলৈ ক'লে। মই সন্ন্যাসীজনৰ মুখামুখিকৈ অন্য এচটা শিলত বহিলোঁ। সন্ন্যাসীজনে ভাঙৰ চিলিম হুপি আছে। তেওঁ মোলৈ চোৱাই নাই। চকু দুটা এবাৰ মেলিছিল যদিও ভাঙৰ চিলিমত পুনৰ হোপা মাৰিবলৈ লোৱাৰ লগে লগে বন্ধ কৰিলে। ৰাতিটো আগবাঢ়ি যাবলৈ ওলাল। ফেঁচাই মাতিলে, বান্দৰ কেইটাই হুকহুকাই থাকিল, কেকো সাপ এটাই গছৰ খোন্দৰপৰা মাতিবলৈ ধৰিলে। জিলি আৰু অন্য কীট পতংগইয়ো নিজৰ নিজৰ মাত উলিয়ালে। ভাং হোপা শেষ কৰি সন্ন্যাসীয়ে শিলৰ বাটি এটাত এবাটি গাখীৰ খালে। তাৰ পিছত উঠি গৈ মন্দিৰটোত সোমালগৈ।

মন্দিৰৰ কোঠা একেটাই। আগতে চাগে সমুখৰ চোতালখনত মন্দিৰৰ নাট ঘৰটো আছিল। অ'ত ত'ত পৰি থকা শিলৰ খুটা আৰু ফুল, পাত, লতা আঁকা চটাশিলবোৰে তাকেই কয়। দেৱদাসীৰ নূপুৰৰ শব্দই ঘোষণা কৰিছিল সান্ধ্য আৰতিৰ সময়। কৰবীৰ ফুলৰ সুগন্ধই ঘোষণা কৰিছিল সন্ধিয়াৰ আগমন। দেৱদাসীৰ বুকুভগা হুমুনিয়াহৰ শব্দ এতিযাও চাগে ৰৈ আছে গছৰ পাতত, শিলৰ মন্দিৰৰ বাহিৰে ভিতৰে, আকাশত আৰু বতাহত। আঃ দেৱদাসী। তেওঁলোকৰ সুখ দুখ, আনন্দ যন্ত্ৰণাৰ কিমান কথা জগতে নজনাকৈযেই থাকি গ'ল। দেৱতা নামৰ নিষ্প্ৰাণ বিগ্ৰহৰ মনোৰঞ্জনৰ কাৰণে জীৱন আৰু যৌৱন আগবঢাই দিয়া এই শ্ৰেণীটোৰ কাৰণে কোনেও সহানুভূতিৰে এষাৰ কথাও নক'লে।

মোৰ মনটো হঠাতে দুখবোধ এটাই ভাৰাক্ৰান্ত কৰিবলৈ আৰম্ভ কৰিলে। সৰু ল'ৰা এটাইনো কিমান চিন্তা কৰিব পাৰে? কিন্তু যিমানখিনি চিন্তা কৰিব পাৰে সিমানখিনি চিন্তা কৰিযেই মই দুখিত হৈ পৰিলোঁ। কাক সুধিম মই এইবোৰ কথা? কাক জনাম মোৰ দুখ? মই লাহেকৈ গৈ মন্দিৰৰ ভিতৰ সোমালোঁ। এখন ডাঠ কঠ পাৰি থোৱা আছে। কঠৰ ওপৰত বহি আছে সন্ন্যাসী। মন্দিৰৰ মাজত শিৱলিংগ। শিৱলিংগৰ আগত মিঠা তেলৰ চাকি এগছি জ্বলি আছে। দলঘাঁহৰ ভিতৰত থকা বগা ৰঙৰ শাহটো উলিযাই শলিতা কৰিছে। মই চাকিগছিৰ সুবাসতে সেই কথা গম পালোঁ। মই সন্ন্যাসীৰ ওচৰ চাপিলোঁ। এই সময়ত মোৰ বাবে এই সন্ন্যাসীজনেই পৃথিৱীৰ আটাইতকৈ জ্ঞানী পুৰুষ, তেওঁ মোৰ স্কুলৰ শিক্ষকসকলতকৈও কিছুমান বেলেগ ধৰণৰ কথা জানে — মোৰ তেনে ভাব হ'ল। নহ'লেনো, সমাজ সংসাৰ ত্যাগ কৰি গহীন অৰণ্যৰ মাজৰ, লোকচক্ষুৰ আঁৰত থকা এটা ভগা মন্দিৰত তেওঁ কিয় বাস কৰিবলৈ লৈছে? জীৱন আৰু জগত সম্পৰ্কে তেওঁৰ ধাৰণাই বা কি? মানুহৰ ওপৰত তেওঁৰ বিশ্বাস আছেনে নাই?

কথা এটা সুধিম বুলি তেওঁৰ মুখলৈ মই চাইছিলোঁহে, আৰু মনৰ ভিতৰতে তেওঁক সুধিম বুলি ভবা কথাবোৰ জুকিয়াই লৈছিলোঁহে, হঠাতে মোৰ চকু পৰিল সন্ন্যাসীজন বহি থকা ডাঠ কঠখনৰ ওপৰত তেওঁৰ ভৰিৰ ওচৰতে নুৰা পাতি পৰি আছে এটা ক'লা বৰণীয়া সাপ, সাপটোৱে মুখৰপৰা মাজে মাজে তাৰ ধানপাত খিলাৰ দৰে লিকলিকিয়া, মাজতে দুফালকৈ ফলা জিভাখন উলিয়াই সুমুৱাই আছে। মাটিৰ চাকি গছিৰ ক্ষীণ পোহৰত তাৰ পকা ক'লা জামুৰ দৰে বৰণৰ গাটো চিকমিকাই উঠিছে। সাপটোৱে নিশ্চয় আৰু কেইটামান মুহূৰ্তৰ ভিতৰতে সন্ন্যাসীজনৰ ভৰিৰ আঙুলিত খোট মাৰি তাৰ বিষ উজাৰি দিব। নীল বৰণীয়া হৈ পৰিব সন্ন্যাসীৰ

শৰীৰ, আৰু মৃত্যু যন্ত্ৰণাত চটফটাই চটফটাই তেওঁ মৰি থাকিব মোৰ চকুৰ আগতে। মোৰ সমস্ত ৰাগি মুহূৰ্ততে শেষ হৈ গ'ল, আৰু মানসিকভাৱে সম্পূৰ্ণ সুস্থ অৱস্থাত মই চিঞৰি উঠিলো — 'সাপ সাপ। আপোনাৰ ভৰিৰ ওচৰত।'

মোৰ চিঞৰত সন্ন্যাসীজনৰ যেন ধ্যানভঙ্গহে হ'ল। তেওঁ মোলৈ চালে, আৰু স্থিৰভাৱে ক'লে — 'ধীৰে বাছা ধীৰে। তেওঁৰ টোপনি ভাগিব।'

কাৰ টোপনি ভাগিব মই ধৰিব নোৱাৰিলোঁ। পুনৰ মই ক'লোঁ। এইবাৰ অৱশ্যে সৰুকৈ। 'এটা সাপ। সেইটো। আপোনাৰ ভৰিৰ ওচৰত।'

'ই ফুৰি চাকি আহি সদায় মোৰ ওচৰতে বহেহি, আৰু টোপনি যায।' তেওঁ হাঁহি এটা মাৰি কঠখন দাঙিলে।

'তই যাগে যা। বাটিতে গাখীৰ আছে, খায়েই তই সোমাই থাকগে। সৌ সৰু ল'ৰাটোৱে তোক দেখি ভয় কৰিছে।'

সাপটোৱে নুৰা পাতি থকাৰপৰা মূৰ তুলিলে। সন্ন্যাসীজনে তাক হাতলৈ তুলি লৈ মোলৈ চাই ক'লে — 'ইযাৰ নাম বীৰবাহু। আৰু দুটা আছে। সুবাহু আৰু সুবন্ধু। মোৰ লগতে থাকে।' তেওঁ সাপটোৰ গাত হাত বুলাই পুনৰ মাটিলৈ নমাই দিলে। পাক খাই থকা সাপটো দীঘল হৈ পৰিল। সি এবাৰ গাখীৰৰ বাটিৰ ওচৰলৈ গ'ল, আৰু বাটিত মুখ নিদিযাকৈ উলটি আহি মানুহজনে দাঙি ধৰা কঠখনৰ তলত থকা গাঁত এটালৈ সোমাই গ'ল। সি সোমাই যোৱাৰ পিছত তেওঁ গাঁতটোৰ ওপৰত কঠখন পাৰি দি মোক ক'লে — 'এই বীৰবাহুটো বৰ অভিমানী। তাক মোৰ ওচৰতে নিশাটো শুই থাকিবলৈ লাগে। কেতিযাবা শুই থাকে, আৰু সেইদিনা সি বৰ প্ৰফুল্ল মনেৰে থাকে। আজি এযা মই শুচি যাবলৈ ক'লো কাৰণে সি গাখীৰেই নাখালে। সুবাহু আৰু সুবন্ধু বীৰবাহুতকৈ সৰু। সিহঁত দুটা সেই শিৱলিংগটোৰ ওচৰতে পৰি থাকে। মান অভিমান নাজানে। তিনিওটাই মোৰ ওচৰত বৰ নিৰীহ।'

মই একো নক'লোঁ। সাপ সম্পৰ্কে মোৰ বিশেষ একো জ্ঞান নাই, আৰু সাপযে নিৰীহ হ'ব পাৰে সেই বিশ্বাসো মোৰ নাই। মই মাথো সময়ৰ উমান ল'বলৈ চেষ্টা কৰিলোঁ। ক'ৰবাত বন কুকুৰাই মাতিলে, সুগৰি পক্ষৰে মাতিলে, কেকো সাপটোৱেও মাতিবলৈ লাগিল। জোনাক পৰি গছৰ আগবোৰ বগা হ'ল। গছৰ পাতৰ সুৰুঙাৰে মাটিতো জোনাক পৰিল। বাঁহ গছৰ জোপোহাত বাঁহে বাঁহে ঘঁহনি খাই শব্দ হ'বলৈ ধৰিলে। মই কিন্তু সময়ৰ উমান নাপালোঁ। সেই কালত মোৰ নিচিনা কোনো ল'ৰাই হাতত ঘড়ী পিন্ধাৰ নিচিনা কথা কল্পনাই কৰিব পৰা নাছিল। মোৰ হাততো ঘড়ী নাছিল। গতিকে সময় কিমান হ'ব পাৰে তাৰ সঠিক হিচাপ মই

কৰিব পৰা নাছিলোঁ। কিন্তু কিছু সময় যে হৈছিল মই অনুমান কৰিব পাৰিছিলোঁ। মোৰ মনে উচপিচ কৰিছিল। মোৰ আইলৈ মনত পৰিল। আইতায়ো চাগে ঘনে ঘনে বাটটো চাই আছে। ঘৰলৈ আহিবৰ বাবে মই বহাৰপৰা উঠিলোঁ। পুখুৰীৰ পাৰত মই অথনি লগ পোৱা মানুহজনে ক'লে — 'তই অকলে ঘৰলৈ গ'লে বাট হেৰুৱাবি। মই আগবঢ়াই থৈ আহোঁ ব'ল।' তেওঁ মোক আমাৰ গাঁৱলৈ সোমোৱা বাটটোলৈকে আগবঢ়াই দিলে।

ঘৰত সকলো উৎকণ্ঠিত। মই গৈ পোৱাত সকলোৰে মুখলৈ পানী আহিল। ঘৰৰ সকলোৱেই মানি ল'ব পৰাকৈ কৈফিয়ৎ এটা মই বাটতেই তৈয়াৰ কৰি আনিছিলোঁ। গতিকে কোনেও মোক পেৰি পেৰি একো কথাই সুধিব লগা নহ'ল। ভাত পানী খাই বিছনাত পৰিহে মই মোক কিছুমান প্ৰশ্ন কৰিলোঁ। কিন্তু তাৰো উত্তৰ মই নাপালোঁ। সেই নিশা মোৰ টোপনি নাহিল, বৰঞ্চ এক বিচিত্ৰ অভিজ্ঞতাৰদ্বাৰা মই অদ্ভুত ধৰণে নিশাটোৰ ভিতৰতে চহকী হৈহে পৰিলোঁ। মানুহৰ জীৱনত কিমান চিত্ৰ বিচিত্ৰ অভিজ্ঞতা হয়। অভিজ্ঞতা সংগ্ৰহেই মানুহৰ জীৱনৰ একমাত্ৰ কাম নেকি? মানুহৰ জীৱনৰ প্ৰতিটো ঘটনাই একো একোটা অভিজ্ঞতা। প্ৰতিটো অভিজ্ঞতাই উদঘাটিত হোৱা বা হ'ব খোজা একো একোটা ৰহস্য। কোনে অনুপ্ৰাণিত কৰে মানুহক এই বিচিত্ৰ অভিজ্ঞতাসমূহ সংগ্ৰহ কৰিবলৈ? কাৰ সেই ৰহস্যময় দুহাত যি সংঘটিত কৰে ঘটনা?

ৰহস্য। মাথো ৰহস্য। ৰহস্যময় বিহ্বল চকু এহালে মোৰপৰা এপাহ পদুম ফুল বিচাৰিছিল। পদুম ফুল কেৱল সেইটো পুখুৰীতেই আছে নে কিবা? কিন্তু চকু হালে মোক নিৰ্দ্দিষ্ট কৰি সেইটো পুখুৰীৰ কথাহে কৈছিল, আৰু সেই পদুম ফুল পাহে মোক এখন গহীন আৰু জযাল অৰণ্যৰ মাজলৈ লৈ গৈ মোক এটা ৰহস্যৰ মুখামুখি কৰাই দিছিল। সকলো ৰহস্যই জীৱনৰে ৰহস্য। কাৰণ, সকলো ৰহস্যতে সাঙোৰ খাই থাকে জীৱন। মানুহে কৰা কামবোৰ একো একোটা ৰহস্য উদ্দঘাটন কৰিবলৈ কৰা কাম। অথচ জীৱনৰ কোনো ৰহস্যৰে দুৱাৰ খোল নেখায়। কাৰণ খোল খাবলগীয়া দুৱাৰ থাকিলে সি ৰহস্য হৈ নাথাকৈগে।

দিন যাবলৈ ধৰিলে এনেকৈয়েই। মোৰ বাবে গভীৰ অৰণ্যৰ ভিতৰত থকা সেই আৰণ্যক দুৱাৰখন নিকপকপীয়া হৈ পৰিল। মই পঢ়া-শুনা বা মোৰ সমনীয়া ল'ৰাই আনন্দ লাভ কৰা কামবোৰ এৰি জীৱন ৰহস্যৰ মূলোদঘাটন কৰিবলৈ ব্যগ্ৰ হৈ পৰিলোঁ। জন্ম হোৱাৰ পিছৰপৰা পাৰ কৰা দীঘলীয়া সময়ছোৱাকে জীৱন বুলি কয়নে? মৃত্যু যদি জীৱনৰে অবিচ্ছেদ্য অংগ তেন্তে মৃত্যুক জীৱন বুলি কোৱা নহয় কিয়? মোৰ জীৱনত ঘটা সকলো ঘটনাই মোৰ। ময়ো সেই ঘটনাবোৰৰ। ঘটনাবোৰে

বহুদিনলৈকে জেৰ টানি থাকে। এইটো ঘটনাই কিবা জেৰ টানিবনে? এই ঘটনাটোও মানুহৰে জীৱনত ঘটা এটা সামান্য ঘটনা। মানুহৰ জীৱনত এই ঘটনাটো ঘটা আৰু নঘটাৰ মাজৰ কিবা পাৰ্থক্য আছেনে নাই?

পিছদিনা স্কুললৈ যাবলৈ ওলালোঁ। স্কুললৈ যাবলৈ ওলাওঁতেই মোৰ মনত পৰিল বিহ্বল চকু এহালে মোক এপাহ পদুম ফুল খুজিছিল। পুখুৰীটোৰ মাজপানীত ৰমক জমক হৈ পদুম ফুল ফুলি আছিল। মই তাৰে এপাহ পদুম ফুলো আনিব নোৱাৰিলোঁ। চকুহালক মই কি উত্তৰ দিম?

কিশোৰ মনত আৱেগৰ স্থান সদায়েই উৰ্ধ্বত। আৰু কোনো আৱেগেই যুক্তি নিৰ্ভৰো নহয়। মই ইমান দিনে এনেকুৱা কোনো ধৰণৰ শক্তিশালী আৱেগৰ মুখামুখি হোৱা নাছিলোঁ। এইটোও মোৰ বাবে এটা নতুন অভিজ্ঞতা। মই গম পালোঁ — হয়, কিছুমান আৱেগ সঁচাকৈয়ে বৰ শক্তিশালী।

।। ৪।।

স্কুললৈ যাবলৈ বুলি ওলাই মই পদূলি মুৰতে কিছুপৰ ঠিয় হৈ ৰ'লো। বাটটো নিজান হৈ আছে। ৰ'দৰ ছাঁ চাই গম পাইছোঁ স্কুললৈ মোৰ পলমো হৈছে। নিজান বাটটোৱে মোক মাতিবলৈ ধৰিলে। কোনফালে মাতিছে বুজি নাপাই মই বাটটোৰ এবাৰ ইফালে গ'লোঁ, এবাৰ সিফালে গ'লোঁ। নিজান হৈ থকা গাঁও এখনৰ নিজান ধূলিয়ৰী বাট এটায়ো যে মানুহক মাতিব পাৰে, এইটোও মোৰ এটা নতুন অভিজ্ঞতা হ'ল। মই বাটটোৰ আকৰ্ষণ কোন ফালে অধিক তাকে পৰীক্ষা কৰিলোঁ। আৰু অৱশেষত যিফালে আকৰ্ষণ অধিক বুলি প্ৰমাণিত হ'ল, মই সেই ফালে মুখখন ঘূৰালোঁ।

আমাৰ গাঁওখনো বৰ সেৰেঙা। অ'ত এঘৰ ত'ত এঘৰ মানুহ। মানুহৰ বাৰীবোৰ আহল বহল। বাঁহ আৰু তৰহে তৰহে অইন গছেৰে বাৰীবোৰ ভৰপূৰ। গছবোৰৰ তলে তলে গছৰ ছাঁ লৈ একাবেকা হৈ বাটটো গুচি গৈছে। বাটৰ অ'ত ত'ত ঘূৰি ফুৰিছে দুই এটা গৰু, ছাগলী আৰু কুকুৰ। মই দুটামান কেঁকুৰি ঘূৰিলোঁ, আৰু চোৰৰ দৰে বৰ সন্তৰ্পণে পুখুৰীটোৰ পাৰত থিয় হলোঁগৈ। পুখুৰীৰ মাজপানীত তেতিয়াও খেলি আছিল পদুম ফুলবোৰে। পাতল গুলপীয়া ৰঙৰ পাহিৰ পদুম ফুল। মই বৰ আকুলভাৱে পদুমফুল কেইপাহলৈ চাই ৰ'লোঁ। মই জীৱনত প্ৰথম বাৰৰ বাবে আকুল হ'বলৈ শিকিছোঁ। এটা নতুন অভিজ্ঞতা। মই অনুভৱ কৰিলোঁ

লাহে লাহে মোৰ পোছাকটো সলনি হৈ পৰিছে। পুৰণি পোছাক সলাই মই পিন্ধি লৈছোঁ আকুলতাৰ পোছাক। গুলপীয়া ৰঙৰ।

কিমানপৰ মই পদুমনিডৰালৈ চাই আছিলোঁ ক'ব নোৱাৰোঁ। বোধহয় বহুতপৰ মই বৰ আকুলভাৱে পুখুৰীটোৰ পাৰত বৈ পদুমনিডৰালৈ চাই আছিলোঁ। মই বৰ আৱেগপ্ৰৱণ হৈ পৰিছিলোঁ আৰু সোপাই পদুম ফুলকে বুকুৰ মাজত ভৰাই ল'ম যেন লাগিছিল। মানুহৰ জীৱনত ঘটা কোনটো আৱেগিক ঘটনাৰ নাম পদুম ফুল? মই কিছু কথা বুজিছিলোঁ, আৰু কিছু কথা বুজি নাপালোঁ। মোৰ জীৱনত ঘটা কোনটো ঘটনাৰ নাম পদুম ফুল দিযা যায় সেই কথাটো আজিও মোৰ বোধগম্য নহ'ল। কিছুমান ঘটনা আছে যিবোৰ ঘটনা জীৱনৰ অইন কিছুমান ঘটনাতকৈ অধিক গুৰুত্বপূৰ্ণ নহয়, সেই ঘটনাবোৰে জীৱনৰ আলি কেঁকুৰি এটাও ঘূৰাব নোৱাৰে, কিন্তু যিহেতু ঘটিলেই, সেযে এটা অভিজ্ঞতা দান কৰে; মোৰ জীৱনত ঘটা এই ঘটনাটোও তেনে এক ঘটনা হিচাপে ধৰি লৈ মই কথাখিনি ক'বলৈ লৈছোঁ।

মানুহে আজীৱন নিজৰ মাজতে নিজকে বিচাৰি ফুৰে। এতিয়াৰেপৰা মোৰো নিজকে বিচাৰি ফুৰাৰ আৰম্ভণি হ'ল বুলি মই বুজি পালোঁ। কিন্তু মই ক'ত আছোঁ? মোৰ জীৱনটোৰ বাহিৰত নে ভিতৰত? জীৱনটোনো থাকে ক'ত? মোৰ মাজত নেকি? যদিহে ময়েই মোৰ জীৱনটো, বা মোৰ জীৱনটোৱেই মই, তেন্তে মানুহে নিজকেনো বিচাৰি ফুৰিব লাগে কেলেই? ক'ত বিচাৰি পাম মই মোক? অথবা মোৰ জীৱনটোক? বোধহয় মই আছোঁ সৌ পদুমনিডৰাৰ পদুম ফুলবোৰৰ মাজত, য'ত বেলিটো লুকাই থাকে। মৌমাখি এটাই বেলিটো বিচাৰি প্ৰতিপাহ ফুলতে ওলাই সোমাই চাই যায়হি। চৰাইবোৰে ৰ'দ ধৰি খায। পানীৰ তলৰ পদুম লতাত মাছবোৰে লৰা ঢপৰা, হৈ গুডু খেলে। মই বা মোৰ জীৱনটো কিজানি তাতেই থাকে। নতুবা শিমলু গছজোপাৰ ওখ ডালটোত, চিলনী এজনী অকলশৰে বনাই ফুৰা আকাশখনত, অৰণ্যৰ গভীৰতাৰ ৰহস্যত নতুবা মোৰ আইৰ বুকুৰ মাজত থকা সৰু ঘৰটোত। নহ'লে মই থাকোঁ নেকি মোৰ পঢ়া কিতাপবোৰৰ আখৰৰ মাজত, আইতাৰ পেৰাটোত, সৰু নিজৰাটো বৈ যোৱাৰ ছন্দত, মাটিৰ উম সনা গোন্ধত? মই ক'ত আছোঁ — ক'ত আছোঁ? মই নাজানো মই ক'ত আছোঁ — এযোৰ বিহ্বল চকুৰ মাজত নে গুটিফুল বছা মেখেলাৰ পাতলিত। মই চাদৰ এখনৰ কঁপনিত আছোঁ নে সুগৰি পছৰ ব্যাকুল মাতত, মই ভগা ছিগা শিলৰ খটখটি অতিক্ৰম কৰি পোৱা শিলৰ প্ৰাচীন মন্দিৰটোৰ ভগ্নস্তূপৰ মাজত আছোঁ নে ৰহস্যময়

মানুহ দুজনৰ শৰীৰ নামৰ খোলা দুটাৰ মাজত সোমাই আছোঁ। মই নাজানো মই ক'ত আছোঁ, কিন্তু মোৰ জীৱন অন্বেষণৰ আৰম্ভণিত এইবোৰ সকলোঁতে মই মোক বিচাৰি ফুৰিছোঁ। বোধহয় মই মোৰ খোলাটো দলিযাই পেলাব খুজিছোঁ, কিন্তু দলিয়াই পেলাব পৰা নাই। কাৰণ, পৃথিৱীত আজিলৈকে শামুক আৰু মানুহ কোনেও খোলাটো দলিয়াই পেলাব পৰা নাই।

মই বৰ করুণভাৱে পদুমনিখনলৈ চালোঁ, আৰু হঠাতে এটা অদ্ভুত ধৰণৰ দুখবোধে মোৰ বুকুখন ভাঙি চিঙি পেলালে। এয়েই যদি যন্ত্ৰণা তেন্তে এই ধৰণৰ যন্ত্ৰণাই মানুহক লাগে। মই বুকুখন খামোচ মাৰি ধৰিলোঁ। সকলো যন্ত্ৰণাই নিখাঁদ যন্ত্ৰণাহে মাথো। যন্ত্ৰণাৰপৰা আনন্দ আহৰণৰ প্ৰক্ৰিয়া মই তেতিয়াও জনা নাছিলোঁ, কিন্তু মই বুজিছিলোঁ সকলো সুন্দৰতম সৃষ্টিৰেই প্ৰথম পৰ্য্যায় এই যন্ত্ৰণা। সেই যন্ত্ৰণাই প্ৰেম। সেই যন্ত্ৰণাই চৰমতম আনন্দও। এতিয়া ভগ্নপ্ৰায় হোৱা সেই মন্দিৰটো, আৰু মন্দিৰৰ গাৰ শিলৰ খুটা, চ'তি আৰু চটা শিলত বিভিন্ন নয়নশোভন কাৰুকাৰ্য খোদিত কৰাৰ আগতে শিল্পীজনৰ তেনে এটা যন্ত্ৰণাই বোধহয হৈছিল, আৰু পিছত সেই যন্ত্ৰণাই পৰিবৰ্তিত হৈ পৰিছিল আনন্দলৈ। মই মোৰ বুকুখন এহাতেৰে খামোচ মাৰি ধৰিলোঁ, আৰু নিজকে নিজে ক'লোঁ — 'আঃ মই এতিযা কি কৰোঁ?' নিজৰ কণ্ঠস্বৰ নিজৰ কাণতেই অন্তহীন হাহাকাৰৰ ধ্বনি যেন শুনা গ'ল। মই ক'লৈ যাব লাগে বুজি পালোঁ।

আকৌ হাবিখন। হাবি মানেইতো ৰহস্য। হাবিৰ ভিতৰলৈ সোমোৱা মানেইতো জীৱন আৰু জগতৰ সেই অন্তহীন ৰহস্যৰ আৱৰ্তলৈ সোমাই যোৱা। আগদিনাৰ বাটটো উমানতে ধৰি মই পুনৰ হাবিখনৰ ভিতৰলৈ সোমাই গ'লোঁ। উৎকণ্ঠা, কৌতূহল, যন্ত্ৰণা আৰু আনন্দই মোক বাট দেখুৱাই ৰহস্যৰ ঘনীভূত কুঁৱলীৰ মাজলৈ সুমুৱাই লৈ গ'ল। মই লাহে লাহে হেৰাই যাবলৈ আৰম্ভ কৰিলোঁ। যেন মই ঘন কুঁৱলীৰ সতে ক্ৰমাৎ মিহলি হৈ গ'লোঁ। মই এটা নিশাৰ সপোনৰ পম খেদিবলৈ আৰম্ভ কৰিলোঁ।

উৎকণ্ঠা, কৌতূহল, আনন্দ আৰু যন্ত্ৰণাই দেখুৱাই দিয়া লুংলুঙীয়া বাটটোৰে মই গৈ এসময়ত ভগ্নপ্ৰায় মন্দিৰটোৰ চোতালত ভৰি দিলোঁগে। ক'তো কোনো নাই। কালি লগ পোৱা মানুহ দুজনো নাই। মন্দিৰৰ দুৱাৰখন বাহিৰৰপৰা হেঁচা মাৰি বন্ধ কৰি থোৱা হৈছে। চোতালখন আৱৰি ধৰা বটগছজোপাৰ ডালত বান্দৰবোৰে ওলমাবাদুলি দি খেকখেকাই আছে। চৰাই কিছুমানে চিঞৰ বাখৰ কৰি বান্দৰ জাকৰ সতে কাজিয়া কৰিছে। বোধহয় গছজোপা কাৰ — বান্দৰ নে চৰাইৰ, সেই

লৈ সিহঁতৰ মাজত উখনাউখনি। দন খৰিয়াল। কালি অন্ধকাৰত কানিমুনিকৈ দেখা মন্দিৰটো দিনৰ পোহৰত বেলেগ যেন দেখা গ'ল। দিনৰ পোহৰ আৰু নিশাৰ অন্ধকাৰে সকলোঁকে বৰ সলনি কৰি পেলায়। শিলৰ ভগা খটখটিটোৰে মই টিলাটোৰ একেবাৰে তললৈ, নিজৰাটোৰ কাষলৈ নামি গ'লোঁ। এইফালে নিজৰাটোৰ আশে পাশে স্তূপীকৃত হৈ পৰি আছে এদ'ম শিল। বোধহয় মন্দিৰটোৰ ওচৰে পাজৰে আৰু মন্দিৰ আছিল, বা ৰজাৰ ৰাজপ্ৰাসাদ আছিল। প্ৰতি চটা শিলতে সুন্দৰকৈ খোদিত হৈ আছে জীৱ-জন্তুৰ ছবি, আৰু ফুল, লতা, মই বিমূঢ় বিভোৰ হৈ তাৰে এচটা শিলত বহু পৰ বহি ৰ'লো। গৰাৰ কঠিন শিলাময় মাটিত ঠেকা খাই নিজৰাটোৰ এটা শব্দ হৈছে। মই শিলৰ খুটাটোৰ ওপৰত বহিযেই নিজৰাৰ শব্দটো শুনিবলৈ ল'লোঁ। লাহে লাহে মই এখন সপোন ৰাজ্য পালোঁহি। এইটো নিজৰাই আমাৰ গাঁওখনৰ কাষেদি অকাই পকাই বৈ গৈ আমাৰ গাঁওখনৰ কাষৰ পথাৰখন ওলাইছেগৈ আৰু চাগৈ ব্ৰহ্মপুত্ৰলৈ ঢাপলি মেলিছে। নদীযে পথো ভুল নকৰে আৰু লক্ষ্যও ভুল নকৰে। মই হাতৰ কিতাপ-বহীকেইটা শিলৰ ওপৰতে থলোঁ, আৰু সপোন ৰাজ্যখনত ঘূৰি ফুৰিবলৈ লাগিলোঁ। ৰ'দেৰে উজ্জ্বল হৈ আছে নীল বৰণীয়া আকাশ, বগা বগা মেঘে লৰা ঢপৰা কৰি ফুৰিছে। আকাশৰ বুকুত পক্ষীৰাজ ঘোঁৰা নে ময়ূৰপংখী নাও? মই গছৰ গাৰে এইমাত্ৰ বগুৱা বাই আহি আকাশত উপস্থিত হৈছোঁহি। পক্ষীৰাজ ঘোঁৰাটো কদমত চেকুৰাই ডাৱৰৰ মাজ পাইছেগৈ। মই জানো, আৰু কিছুদূৰ এনেদৰে গুচি গ'লেই মই পামগৈ মানুহ য'ৰপৰা পৃথিৱীলৈ আহে, আৰু উলটি য'লৈ যায় সেই ঠাই। মানুহৰ উৎসভূমি।

মই গৈ আছোঁ। বতাহৰ গাৰে বগুৱা বাই মই আকাশলৈ ঢাপলি মেলিছোঁ। আঃ মই কেনেদৰে ক্ৰমশঃ এক ভৰহীন বায়বীয় পদাৰ্থলৈ পৰিবৰ্তিত হৈ পৰিছোঁ। চৰাইৰ দৰে ময়ো যেন এক উৰণীয়া জীৱত পৰিণত হৈছোঁ। মই আকাশত উৰিবলৈ শিকি আকাশী পথেৰে পৰিভ্ৰমণ কৰিবলৈ লৈছোঁ। মই উপস্থিত হৈছোঁগৈ এখন অন্য ৰাজ্যত — যিখন ৰাজ্যৰপৰা পৃথিৱীলৈ মানুহৰ আগমন হয়, আৰু মানুহেও শেষৰ গতিপথটোৰে যিখন ৰাজ্যত উপস্থিত হয়গৈ। জন্ম আৰু মৃত্যুৰ ৰাজ্য। জীৱন আৰু মৃত্যুৰ মহাৰহস্যেৰে ৰহস্যঘন হৈ থকা সেই দেশখনতে মই উদঘাটন কৰিব খোজোঁ ইমান দিনে অনুদঘাটিত হৈ থকা জীৱন আৰু মৃত্যুৰ ৰহস্য। জীৱন কি? মৃত্যু কি? মৃত্যু জীৱনৰ শেষ নে জীৱনৰ আৰম্ভণি? প্ৰেম কি? প্ৰেম জীৱনৰ আনন্দ নে মৃত্যুৰ যন্ত্ৰণা?

কিবা এটা আবেগে মোক তন্দ্ৰাচ্ছন্ন কৰি পেলাইছিল। মই বোধকৰো এক

মোহাচ্ছন্ন অৱস্থা লাভ কৰিছিলোঁ। বাগি লগা মানুহৰ দৰে মোৰ চকু দুটা মেলিবলৈ মন যোৱা নাছিল। মই যেন পুনৰবাৰ পোহ্ৰক সলাবৰ বাবে উদ্যত হৈছিলোঁ। মই কিন্তু সকলো কথাই প্ৰত্যক্ষ কৰি আছিলোঁ। বোধহয় মই মোৰ শৰীৰটোৰপৰা বাহিৰলৈ ওলাই আহিছিলোঁ, আৰু মোৰ শৰীৰটো জড় পদাৰ্থত পৰিণত হৈ পৰিছিল। মোৰ কাণৰ কাষত তেতিয়া বিভিন্ন শব্দৰ সমাৰোহ। মই চাগে শৰীৰটোৰপৰা বাহিৰলৈ ওলাই আহি এখন শব্দৰ সাগৰত সাঁতুৰি ফুৰিছিলোঁ। মই ক'ত আছোঁ? মহাশূন্যত নে পৃথিৱীত? নতুবা সাগৰীয় লহৰত? মোৰ ওচৰত কোন আছে? বিশ্ব চৰাচৰ নে মই মহাবিশ্বত তেনেই অকলশৰীয়া? মই নিজৰাটোৰ পাৰৰ শিল এচটাত বহি আছোঁ, নে ভগ্ন মন্দিৰৰ চোতালৰ গছজোপাত আউজি আছোঁ? আকাশখন মোৰ ওচৰত আছে নে মোৰপৰা বহুত দূৰলৈ আতৰি গৈছে? কোনোবাই মোক উদ্দেশ্য কৰি কিবা কথা বতৰা কৈছে নে, অনাদি অনন্ত কালৰেপৰা মহাশূন্যত ওপঙি থকা সকলোবোৰ শব্দই মোৰ ওচৰ চাপি আহিছে?

মোৰ কাষত বিভিন্ন শব্দ। শব্দৰ সাগৰত সাঁতোৰ মেলা মই এক অলৌকিক প্ৰাণীহে কিজানি। বহু যুগৰ আগৰ দেৱদাসীৰ চৰণৰ নূপুৰৰ শব্দ, হাতৰ বালাৰ ৰুণুজুনু শব্দ, কাপোৰৰ খচমচনি। মহাকালৰ মন্দিৰত আৰতি হৈছে। দেৱদাসীয়ে নৃত্যৰ ছন্দত মন প্ৰাণ সঁপি দিছে। নাচি থকা পৰত বুকুভগা হুমুনিযাহৰ শব্দ নোলায়। হুমুনিযাহৰ শব্দই মাজনিশাক জাগৰিত কৰে। ধূপ-ধুনা, চাকি-বন্তিৰ ধোঁৱা আৰু পোহৰে মন্দিৰটোক ৰহস্যপুৰীলৈ পৰিবৰ্তিত কৰিছে। কোন গৰাকী দেৱদাসীৰ প্ৰেমত মই পাগল প্ৰেমিক? কি নাম তেওঁৰ? অনুৰাধা, অৰুন্ধতি, নে সুপৰ্ণা? মই নাজানো। প্ৰেমময হৈ পৰিছে মোৰ জগত।

'কালি অহা ল'ৰাটো দেখোন। ই আজি আকৌ আহিছে কিয? ই বোধহয বিভ্ৰান্ত হৈছে।' কোনোবাই কাৰোবাক প্ৰশ্ন কৰিছে।

'নহয়, নহয। ই ৰহস্যৰ জালত সোমাইছে। জালখনে তাক মেৰিযাই ধৰিছে।'

'প্ৰভু, ইযাৰ উদ্ধাৰৰ উপায?'

'নিজকে নিজে উদ্ধাৰ নকৰিলে উদ্ধাৰৰ একো উপায় ক'তো নাই। আমি মাথো তাক উপদেশহে দিব পাৰো।'

'কিন্তু ল'ৰাটো যে তেনেই কুমলীয়া।'

'প্ৰেমে কুমলীয়া মনকে কাহিল কৰে। সি জীৱনৰ প্ৰেমত পৰিছে কৃষ্ণদাস।'

'জীৱনৰ প্ৰেম কি প্ৰভু?'

'সকলো ধৰণৰ প্ৰেমেই জীৱনৰে প্ৰেম।'

'ল'ৰাটোৰ ভুল হ'বও পাৰে প্ৰভু।'

'ভুল হ'লে সি নিজেই শুধৰাই ল'ব। সময়ে শুধৰাই দিব।'

'আমি কি কৰিম?'

'আমাৰ কৰণীয় একো নাই কৃষ্ণদাস। জীৱনৰ প্ৰেমত সি আকণ্ঠ ডুব যাওক। সকলোৱেই ডুব যাওক জীৱনৰ প্ৰেমত।'

মই বৰ কষ্টেৰে বাগি লগা মানুহৰ চকুৰ দৰে অলস আৰু অৱশ হৈ পৰা মোৰ চকু দুটা মেলিলোঁ। মানুহ দুজন মোৰ ওচৰতে থিয় হৈ আছে। মই টোপনি গৈছিলো হ'বলা। এইমাত্ৰ সাৰ পালোঁ। কিমান সময় মই টোপনিত পৰি আছিলোঁ? সন্ধিয়া লাগিল নেকি? বেলিটো ডুব গ'ল নেকি? গছৰ ছাঁই আবৰি ধৰিছে নেকি মন্দিৰ প্ৰাংগণ? অন্ধকাৰ অন্ধকাৰ লাগিছে দেখোন। মোৰনো ঘৰ ক'ত? মইনো ক'ত আছোঁ?

মই চাত কৰে উঠি বহিলোঁ। হয়, মই মায়াময় সপোন ৰাজ্য এখনৰপৰা উলটি আহি এইমাত্ৰ শিলটোৰ ওপৰত বহিছোঁহি। ৰ'দজাকে গছৰ ওপৰত তেতিয়াও জিলমিলাই আছে। গছৰ পাতৰ মাজেৰে দেখা গৈছে সোণবৰণীয়া আকাশ। মোৰ শৰীৰৰ জঠৰতা লাহে লাহে দূৰ হ'বলৈ লাগিল। মোৰ ওচৰত থিয় হৈ থকা মানুহ দুজনে মোলৈ চাই ঈষৎ হাঁহিলে। চুলিত জঁট বন্ধা মানুহজনে ক'লে — 'তই আকৌ আহিলি। কিয় আহিলি?' তেওঁৰ ঈষৎ হাঁহি থকা চকু দুটা আৰু মুখখন হঠাৎ নিৰ্লিপ্ত হৈ পৰিল। মোৰ ভয় লাগিল। ভয়ে ভয়ে মই ক'লোঁ —

'মই নাজানো।'

'তই জান। তই নাজানিলে কোনে জানিব ক' — মানুহজনে মোক ক'লে। তেওঁ মোলৈ চাই এটা মিঠা হাঁহি মাৰিলে। মানুহজনৰ মাতটো মোৰ বৰ কোমল যেন লাগিল। তেওঁৰ মুখলৈ চাই মই যেন এটা সাহস পালোঁ। মনলৈ দৃঢ়তা আনি মই ক'লোঁ — 'মোৰ মন গ'ল।'

মানুহজনে আকৌ হাঁহিলে। 'মন গ'লেই অহা আৰু যোৱা নহয় বাছা' — তেওঁ ক'লে। 'মন গ'লেই সকলো কাম কৰিব পাৰিলেও অহা আৰু যোৱাটো কৰিব নোৱাৰি। ই এটা ঘটনা। আমি গম নোপোৱাকৈয়ে, বুজি নোপোৱাকৈয়ে ঘটা এটা ঘটনা।'

মই একো নকলোঁ। ক'বলৈ মোৰ একো কথাও নাছিল। মই মাথো মন্ত্ৰমুগ্ধ মানুহৰ দৰে তেওঁলৈ চাই থাকিলোঁ।

'তোৰ বৃদ্ধি ঘটিছে। তই গম নোপোৱাকৈয়ে ঘটা এটা ঘটনা। তোৰ শৰীৰত

তেজ মঙহ আছে। তেজ মঙহৰ কিছু আবেদন থাকে। সেইটো সকলোৰে বাবেই ঘটা ঘটনা। তই ক্ৰমাৎ ডাঙৰ হৈ আহিছ। হয়নে নহয়?'

মানুহজনে কি ক'ব খুজিছে মই বুজি নাপালোঁ। তথাপিও মই মূৰ দুপিয়ালোঁ। মানুহজনে এইবাৰ হাঁহিবলৈ লাগিল। তেওঁৰ সেই হাঁহিটোক যেন কোনেও বাধা দিবই নোৱাৰিব। নিৰ্জন বন প্ৰান্তৰত তেওঁৰ হাঁহিটোৱে গছে গছে ঠেকা খাই প্ৰতিধ্বনি কৰিবলৈ ধৰিলে। কৃষ্ণদাস বোলা মানুহজন আৰু মই — আমি দুয়োজনে অবাক বিমূঢ় হৈ ৰৈ থাকিলোঁ। মূৰৰ চুলিত জঁট বন্ধা মানুহজনে গৈ হাঁহি হাঁহিয়েই মন্দিৰৰ দুৱাৰ খুলিলেগৈ, আৰু হাতৰ ইংগিতেৰে মোকো মন্দিৰৰ ভিতৰলৈ মাতি নিলে। গাঁতটোৰ ওপৰত তেতিয়াও কঠখন পাৰি থোৱা আছিল। তেওঁ গৈ কঠৰ ওপৰত বহিল। মানুহজনৰ কান্ধত ওলোমাই থোৱা জোলোঙাটো নি কৃষ্ণদাস নামৰ মানুহজনে চোতালৰ গছ এজোপাৰ চাপৰ ডাল এটাত আঁৰি থ'লেগৈ, আৰু তাৰ পিছত শিবলিংগটোৰ পাছফালে থৈ দিয়া তামৰ কলহ এটা লৈ শিলৰ চিৰি বগাই পানী একলহ আনিবলৈ বুলি নিজৰাটোৰ ফালে নামি গ'ল।

মানুহজনৰ হাঁহি মাৰ গৈছে। কিছুপৰৰ নিস্তব্ধতা। তেৰোঁ একো কোৱা নাই, ময়ো একো কোৱা নাই। মোৰ ক'বলৈ একো কথাও নাই। দৰাচলতে ঘটি যোৱা ঘটনাবোৰত কিবা ৰহস্য আছে যদিও, বা গূঢ়তত্ত্ব কিবা আছে যদিও মই বুজি পোৱা নাই। মই ইংৰাজী বুজোঁ, ভূগোল, বুৰঞ্জী বুজোঁ। এছাৰি জোকাৰি থকা খণ্ডাল আহমেদ ছাৰে বুজোৱা অংক, এলজেব্ৰা, জ্যামিতি বুজোঁ, টিকনিত তুলসীৰ পাত আৰু টিলিঙা জবাফুল মৰা বৰপূজাৰী ছাৰে বুজোৱা সংস্কৃত বুজি পাওঁ। (এতিয়াহে ছাৰ বুলি কৈছোঁ। সংস্কৃত পঢ়োৱা বাবে আমি তেখেতক 'মহাশয়' বুলি সম্বোধন কৰিছিলোঁ।) কিন্তু এতিয়া কথাটো বুজি পোৱাত মোৰ কিছু অসুবিধা হৈছে। মই যেন ক্ৰমান্বয়ে এটা অন্ধকাৰ গুহাৰ ভিতৰলৈ সোমাই গৈ আছোঁ, পোহৰৰ ৰেঙণি এটাও চকুত পৰা নাই, বতাহ এছাটিও সোমাই অহা নাই। মাথো নিঃশব্দতা আৰু নিঃশব্দতা। মাতৃগৰ্ভৰ সেই পিছল নিঃশব্দতা — মাতৃগৰ্ভৰ সেই অন্ধকাৰ। মোৰ ভাব হৈছে, ক্ৰমাৎ মোৰ পোছাকযোৰৰ পৰিবৰ্তন ঘটিছে, মই এটা যন্ত্ৰণা অনুভৱ কৰিছোঁ বোধহয় মোৰ মৃত্যু হ'ব। নহয়, মোৰ ভুল হৈছে, মই জন্ম লভিবলৈ গৈ আছোঁ। মাতৃগৰ্ভৰ সেই অন্ধকাৰ আৰু নিঃশব্দতাৰ মাজত ভ্ৰূণৰপৰা বৃদ্ধি ঘটি মই পৰিপূৰ্ণতা লাভ কৰিছোঁ, আৰু মোৰ জন্ম হ'বলৈ ধৰিছে। জন্ম মানেইতো জীৱন আৰু জগত সম্পৰ্কে এটা জ্ঞান, এটা ধাৰণা।

মানুহজনে মোক চাগে বহিবলৈ কৈছিল। মই তেওঁৰ সন্মুখত মাটিতে লেপেটা

কাঢ়ি বহি পৰিলোঁ। বেৰখনত বাঘৰ ছাল এখন নুৰিয়াই ওলোমাই থোৱা আছিল। ওচৰতে এপাত ত্ৰিশূলো বেৰখনত আওজাই থৈছিল। মন্দিৰৰ ভিতৰখন অন্ধকাৰ হৈ পৰিছিল। মাটিৰ চাকি এগছো জ্বলাই থোৱা নাছিল। মন্দিৰৰ ভিতৰৰ বেৰে চালে তেতিয়াও বাদুলি কেইটামান ওলমি আছিল। সময় কিমান হ'ল বুজাৰ উপায় নাই। ভিতৰত অন্ধকাৰ, বাহিৰত অলপীয়া পোহৰ। মই ঘৰলৈ উলটি যাব লাগে। ইমানপৰ ঘৰৰ বাহিৰত আছোঁ। আইহঁতৰ মনত চাগে উচপিচ লাগিছে। আই আৰু আইতাই চাগে ঘনে ঘনে বাটলৈ চাইছে। মোৰো উচপিচ লাগিবলৈ ধৰিলে। কিন্তু বহাৰপৰা উঠাৰ শক্তি যেন মোৰ নোহোৱা হৈ পৰিল। গছৰ দৰে মোৰো শিপা গজিল, আৰু সেই শিপাৰে মই যেন মাটিত দৃঢ়ভাৱে খামোচ মাৰি ধৰিলোঁ। মোৰ লৰচৰ কৰাৰ ক্ষমতাও নাথাকিল। এপাকত কৃষ্ণদাস সোমাই আহিল। তেওঁ মানুহজনৰ হাতত এটা জ্বলি থকা চিলিম দিলেহি, আৰু এগছি মাটিৰ চাকি জ্বলাই থৈ বাহিৰলৈ ওলাই গ'ল।

'ওম বাবা ভোলানাথ। হৰ হৰ মহাদেউ' — সন্ন্যাসী মানুহজনে হাতৰ মুঠিত থকা চিলিমটোত নিবিষ্ট মনে হোপা মাৰিবলৈ লাগিল। মাটিৰ বন্তিগছিয়ে অন্ধকাৰ আঁতৰাই পেলাইছিল। আৰু মই সেই পোহৰতে দেখিলোঁ কিচকিচিয়া ক'লা দীঘল সাপটো আহি মানুহজনৰ পিঠিৰে বগাই আহি, কান্ধৰ ওপৰেৰে উঠি বুকুৰ মাজত ওলমি ৰৈ আছে। মানুহজনৰ গাত কাপোৰ এখন অথনি দেখিছিল। ৰঙা ৰঙৰ চাদৰ। এতিয়া নাই। উদং গা। কঁকালত ৰঙা চুৰিয়া। মানুহজনৰ বুকুখন কেঁচা পকা নোমেৰে ভৰপূৰ। তাৰে ওপৰত ওলমি আছে সাপটোৰ মূৰটো। চকু দুটা জিলিকি আছে। ধানপাতৰ দৰে পাতল জিভা দুখন ওলাই সোমাই লিকলিকাই আছে। মাটিৰ চাকিৰ ক্ষীণ পোহৰত সাপটোৰ ক'লা ৰঙৰ গাটো চকমক কৰিছে। বোধহয় বীৰবাহু। মানুহজনে হাতেৰে আজুৰি সাপটোক মাজে মাজে টানি আনি কোলাত থৈছে। সি পুনৰ উঠি তেওঁৰ গাত বগাইছেগৈ। বাকী দুটা সাপ, সুবাহু আৰু সুবন্ধু শিৱলিংগটোৰ ওচৰতে মেৰখাই পৰি আছে।

সাপকেইটাক দেখাৰ লগে লগে মোৰ মূৰৰপৰা ভৰিলৈকে চেঁচা তেজৰ সোঁত এটা বৈ গ'ল। চাকিৰ ম্লান পোহৰত মন্দিৰৰ ভিতৰত সাপকেইটাৰ অৱস্থান বৰ ৰহস্যময় আৰু শিহৰণ উদ্রেককাৰী হৈ পৰিছিল। মই একেথৰে সাপকেইটালৈকে চাই আছিলোঁ। কি ভয়ংকৰ, অথচ কি সুন্দৰ। চুই চাবলৈ ভয় লাগে, অথচ ওচৰ চাপিবলৈ মন যায়। এটা তীব্ৰ আনন্দ; কিন্তু আনন্দটোৰপৰা পৃথক কৰিব নোৱৰা এটা তীব্ৰ যন্ত্ৰণা। মোৰ বুকুখনত কিবা এটাই খোচা বিন্ধা কৰিবলৈ ধৰিছিল। বুকুৰ

মাজৰ সেই ক্ষতস্থানৰপৰা এসোঁতা তেজো বৰ তীব্ৰ বেগেৰে ওলাই আহিছিল। যন্ত্ৰণাত মই কোঙা হৈ পৰিছিলোঁ। কিন্তু কিবা এটা আনন্দই — বোধহয় মন্দিৰৰ ভিতৰলৈ সোমাব পৰাৰ আনন্দই মোক বিহ্বল কৰি পেলাইছিল। মই চাগে পাগল হৈ পৰিছিলোঁ, আৰু বিহ্বল আনন্দত মই চিঞৰ মাৰি উঠিছিলোঁ — 'আঃ মোৰ কি হ'ল? মই ক'ত আছোঁ?'

মানুহজনৰ মুদখোৱা চকু হঠাতে মেল খাই গৈছিল। অবাক হৈ তেওঁ মোৰ মুখলৈ চাইছিল। তেওঁৰ ওঠৰ কোণত ঈষৎ হাঁহি এটাই খেলা কৰা মই দেখিবলৈ পাইছিলোঁ। মই লজ্জিত হোৱা উচিত নে শংকিত হোৱা উচিত? মই কি কৰা উচিত? কথাটো বুজি নাপাই মই এটা দোধোৰ-মোধোৰ অৱস্থাত পৰিছিলোঁ।

'তোৰ বয়স কিমান?' মানুহজনে মোক সুধিছিল।

'পোন্ধৰ বছৰ পাৰ হৈ আঠমাহ হৈছে।' মই কৈছিলোঁ।

'স্কুলত পঢ়?'

মই মূৰ দুপিয়াইছিলোঁ।

'পদুমনি বিললৈ কিয় আহিছিলি?'

মই উত্তৰ দিয়া নাছিলোঁ।

'পদুম ফুল ভাল পাৱ?'

মই পুনৰ মূৰ দুপিয়ালোঁ।

'আৰু মোৰ এই বীৰবাহু, সুবাহু আৰু সুবন্ধুক?'

কেনে ধৰণৰ প্ৰশ্ন এইটো? প্ৰশ্নকৰ্তাৰ মুখলৈ চাই মই প্ৰশ্নটো বুজিবলৈ চেষ্টা কৰিলোঁ। বুজি নাপালোঁ। কেতিয়াবা এনে কিছুমান প্ৰশ্নৰ মুখামুখি হোৱা যায়, যিবোৰ প্ৰশ্ন জীৱনটোৰ দৰেই জটিল। জীৱনৰ যিদৰে কোনো নিৰ্দিষ্ট উত্তৰ নাই, সেইবোৰ প্ৰশ্নৰো কোনো নিৰ্দিষ্ট উত্তৰ নাথাকে। মই উত্তৰ দিম কি? পদুম ফুল ভালপোৱাৰ লগত সাপ ভাল পোৱা নোপোৱাৰ কি সম্পৰ্ক আছে? পদুম ফুল ভাল পালেই সাপ কেইটাকো ভাল পাব লাগিব বুলি কিবা ধৰা বন্ধা কথা আছে জানো? সাপ আৰু পদুম ফুল, দুইটাকে একেলগে ভাল আৰু বেয়া পাব, নতুবা এটাক এৰি এটাক ভাল পাব পাৰিবনে নোৱাৰি? মই কাক ভাল পাওঁ? পদুম ফুলক নে সাপ কেইটাক? অথবা দুইটাকে? মই নাজানো — মই নাজানো। মই জীৱন আৰু জগতৰ বহুত কথাই নাজানো। মানুহজনে মুখখন ঘূৰাই দুৱাৰখনৰ ফালে চাই কৈছিল — 'কৃষ্ণদাস, ই ইয়াতে খাই যাব। তুমি ইয়ালৈকো যোগাৰ কৰিবা।' তেওঁ মোৰ ফালে মুখখন ঘূৰাইছিল। 'এনে হয় বাছা, এনে হয়।' তেওঁৰ মাতটো ক্ৰমাৎ কোমল

হৈ পৰিছিল। 'অতি স্বাভাৱিক কথা, এনে হয়। তই নিজক বান্ধি থ। আৰু কাইলৈৰপৰা পুনৰ স্কুললৈ যা। কাইলৈৰপৰাই তই পুনৰ স্বাভাৱিক জীৱন এটা যাপন কৰিবলৈ প্ৰস্তুত হ। পঢ়া-শুনাত মনপুতি লাগ। কাম-বন কৰিবলৈ ধৰ। এইবোৰ কথা তোক সময়ে নিজেই পাহৰাই দিব। আচলতে সকলোৰে শৰীৰত থকাৰ দৰেই তোৰো শৰীৰত তেজ মঙহেই আছে। তেজ মঙহ আছে বাবেই তেজ মঙহৰ আবেদনো আছে। তই এটা স্বাভাৱিক মানুহ।' মানুহজনে কথা কেইটা কৈছিল আৰু বীৰবাহুৰ গাত হাত ফুৰাই আছিল। সি তেতিয়া মানুহজনৰ গাৰপৰা নামি আহি ভৰিদুটাৰ ওচৰতে পাক খাই পৰি আছিল। সুবাহু নে সুবন্ধু কোনোবা এটাই শিৱলিংগটো মেৰিয়াই ধৰিছিল, আৰু ইটো সাপ ওচৰতে নুৰা পাতি পৰি আছিল। মাজে মাজে সিহঁত কেইটাই সিহঁতৰ ধানপাতৰ দৰে লিকলিকিয়া দুফলীয়া জিভাখন মুখৰপৰা উলিয়াই সুমুৱাই আছিল, আৰু মাটিৰ চাকিৰ ম্লান পোহৰত সেই কথাটোৱে পৰিৱেশটো ৰহস্যঘন আৰু ভযাবহ কৰি পেলাইছিল। কৃষ্ণদাসে মাজে মাজে দুৱাৰমুখৰপৰা ভুমুকিযাই চাইছিল; মাজে মাজে মানুহজনৰ নুমাই যোৱা চিলিমটোত আঙঠা ভৰাই দিবলৈ লৈ গৈছিলহি। কৃষ্ণদাসৰ হাতত তেতিয়া দাখন নাই; কিন্তু হাতখন শূন্যতে মাজে মাজে ঘূৰাই আছিল। কৃষ্ণদাসৰ কাৰণে বোধহয় এটা স্বাভাৱিক কথা।

মই কি কৰিছিলো? মোৰ চকু একোবাৰ সাপ কেইটালৈ গৈছিল, একোবাৰ জঁটা বন্ধা চুলিৰ মানুহজনলৈ গৈছিল। পৰিৱেশটো ক্ৰমাৎ অসহনীয় হৈ পৰিছিল। মই কিজানি ভিতৰি ভিতৰি কিছু পৰিমাণে চঞ্চল অথবা উত্তেজিত হৈ পৰিছিলোঁ। বাৰে বাৰে মোৰ ভাব হৈছিল, তিনিটা সাপৰ কোনোবা এটা আহি মোক দৃঢ়ভাৱে মেৰিযাই ধৰক আৰু মোৰ বুকুৰ কলিজাটোত দংশন কৰক। নীল হলাহলে বিকল কৰি মুহূৰ্ততে অৱশ কৰি পেলাওক মোৰ স্নায়ুতন্ত্ৰ। যন্ত্ৰণাৰ নীলা ৰঙে পুনৰবাৰ মোক পিন্ধাই দিযক সেই নীলৰঙী পোছাক। নহয়, নহয়, মোৰ ভুল হৈছে। মৃত্যুসম যন্ত্ৰণাই মোক পিন্ধাই দিয়ক জীৱনৰ পৰম আনন্দৰ সেই ৰ'দৰ ৰঙৰ দৰে সোণোৱালী ৰঙৰ পোছাক। মৃত্যুসম যন্ত্ৰণাই মোক দাহ কৰক, আৰু দান কৰক জীৱনৰ আনন্দ, যন্ত্ৰণাই দাহ কৰি ছাৰখাৰ কৰা মোৰ শৰীৰৰ ছাঁইমুঠিৰ মাজতো উজ্জ্বল হৈ জিলিকি থাকক মই লাভ কৰা জীৱনৰ অমৃত। মোৰ মৃত্যু হওক, কিন্তু মই এটা আনন্দলৈ ৰূপান্তৰিত হৈ পৰোঁ। আঃ এই মুহূৰ্ততে মোৰ মৃত্যু নহয় কেলেই? কাৰণ, মোৰ মৃত্যুৱেহে ধাৰণ কৰিব পাৰিব মোৰ এই নৱলব্ধ আনন্দক। যন্ত্ৰণা আৰু আনন্দ — আনন্দ আৰু যন্ত্ৰণা। ৰ'দৰ সতে মিতিৰালি পতা এপাহ পদুম ফুল, আৰু গছৰ

ওপৰত তুলি থোৱা মিঠাতেলেৰে জ্বলোঁৱা মাটিৰ চাকিগছিৰ ক্ষীণ শেঁতা পোহৰ পৰি চিকমিকাই থকা পকা ক'লাজামু বৰণীয়া পিছল এটা বিষধৰ সাপ। মোৰ সৰ্বশৰীৰ শিহৰিত হৈ পৰিল। উশাহ খৰ হ'ল। কণ্ঠনলী শুকাই গ'ল। মই ঘামিবলৈ ল'লোঁ। ঘামিবলৈ ল'লোঁ যদিও পুহমহীয়া জাৰত দাঁতত দাঁত লাগি কঁপনি উঠাৰ দৰে মোৰ কঁপনি এটাও উঠিবলৈ ধৰিলে। কিয় এনে হৈছে মই বুজি নাপালোঁ। কিন্তু বুজি পালোঁ মোৰ শৰীৰ আৰু মনত এটা পৰিৱৰ্তন ঘটিছে। এটা আমূল পৰিৱৰ্তন ঘটিছে। সললনি হৈ গৈছে মোৰ শৰীৰৰ সিৰা, উপসিৰা, তেজ, অস্থি আৰু মাংস। মোৰ মনটো ওলট-পালট হৈছে, আৰু আকাশৰ বিজুলী তৰংগই আঘাত কৰা মানুহৰ দৰে মই আঘাতপ্ৰাপ্ত হৈছোঁ। চূৰ্ণ বিচূৰ্ণ হৈ পৰিছে মোৰ হৃদপিণ্ড। মোৰ শৰীৰৰ সিৰা উপসিৰাইদি বগুৰা বাই ঘূৰি তেজৰ সোঁতাটো দিক্‌ভ্ৰান্ত হৈ পৰিছে, আৰু মই লাহে লাহে মৰিবলৈ আৰম্ভ কৰিছোঁ।

ইতিমধ্যেই কৃষ্ণদাস নামৰ মানুহজনে মন্দিৰৰ চোতালখনত একুৰা জুই জ্বলাইছিল। বনৰীয়া জীব-জন্তু আহিব পাৰে বুলি জুইকুৰা সদাযেই জ্বলোঁৱা হয়। সূৰ্য অস্ত যোৱাৰ কিছুপৰৰ পিছত আমি জুইকুৰাক কেন্দ্ৰ কৰি বহি লৈ খাবলৈ আৰম্ভ কৰিলোঁ। খোৱাৰ আয়োজন বিশেষ একো নাছিল। তেওঁলোঁকে সূৰ্যদেৱ অস্ত যোৱাৰ পিছত এইপৰতেই আহাৰ খায়। দিনত ফলাহাৰ। আগবেলাতেই স্কুললৈ যাবলৈ বুলি কণামুনাকৈ নাকে কাণে গুজি খাই অহা ভাত। ইমান পৰে গম পোৱা নাছিলোঁ, কিন্তু এতিয়া গম পালোঁ যে মোৰ ভোক লাগিছে। ৰঙালাও, আলুগুটি, কচু আৰু কিবাকিবি পাচলি দি ৰন্ধা মাৰ্নকচা তপত ভাত। কলপাতখিলাৰ ওপৰত বহলাই মেলি দিছে। ভাতৰ ওপৰত অকণমান গৰুৰ ঘিউ। দাঁতিত নিমখ অকণ, আৰু এটা কেঁচা জলকীয়া। কেঁচা কলপাতৰ গোন্ধ, গৰুৰ ঘিউ আৰু তপত ভাতৰ গোন্ধ। কেঁচা জলকীয়া আৰু মিহলি পাচলিৰ গোন্ধ। জোপোহাৰ অন্ধকাৰত জ্বলিছে জোনাকি পৰুৱা, টিপটিপকৈ। হাবিখনৰো নিজা গোন্ধ আৰু বৈশিষ্ট্য আছে। মোৰ নাকত কিন্তু এতিযা একাকাৰ হৈ পৰিছে সকলো গোন্ধ। পৃথিবীত যেন একো নাই; কেৱল একত্ৰিত হৈ পৰা এই বিশেষ গোন্ধটো আছে, আৰু গোন্ধটোৱে আবৰি আছে মোক। ৰহস্যঘন হাবি এখনৰ অভ্যন্তৰলৈ মই ঘোঁৰাৰ দৰে বাৰে বাৰে ছুটি মেলিছোঁ। হাবিখনৰ শৰীৰৰপৰা ওলোৱা সেই মায়াময় সুগন্ধটোৱে মোক বাৰে বাৰে মাতি আছে। অৱলীলাক্ৰমে মই বৰ ওচৰ চাপি গৈছোঁ হাবিখনৰ। হাবিৰো আছে এখন নিজা জগত; এটা নিজা জীৱন।

।। ৫।।

সেই নিশাই — ঠিকেই সেইটো নিশাতেই মই মৃত্যুৰ আনন্দৰ অধিকাৰী হ'লোঁ। কেনেকৈ, কোনটো বাটৰ কোনটো সুৰুঙাৰে সেই আনন্দই আহি মোক ধৰা দিলেহি, মযে বা কি তপস্যাৰে সেই আনন্দ লাভ কৰিলোঁ, মই নাজানিলোঁ। বোধহয় মই এটা সপোন দেখিছিলোঁ। সপোনত মই প্ৰাচীন মন্দিৰটো দেখিছিলোঁ আৰু সেই মন্দিৰটো এগৰাকী নাৰী হৈ সপোনত মোৰ ওচৰলৈ আহিছিল। মই মোৰ এইটো জীৱনত লগ পোৱা কোনো নাৰীয়েই এইগৰাকী নাৰী নহয়। বোধহয় তেওঁক মই মোৰ আগৰ জন্মত লগ পাইছিলোঁ। মূৰৰ ওপৰত যুক্ত হৈ আছিল তেওঁৰ দুহাত। কিলাকুটি দুটাত ভাজ পৰিছিল, আৰু দেখাত মন্দিৰৰ ওপৰৰ কলচিটোৰ দৰে হৈছিল। বুকুৰপৰা কঁকাললৈকে যেন এটা ওভোটাই থোৱা লোটা। কঁকালৰপৰা নিতম্ব, আৰু নিতম্বৰপৰা ভৰিলৈকে কাৰুকাৰ্য খচিত মন্দিৰৰ গা। মন্দিৰলৈ সোমোৱা দুৱাৰখনে মন্দিৰটো মাজতে দুভাগ কৰিছে। দুৱাৰখনৰ বাঁও আৰু সোঁকাষে সেযা মন্দিৰ গাত্ৰ যেন কোনো এগৰাকী সুতনুকা নাৰীৰ নূপুৰৰঞ্জিত, জেতুকা ৰাগ চৰ্চিত দুটি মনোৰম চৰণ, দুই চৰণৰ মাজৰ সেই পথ, সেই ৰহস্যময অন্ধকাৰ পথ — যি পথ মন্দিৰৰ অভ্যন্তৰৰ তেল শলিতাৰে বন্তি জ্বলাই, ধূপ নৈবেদ্যৰে অৰ্চনা কৰা বেদীৰ কাষলৈ প্ৰৱেশৰ কুসুম কুমকুম চৰ্চিত পথ। জন্মৰ পথ, জীৱনৰ পথ, মংগলৰ পথ। তেওঁ কি পিন্ধিছিল? বোধহয তেওঁ পিন্ধিছিল পদুম ফুলৰ ৰঙৰ এসাজ কাপোৰ, খোপাত পদুম ফুল। ডিঙিতো বোধহয আছিল পদুম ফুলৰ এধাৰি হাৰ। পদুম পাতত পৰি থকা পানীৰ টোপাল এটাৰ দৰেই তেওঁৰ চকু দুটাই টলমল কৰি আছিল। তেওঁৰ শৰীৰটো বৰ পিছল যেন মোৰ বোধ হৈছিল, বোধহয প্ৰাগঐতিহাসিক কালৰ শেলুৰৈযে তেওঁৰ শৰীৰটো সামৰি লৈছিল, আৰু তেওঁৰ দুযোটা ভৰিৰ ওচৰত পৰি আছিল এটা সাপ। ভযংকৰভাৱে সুন্দৰ এটা সাপ।

হয, পুনৰ জী উঠিবৰ বাবে সেইনিশা মই মৃত্যুৰ যন্ত্ৰণাক জয় কৰি মৃত্যুৰ আনন্দৰ অধিকাৰী হ'লোঁ। ইতিমধ্যেই মই ৰ'দৰ দৰে উজ্জ্বল আনন্দৰ পোছাক পৰিধান কৰিছিলোঁ। সোণোৱালী ৰঙৰ ৰ'দৰ পোছাকযোৰ পৰিধান কৰি মই আকাশত বিচৰণ কৰিবলৈ লাগিলো, সপোনতে। বোধহয় মই পৰিধান কৰা পোছাকযোৰৰে এনে গুণ। আকাশৰ অসীম শূন্যতাত বিচৰণ কৰি এসমযত মই অৱশ হৈ পৰিলোঁ, আৰু মাটিলৈ নামিলোঁ, অবসাদে মোৰ হৃদস্পন্দন খৰতকীয়া কৰিবলৈ ধৰিলে, আৰু ৰাতিপুৱালৈ এটা ভয়ংকৰ বিষণ্ণতা আৰু অপৰাধবোধে মোক পৰাজিত আৰু পদানত কৰি পেলালে।

মই এটা সপোন দেখিছিলোঁ। যন্ত্ৰণাৰে ভৰা এটা আনন্দদায়ক সপোন। সেইদিনা বেলিৰ ছাঁটো চাই মই স্কুললৈ বুলি ওলাই যাওঁতে বাটতে পোৱা হাবিখন অকলে অকলে পাৰ হ'বলৈ লৈ মই নিজকে নিজে বুজাবলৈ লাগিলোঁ। এই কেইদিনত ঘটি যোৱা সমস্ত ঘটনালানি দৰাচলতে এটা ধুনীয়া সপোন। সপোন খেদি ফুৰা মোৰ দৰে এটা ল'ৰাৰ কাম নহয়। মই ঘৰ, স্কুল, কিতাপ-পত্ৰ, স্কুলৰ পাঠ আদি লৈ ব্যস্ত থকা এটা পোন্ধৰ বছৰ উত্তীৰ্ণ হোৱা ল'ৰা। মোৰ চকুৰ আগত এটা নিৰ্দিষ্ট লক্ষ্য আছে। বহুদূৰ বাট মই অতিক্ৰম কৰিব লাগিব। ডাঙৰ মানুহবোৰে সৰুবোৰক যিদৰে বুজায়, ময়ো সেইদৰে মোক বুজালোঁ। কিন্তু কি হ'ব? হাবি এখন দেখিলেই মোৰ হাবিখনৰ ভিতৰ সোমাবলৈ মন যায়। মনক শাসন কৰা বৰ কঠিন। হাবি এখনেই জানো চিৰদিনৰ সত্য, বাকী একো সত্য পৃথিৱীত নাই? অথবা, হাবিখন — চিৰদিনৰ সত্য সেইটো হাবিখন এটা মন্দিৰৰ দৰে, এগৰাকী নাৰীৰ দৰে হাবিখনো প্ৰাচীনতম কালৰেপৰাই সত্য। এটা সপোনৰ দৰে সত্য। কিন্তু সপোন জানো সত্য হ'ব পাৰে? প্ৰশ্নটো মই নিজকে নিজেই সুধিলোঁ, নিদ্ৰা সত্য হ'লে আৰু মানুহৰ শৰীৰ সত্য হ'লে সপোন মিথ্যা হ'ব কিদৰে? মোৰ প্ৰশ্নৰ উত্তৰ মই পালোঁ।

মানুহ সত্য হ'লে হাবি এখন অতিক্ৰম কৰি চকু মুদি যোৱাটো বৰ কঠিন। মই এটা কঠিন ব্ৰত ল'লোঁ। মোৰ জীৱনৰ এটা নিৰ্দিষ্ট লক্ষ্য আৰু উদ্দেশ্য আছে। মই আগবাঢ়ি যাবই লাগিব। কাৰণ মোক নিজা পৰিচয় এটা লাগে। কঠিন ব্ৰত ধাৰণ নকৰিলে নিজা পৰিচয় উপাৰ্জন কৰিব নোৱাৰি।

আগদিনা মই স্কুললৈ যোৱা নাই। কি কাৰণে স্কুল খতি হ'ল কোনেও একো প্ৰশ্নই নকৰিলে। কাৰণ, সকলোৱে জানে মোৰ দৰে মেধাবী ল'ৰা এটাই অকাৰণতে স্কুল খতি নকৰে। মই কাকো একো নক'লোঁ। আনকি দাঁতত ভাত এটা লাগিলেও গম পোৱা মোৰ প্ৰিয় বন্ধুটোকো। মই এটা যন্ত্ৰণাদায়ক সুন্দৰ সপোন দেখিছিলোঁ। সপোনটোৱে মোক আনন্দিত কৰিছিল। এই আনন্দ আৰু যন্ত্ৰণা মই উপাৰ্জন কৰিছোঁ, গতিকেই ই কেৱল মোৰ। কাকো মই তাৰ ভাগ নিদিওঁ।

মই পঢ়া-শুনাত মনপুতি লাগিলোঁ। মোৰ দৰে মেধাবী তীক্ষ্ণ বুদ্ধিসম্পন্ন ল'ৰা এটাৰ বাবে এই কথাটো কোনো অস্বাভাৱিক কথা নাছিল। স্কুলৰ শিক্ষক সকলে ভাল পালে, আৰু মোৰ ওপৰত তেখেতসকলে এটা আশাও কৰিবলৈ লাগিল। তেখেতসকলে আশা কৰিবলৈ লোৱাৰ বাবে মোৰ দৃঢ়তা আৰু একাগ্ৰতাও বাঢ়িল।

এদিন মই সুখ্যাতিৰে পঢ়া-শুনা সামৰি ওলাই আহিলোঁ। ভিতৰুৱাল অখ্যাত গাওঁ এখনৰ এটা নিতান্তই সাধাৰণ ল'ৰা মই। মোৰ ভাগ্যই মোক কঢ়িয়াই লৈ

ফুৰিবলৈ ধৰিলে নে ভাগ্যকহে মই কঢ়িয়াবলৈ লাগিলোঁ, কথাটো মোৰ জীৱনত অমীমাংসিত হৈ ৰ'ল। মুঠতে মই ভিতৰুৱাল অখ্যাত গাঁৱৰ অখ্যাত ল'ৰা এটা হৈয়েই নাথাকিলোঁ। সুচিকিৎসক হ'লোঁ। বিদেশলৈ গৈ পঢ়া-শুনা কৰি আহিলোঁ। মোৰ দৰেই সুনাম থকা এগৰাকী চিকিৎসকৰ পাণি গ্ৰহণ কৰিলোঁ। তেওঁৰ নাম বিজয়া। বিজয়াই মোৰ ঘৰখন চাৰিওফালৰপৰা জিলিকাই পেলালে। আইতা আৰু দেউতা ঢুকাল। আই অকলশৰীয়া হ'ল। আমাৰ গাঁৱৰ ঘৰখন আৰু মাটি-বাৰী দদাইদেউৰ পুতেক এজনক চমজাই মই আইক মোৰ লগলৈ লৈ আহিলোঁ, বিজয়াৰ পৰামৰ্শমতেই। বিয়াৰ পিছৰপৰা মই মোৰ জীৱনটো বিজয়াক চমজাই দিছিলোঁ। তেওঁৰ কথাই মোৰো কথা। কাৰণ, মানুহজনীৰ সুচিন্তিত পৰামৰ্শ আৰু সাংসাৰিক জ্ঞান নাকচ কৰিবলগীয়া নহয়।

মই আৰম্ভণিতে পোছাক সলোৱাৰ কথা কৈছিলোঁ। জীৱনৰ বিভিন্ন সময়ত পিন্ধা বিভিন্ন পোছাক, পোছাক মযেই নহয সকলোৱেই সলায। বিজয়াইও নিশ্চয় সলাইছে। মোৰ আযেও সলাইছিল। মই এই পোছাক সলোৱাৰ কথাটো যথেষ্ট গুৰুত্বপূৰ্ণ কথা বুলি মোৰ জীৱনত গ্ৰহণো কৰিছোঁ।

এইখন মোৰ আত্মজীৱনী নহয যে, মোৰ জীৱনত ঘটা সকলো ঘটনা পৰিঘটনাকে মই লিপিবদ্ধ কৰি তাৰ গুৰুত্ব অনুসৰি ব্যাখ্যা কৰিম। মোৰ দৰে অজস্ৰ মানুহ পৃথিৱীত আছে আৰু সেইসকলৰ জীৱনত নঘটা কোনো ঘটনা মোৰ জীৱনত ঘটা নাই। আচলতে, মানুহৰ জীৱনত মানুহৰ জীৱনৰে ঘটনা ঘটে। আৰু এই সকলোবোৰ ঘটনাই অতি স্বাভাৱিকভাৱে ঘটা এইখন পৃথিৱীৰে ঘটনা।

মোৰ ল'ৰা-ছোৱালী দুটা। বিজয়াই কৈছিল, দুটাই যথেষ্ট। সফল মানুহ কৰাৰ কথা আছে। দুযোটা সফল। ভাল চাকৰি কৰি, ভাল ছোৱালী বিয়া কৰাই লৈ দুযোটা এতিয়া সফলভাৱে প্ৰতিষ্ঠিত। নাতি-নাতিনী কেইটা লৈ দুয়োটা আছে। খা-খবৰো লৈয়েই থাকে। জীৱনত মই অসফল হৈ নাপালোঁ। আই গুচি যোৱাৰ লগে লগে গাঁৱৰ সতে থকা মোৰ শেষ সম্পৰ্কটোও নোহোৱা হৈ পৰিল। মই সম্পূৰ্ণভাৱে নগৰীয়া হৈ পৰিলোঁ। বিজয়াই বহুত দিনৰপৰা গাঁৱলৈ যাবলৈ হেঁপাহ কৰি আছিল। নাতিহঁতেও গাঁও দেখা নাই। মই ক'লোঁ — 'ব'লা, আমাৰ পুৰণি ঘৰৰপৰাই আহোঁগে। গাওঁ চোৱাও হ'ব, আৰু পৰিয়ালৰ মানুহকো লগ পাম। অহা দেওবাৰলৈকে যাওঁ।'

দেওবাৰৰ দিনা দুখন গাড়ীত আমি গাঁও অভিমুখে ওলালোঁ। ল'ৰা দুটা আৰু বোৱাৰীহঁতো যাবলৈ ওলাল। গতিকেই দুখন গাড়ীৰ ব্যৱস্থা। নগৰৰপৰা বহুত দূৰৈৰ

ভিতৰত থকা মোৰ অতীত বিচাৰি মই খোলাটোৰ পৰা ওলাই যাবলৈ ব্যাকুল হৈ পৰিলোঁ। গাড়ীৰ চকা ঘূৰিল। মযো অতীতৰ ফালে মুখ ঘূৰালোঁ। এনে লাগিল যেন মই গৈ মোৰ আইৰ গৰ্ভৰ ভিতৰত সোমামগৈ।

জন্ম হোৱা ঠাইখন, — কেৱল জন্ম হোৱাই নহয়, জন্ম হৈ ডাঙৰ-দীঘল হোৱা ঠাইখন, আৰু লগতে জন্ম দিয়া মানুহজনী মানুহৰ ইমান আপোন হয়নে? দদাইদেউৰ পুতেকহঁতক চমজাই দিয়া আমাৰ মাটি-ভেঁটিবোৰ আৰু পুৰণি ঘৰটোৰ পৰিত্যক্ত ভেঁটিৰ ওচৰত মই থিয় হলোঁগৈ। এইটো আমাৰ পাকঘৰ আছিল — সৌটো আছিল আমাৰ বৰঘৰ, চ'ৰাঘৰ, ভঁড়াল, গোহালি, এইখন চোতাল। পানী খোৱা কেঁচা নাদটো হাবিয়ে বনে ঢাকি ধৰি এটা সৰু গাঁত হৈ পৰিছে। এইজোপা কঁ ঠাল গছ মোৰ ককাদেউতাই ৰুইছিল। পদুলিটোত দুশাৰীকৈ ৰোৱা নাৰিকল গছবোৰ মোৰ দেউতাৰ হাতৰ। গা ধুই তিতা কাপোৰেৰে কাষত পানী একলহ লৈ মোৰ আই আহি চোতালৰ মূৰ পাইছেহি। তাতে তেওঁ সাজ কাপোৰযোৰ পিন্ধিব। মই আইৰ মাতষাৰ শুনিছোঁ। বৰ মিহি আৰু কোমল মাত এটাৰ গৰাকী আছিল মোৰ আই।

বহুত দিনৰ আগতে এৰি থৈ যোৱা মোৰ হেঁপাহৰ গাঁওখন। গাঁওখন ঘূৰিপকি চাবৰ মন গ'ল। জানো, মই এৰি থৈ যোৱা অৱস্থাত গাঁওখন বৈ থকা নাই, পৃথিৱীত সকলোৱেই চলমান। গাঁওখনে এৰি দিযা অৱস্থাত মযো বৈ থকা নাই। তথাপিও কিজানিবা কৰবাৰ হাবিৰ আঁৰ লৈ, বৈ যোৱা নিজৰাটোৰ শিলত লাগি, বা পুখুৰীৰ পাৰৰ বৰচা বন এডালত একেথৰে বৈ থকা ৰঙা ৰঙা জিঁযা পোৱালি এটাৰ দৰে মোৰো উশাহৰ বতাহ এছাটি লাগি আছে গছে পাতে, মাটিয়ে পানীযে। মুহূৰ্ততে মই সৌঁৱৰণি খেদি অনাই বনাই ঘূৰি ফুৰা পাগল প্ৰেমিক এটালৈ ৰূপান্তৰিত হ'লোঁ, আৰু গৈ পুখুৰীটোৰ পাৰত উপস্থিত হ'লোঁগৈ।

কি হ'ল মোৰ? মই কোন? মযেই জানো একালৰ সেই কিশোৰ? মই কাৰ বাবে অপেক্ষা কৰিছোঁ পুখুৰীটোৰ পাৰত বৈ? পুখুৰীৰ পাৰত এজাক মৃদু বতাহ বৈ আছিল। ৰ'দেৰে উজ্জ্বল হৈ আছিল গোটেইখন। ৰ'দ পৰি পুখুৰীৰ পানীত চিকমিকনি উঠিছিল। চিকমিকাইছিল পদুম ফুলৰ পাতবোৰো। মই বহুপৰ বিভোৰ হৈ বৈ আছিলোঁ। পুখুৰীৰ পাৰে পাৰে এটা বাট হৈছে। আজিকালি আৰু আগৰ দৰে নিজান হৈ নাথাকে। বাটেৰে অহা যোৱা কৰা মানুহবোৰে মোক আচহুৱা দেখিছিল হ'বলা। ঘূৰি ঘূৰি চাইছিল। মই আশা কৰিছিলোঁ কৃষ্ণদাস নামৰ অদ্ভুত মানুহজন ওলাই আহক। পলকতে ঘূৰাওক হাতৰ দাখন। মানুহজনে মোক হাবিৰ মাজৰ এটা

ভগা-ছিগা প্ৰাচীন মন্দিৰলৈ লৈ যাওক। প্ৰাচীন মন্দিৰটোৰ ৰহস্যই মোক ব্যাকুল কৰক — মই পুনৰ সেই যন্ত্ৰণাৰ মাজলৈ উলটি যাব খোজোঁ, যি যন্ত্ৰণা মই বহুদিন পোৱা নাই। মই আকৌ এবাৰ পিন্ধি চাব খোজোঁ যন্ত্ৰণাৰ সেই নীলবৰণীয়া পোছাক।

মোৰ কি হ'ল? মই দেখোন গোটেই মানুহটো এটা শিলামূৰ্তিত পৰিণত হ'লোঁ, আৰু পুখুৰীৰ পাৰৰ আঁহত গছজোপাৰ তলতে থিয় হৈ ৰ'লোঁ। আচহুৱা জীৱ এটাক চোৱাদি মানুহবোৰে মোলৈ চাবলৈ ধৰিছে। এসময়ত ইয়াতেই এখন বিশাল হাবি আছিল। ৰহস্যঘন হাবিখনৰ মাজত এটা টিলাৰ ওপৰত, সৰু নিজৰা এটাৰ পাৰত আছিল এটা প্ৰাচীন মন্দিৰ, আৰু মই জীৱনৰ এটা পৰম সত্য সেই হাবিখনৰ মাজৰ প্ৰাচীন মন্দিৰটোৰ মাজত আৱিষ্কাৰ কৰিছিলোঁ। জন্ম আৰু মৃত্যুৰ বাহিৰেও জীৱনত আৰু সত্য আছে। সেই সত্য হাবি এখনৰ দৰেই ৰহস্যঘন। সেই সত্য আৱিষ্কাৰ কৰাতো এটা উন্মাদনা আছে, আৰু সেই সত্য আৱিষ্কাৰ কৰিবলৈকো এখন হাবিৰ অতি প্ৰযোজন।

।। ৬।।

আযোজন ভালেই হৈছিল। বহুদিন নিজৰ ঘৰখনৰপৰা পলাই ফুৰা ল'ৰাটো ঘৰলৈ উলটি আহিছে। ঘৰখনৰ সকলো বস্তু তাৰ কাৰণে আচহুৱা। মাথো চিনাকি এষাৰ মাত, এটা সুগন্ধ, এটা শব্দ, ল'ৰাটোৰ মাকৰ মাতষাৰ, মাকৰ বুকুৰ সুগন্ধ, মাকৰ কাপোৰৰ খচমচনি। অপৰিচযতে পৃথিৱীলৈ অহা প্ৰতি জীৱৰ বাবে পৰিচয়ৰ আৰম্ভণি তেওঁৰ মাক। মাকৰ মাতষাৰ, মাকৰ বুকুৰ সুগন্ধ, মাক জড়িত হৈ থকা প্ৰতিটো শব্দ। মাকৰ পৰিচয়েৰে প্ৰতি জীৱই জীৱনৰ আৰম্ভণি কৰে, আৰু নিজৰ পৰিচয়েৰে কৰে জীৱন শেষ। মই গাঁৱৰ পুখুৰীটোৰ পাৰত থিয় হৈ সেই কথা অনুভৱ কৰিলোঁ। শেষ হৈ আহিব ধৰিছে আইৰ পৰিচযেৰে পৰিচয় সম্বলিত মোৰ জীৱন। নিজৰ বিশেষ পৰিচযৰে মই মোৰ জীৱন শেষ কৰাৰ ক্ষণ সমাগত। মোৰনো নিজা পৰিচয় কি? মই এজন সুচিকিৎসক, সেইটো? নতুবা নগৰৰ সম্ভ্ৰান্ত আবাসিক এলেকাত মোৰ সকলো সুবিধা সম্বলিত এটা আটকধুনীয়া ঘৰ আছে, সেইটো? মোৰ সুনাম আছে। মোৰ পত্নী, পুত্ৰ আৰু বোৱাৰীৰো আছে নাম। মই এজন গণ্য মান্য ব্যক্তি। সেইটো? বৰ তুচ্ছ কথা — বৰ তুচ্ছ কথা।

কিছুদিন হ'ল, মই এটা অসুখত ভুগি আছোঁ। মোৰ অতীতলৈ মনত পৰি থকা

হৈছে। কোনো চিকিৎসাই এই অসুখটো নিৰাময় কৰিব নোৱাৰিব। ই এটা দুৰাৰোগ্য অসুখ। খাওঁতে, শোওঁতে, উঠোঁতে, বহোঁতে মই অতীতলৈ ঢাপলি মেলোঁ। ইতিমধ্যে কেইবাবাৰো মই পোছাক সলাইছোঁ আৰু বৰ্তমান মই বোকাপানীৰ দৰে ঘোলা বৰণীয়া পোছাক এযোৰ পিন্ধিবলৈ লৈছোঁ। বিজয়া আহি মোৰ ওচৰ চাপেহি —

'কি হৈছে তোমাৰ?'

'মোৰ এটা অসুখ হৈছে বিজয়া' — মই কওঁ।

'ক'তা, মই দেখোন তোমাৰ একো অসুখেই নাপাওঁ। অইন ডাক্তৰেও চাইছে। কোনেও পোৱা নাই।'

মই একো নকওঁ। ক'ম কি? স্মৃতিচাৰণ কৰাৰ অসুখ নিৰাময়ৰ কি বিধান ব্যৱস্থা আছে? বিজয়াই একো বুজি পোৱা নাই। কেনেকৈনো পাব? মোৰ এটা অসুখ হৈছে। মই পৰিচয়হীনতাত ভুগিছোঁ। পৰিচয়হীনতাই মোৰ অসুখ। আজিকালি মই কেৱল বিছনাত পৰি থাকোঁ। উঠা বহা কৰিবৰ শক্তিও নোহোৱা হৈছে। বিজয়াৰ চিন্তাক্লিষ্ট মুখ। ডাক্তৰ আহে। বিজয়া নিজেও ডাক্তৰ। মোৰ কি হৈছে তেওঁ সকলো জানে। কিন্তু ৰোগীৰ অসহায় আত্মীয়ৰ দৰে তেওঁ মোক চাবলৈ অহা ডাক্তৰক প্ৰশ্ন কৰে — 'কি হ'ব? কিবা আশা আছেনে?'

ডাক্তৰে চাগে মূৰ জোকাৰে — 'বয়সোতো হ'ল।' বোধহয় বিজয়াৰ চকু চলচলীয়া হয়। তেওঁক চাগে বৰ নিঃসম্বল আৰু অসহায় যেন দেখা যায়।

মোৰ পোছাক পৰিবৰ্তনৰ দিন আহি আছে। এসময়ৰ সুচিকিৎসক। মই নিজেও শৰীৰ সম্পৰ্কীয় বহুত কথাই জানো। মোৰ সেই জ্ঞানেৰে মই গম পাইছোঁ — আহি আছে। আহি আছে। কিন্তু মোৰ যে এই অসুখটো, এই অসুখটো? ইয়াৰ কি হ'ব? কোনো পৰিচয় নোহোৱাকৈয়ে মই পৃথিৱীৰপৰা গুচি যামগৈনে? আচৰিত কথা।

দিন কমি অহাৰ লগে লগে মই মোৰ পৰিচয় বিচাৰি উদগ্ৰীৱ হ'বলৈ ধৰিলোঁ। পৃথিৱীলৈ আহোতে একমাত্ৰ আইৰ পৰিচয়েৰে পৰিচিত হোৱা মানুহটোৰ জীৱন অপৰিচয়ৰে সমাপ্ত হ'বনে? মোৰ চটফটনি বাঢ়িবলৈ ধৰিলে। কোনটো পৰিচয় লৈ মই উলটি যাম সেই ঠাইলৈ য'ৰপৰা মই আহিছিলোঁ? মোৰ উৎসভূমিলৈ? মানুহৰ উৎসভূমিলৈ?

অপৰিচয়ৰে মই যাবলৈ ওলাইছোঁ। বিজয়াক মই মাজে মাজে সোধোঁ — 'মই কোন বিজয়া? বিজয়াই মোৰ চকুলৈ চায়। বৰ কৰুণ হৈ থাকে তেওঁৰ চকু কেইটা। শৰীৰতন্ত্ৰৰ সকলো কথা বিশদভাৱে জনাৰ পাছতো শৰীৰটোৰ ক'তনো

আৱেগৰ স্থান তেওঁ বোধহয় সেইকথা নিৰ্ণয় কৰিব পৰা নাই। চাদৰৰ আঁচলেৰে মুখত সোপা দি তেওঁ কোঠাটোৰপৰা ওলাই যায়। বোধহয় মোৰ আইৰ পৰিচয়েৰে পৰিচিত হোৱাৰ দিন শেষ হোৱাৰ পিছত তেৰোঁ নাজানে মোৰ পৰিচয় কি।

মই বিছনাত পৰি থাকোঁ, আৰু খিৰিকিৰে আকাশলৈ চাই থাকোঁ। এসময়ৰ নামী চিকিৎসক মই। মই লোকৰ শৰীৰৰ বিষয়ে জনা মানুহ। নিজৰ শৰীৰ সম্পৰ্কে নাজানিমনে? ঔষধ খাবলৈ বাদ দিছোঁ। মোৰ চিকিৎসাৰ প্ৰয়োজন নাই বুলি মই সকলোকে বুজায়ো দিছোঁ। এতিয়া জীৱনৰ সমাপ্তিৰ পথত মোৰ পৰিচয়ৰহে প্ৰয়োজন। চিলমিলকৈ টোপনি আহি নাথাকিলে মই খিৰিকিৰে আকাশখনলৈ চাই থাকোঁ। অনন্ত বিশাল আকাশ। আকাশে ভয়হীন কৰি তোলে মানুহক। মৃত্যুহীনো কৰে। মই আকাশখনক সোধোঁ — 'মোৰ পৰিচয় কি আপুনি জানেনে?'

নাজানে। কোনেও নাজানে। সমাপ্তিৰ পথৰ নিজৰ পৰিচয় সংগ্ৰহ কৰা যে নিজৰেই কাম। বৰ কষ্টকৰ কাম। মই পুনৰ স্মৃতিচাৰণ কৰিবৰ বাবে মোৰ অতীত ভ্ৰমণ কৰিবলৈ লওঁ।

মোৰ অতীত? মোৰ অতীত? ধূসৰ কিছু স্মৃতি। মোৰ ল'ৰা দুটাৰ শৈশৱ, বিজয়া, টিকনিত টিকনি জবা ফুল আৰু তুলসী পাত মাৰি থোৱা সংস্কৃতৰ বৰপূজাৰী ছাৰ, অংক শিকোৱা বাঘৰাই আহমেদ ছাৰ, বিদেশ ভূমিত মোৰ প্ৰথম পদাৰ্পণ — বৰ ধূসৰ হৈ গৈছে সোঁৱৰণি। এইবোৰৰ কোনো এটাই মোৰ পৰিচয়জ্ঞাপক সোঁৱৰণি হ'ব নোৱাৰে। তেন্তে কি? কি? এনেদৰে মই কাহিল হৈ পৰাৰ পৰতে হঠাতে মই মোৰ পৰিচয় পাওঁ। বিজয়াক মই কওঁ — 'বিজয়া, মোৰ পৃথিৱীৰ কাৰো প্ৰতিয়েই কোনো অভিযোগ নাই। মোৰ পৰিচয় মই পাইছোঁ। তুমি দুখ নকৰিবা। মই দ্বিধাহীনভাৱে সকলোৰেপৰা বিদায় লৈছোঁ।' বিজয়াই তেওঁৰ সেমেকা চকুহালেৰে মোলৈ বৰ কৰুণভাৱে চাই থাকে। বোধহয় সুধিব খোজে — 'তোমাৰ পৰিচয় কি? ক'ত তোমাৰ জন্ম, ক'ত ঘৰ, কোন তোমাৰ প্ৰিয়জন?' নোসোধে। বিজয়াই পুনৰ মুখত চাদৰৰ আঁচলৰ সোপা লয়, আৰু বাহিৰলৈ ওলাই যায়।

ভগ্নপ্ৰায় মন্দিৰৰ শিৱলিংগৰ ওপৰত এপাহ পদুম ফুল। ঈষৎ ৰঙা বৰণীয়া। শিৱলিংগটো মেৰিয়াই আছে পকা ক'লাজামুৰ দৰে ৰঙৰ পিচ্ছল সাপটোৱে। মোৰ ভয় লাগিছে নে, মই ভয়হীন হৈ পৰিছোঁ? মোৰ কি হৈছে? মন্দিৰলৈ সোমোৱাৰ আৰু ওলোৱাৰ বাট একেটাই। মোৰ সন্মুখত এগৰাকী নাৰী। কিলাকুটিত ভাঁজ এটা কৰি মূৰৰ ওপৰত তেওঁ যুক্ত কৰি থৈছে দুহাত। বুকুৰপৰা কঁকাললৈকে যেন ওভোতাই থোৱা লোটা এটা। কঁকালৰপৰা তলছোৱাত মাটিৰ গোন্ধ সনা এখন

নদী। নদীৰ পাৰত ৰহস্যঘন নিশাৰ অৰণ্য। তেওঁৰ দুটা ভৰিৰ মাজেৰে পদুম ফুলৰ দৰে ঈষৎ ৰঙচুৰা আৰু কোমল মন্দিৰলৈ সোমাই যোৱা বাট। মানুহৰ উৎসভূমি।

সকলো মানুহৰেই একেটাই পৰিচয়। জীৱনৰ আৰম্ভণিত মাতৃৰ পৰিচয়, আৰু জীৱনৰ শেষত মানুহৰ উৎসভূমিৰ পৰিচয়। আৰু একো নাই — আৰু একো নাই। মাথো ইয়াৰ মাজৰছোৱা চিৰদিন অপৰিচয়ৰ।

০০০

## প্ৰস্তাৱনা

এসময়ত এখন দেশত এখন অগাইধনি হাবি আছিল।

বুঢ়াজনৰ দাড়ি-চুলি সম্পূৰ্ণই বগা। গাৰ ছাল সোতোৰা সোতোৰ। এটাও দাঁত নাই। দাঁত নাই বাবে কথাবোৰ লাগি লাগি ধৰে। মুখৰ ভিতৰৰপৰা শব্দবোৰ বাহিৰ হৈ আহিব নোখোজে। তেওঁনো কি সাধু কথা ক'ব? তেওঁ যে নিজেই এটা প্ৰাচীন সাধুকথা। কোনখন দেশ, কোনখন হাবিৰ কথা ক'ব? পৃথিবীখন দেশ মহাদেশত ভাগ নহওঁতেই তেওঁৰ জন্ম, আৰু হাবি? পৃথিবীখন তেতিয়া আছিল এখন অৰণ্য। অৰণ্যত নদ-নদী, পৰ্বত-পাহাৰ আছিল। সাগৰ-মহাসাগৰ আছিল। কূল-উপকূল, জলাশয, শস্যভূমি আছিল। পৃথিবীত ফুল-ফল, জীৱ-জন্তু আৰু চৰাই-চিৰিকটি আছিল। সোণালী শস্যভূমি স্পৰ্শ কৰি বতাহ এজাক গুচি গৈছিল। জিঁযা পোৱালিবোৰে ববচা বনৰ আগ শুৱনি কৰিছিল। প্ৰাকৃতিক নিয়ম মানি মানুহৰ জন্ম আৰু মৃত্যু হৈছিল। পৃথিৱী ভৰি আছিল প্ৰেমেৰে। সেই প্ৰাচীন কালৰে কথা। সাধুকথা কোৱা বুঢ়াজন এতিযা আকাশৰ সমান ওখ আৰু সাগৰৰ সমান গভীৰ। গ্ৰহ আৰু নক্ষত্ৰৰ সমান প্ৰাচীন। সেই সময়ত মানুহবোৰ ইফালৰপৰা সিফাললৈ ঘূৰি ফুৰিছিল। এনেযেও মানুহ যাযাবৰী জাতিযেই। তেতিয়াও মানুহ যাযাবৰী হৈযেই আছিল। সাধুকথাৰ দেশখনৰ সেই প্ৰাচীন বুঢ়াজনে মাজে মাজে সাধুকথা কয। মানুহে তেওঁৰ কথাবোৰ শুনে আৰু মূৰ দুপিযায। কেতিয়াবা সোধে — 'ক'ত আছিল সেই হাবিখন? নে নাছিলেই।'

'আছিল আছিল।' — বুঢ়াজনে কয। 'হাবিখনৰ সকলো কথা মই জানো। তেতিযা পৃথিবীত কোনো দেশ-মহাদেশ নাছিল। মানচিত্ৰৰ জন্মই হোৱা নাছিল। মাথো নদী আছিল আৰু হাবি আছিল। প্ৰত্যেকজন মানুহৰেই নিজাকৈ এখন নদী আছিল।'

'তাৰ পিছত?'

'কোনো মানুহেই নিজা নদীখন এৰি নিদিছিল। নদীখন এৰাৰ কথা ভাবিবই নোৱাৰিছিল মানুহে। নদী এৰা মানেই অন্তহীন দুখ নিজা কৰি লোৱা। নদী এৰা মানেই প্ৰেম আৰু আৱেগক চিৰদিনৰ কাৰণে বিসৰ্জন দিয়া। মানুহবোৰে সেই কথাটো বুজি পাইছিল, আৰু সেযে নিজৰ নদীখনক নিজৰ বুকুৰ ভূমি উৰ্বৰা কৰি বৈ যাবলৈ অনুমতি দিছিল।'

'তাৰ পিছত কি হ'ল?'

'নদী বৈ থাকিল।'

'আৰু মানুহবোৰৰ কি হ'ল?'

'এইখিনি প্ৰস্তাৱনাহে। আচল সাধুকথা ক'বলৈ আছেই। এসময়ত প্ৰত্যেক মানুহৰে নিজাকৈ এখন অৰণ্য আৰু এখন নদী আছিল....

॥ ১॥

মাটি তিনি বিঘাতকৈ অলপ অধিক হ'লেও কম নহ'ব। প্ৰায় চাৰে তিনি বিঘা। চাৰে তিনি বিঘা মাটিৰ মাজত ডাঙৰ ঘৰটো। প্ৰকাণ্ড ঘৰ। বহুত দিনৰ আগেযেই সজা। প্ৰকাণ্ড প্ৰকাণ্ড পকাৰ খুটা। আহল বহল বাৰাণ্ডা, কেইবাটাও ডাঙৰ ডাঙৰ কোঠা, বহল পাকঘৰ আৰু খোৱা কোঠা। ওখ ভেটি, দুৱাৰ-খিৰিকিত নীলা ৰঙৰ আইনা। দীঘল আৰু বহল পদুলি। ঘৰটো সজাইছিল চাজেদ আলিৰ দেউতাক ৰহমৎ আলিযে। মানুহজন আছিল পুলিচত চাকৰি কৰা মানুহ। বাঘৰ দৰে ক্ষমতা আৰু মেজাজ। উলামুলা মানুহে চকুলৈ চাই কথা ক'বলৈ ভয় কৰে। মাতটোও বৰ গলগলীযা। পাকঘৰত কথা ক'লে পদুলিমূৰলৈকে শুনে। পুলিচত চাকৰি কৰা কালতে চহৰত ঘৰ মাটি, দুগৰাকী বিবি। হাচিনা বানু আৰু সৰুমাই বেগম। হাচিনা বানুৰ চাৰিজনী ছোৱালী। সৰুমাই বেগমৰ পাঁচজনী ছোৱালী আৰু এটা ল'ৰা। ল'ৰাটোৱেই পেটমোচা। চাজেদ আলি।

দুগৰাকী পত্নী, ল'ৰা-ছোৱালী, আত্মীয়-কুটুম্ব, বনকৰা, লাচনি-পাচনি কৰা মানুহ, হালোৱা-হজুৱাৰে একালত বেছ বাদসাহী চাল-চলনেৰে দিন কটাই গ'ল পুলিচৰ দাৰোগা ৰহমৎ আলিয়ে। তেতিযা ব্ৰিটিছৰ দিন। পুলিচ বুলিলে বুলিবৰ নাই। নাম শুনিলেই বাঘে ছাগে একেটা ঘাটতে পানী খাবলৈ লয়। হাতত ক্ষমতা থাকিলে টকা-পইচাই লগ নেৰে। ইফালে সিফালে গাঁৱে ভূঞে এনেযে ওলাই গ'লেও বাটত লগ পোৱা মানুহে চালাম থোকে। কচুটো, কোমোৰাটো, লাওটো, জিকাটো, হাঁহটো, কুকুৰাটো, দৈৰ ঘটটো, এৰাঁ গাখীৰৰ চুঙাটো — এইবোৰৰ যে কথাই নাই। মোনা ভৰি আহে। কিবা কামত কোনোবা ঘৰলৈ আহিলেও নিসিয়া মুগাৰ মেখেলাখন, এৰীয়া চাদৰখন, মুগাৰ চেলেং এখন, নতুবা ৰঙা, হালধীযা, সেউজীয়া ৰঙৰ সূতাৰে কেচ বছা পাটৰ ৰিহা এখন, জহা চাউল এদোণ, গৰু ঘিঁউ আধেৰ হাতত ননাকৈ নাহে। ৰহমৎ আলিৰ তেতিয়া জয়জয় ময়ময় অৱস্থা।

সখিযেক সৰুবাপ ফুকনৰ লগত আজৰি সময় পালেই হাঁহ নাইবা পহু চিকাৰ কৰিবলৈ যায়। সখীয়নীৰ হাতৰ চেনি আৰু ঘন গাখীৰত তেজপাত ইলাচী দি কাঢ়াকৈ কৰা চাহ, খোলাচাপৰীয়া পিঠা আৰু নাৰিকলৰ লাড়ুৰ সোৱাদ লৈ সৰুবাপ ফুকনৰ লগত ডবা খেলে। কেতিয়াবা থিয়েটাৰ ভাওনা চাইগে। ঘৰত দুগৰাকী বিবিয়ে তেজপাত, লং, ইলাচী, দালচেনি, জাঁইফল দি গৰু ঘিঁউ জহা চাউলেৰে পোলাও বিৰিয়ানি ৰান্ধে। ৰৌ-মাছ, নাৰিকল, কাজুবাদাম, দৈৰে কালিয়া কোৰ্মা তৈয়াৰ কৰে। এযা হ'ল দৈনন্দিন ভোজন। ঈদে পৰবে কথাই নাই। বৰ ভোজনবিলাসী মানুহ ৰহমৎ আলি। অকল ভোজনতেই নহয়, তেওঁ সকলোতে বিলাসী। পোছাক পাতিৰ ক্ষেত্ৰতো বৰ পৰিপাটি মানুহ। চকুত চুৰ্মা, কাণৰ ফুটাত বিলাসী আতৰত তিওৱা কপাহ, দাঢ়িত মেহেন্দিৰ ৰং। ঘৰত থাকিলে তেওঁ দিনে পাঁচবক্ত নামাজ পঢ়ে। তেওঁ ঘৰত নাথাকিলে দুই বিবি আৰু ল'ৰা-ছোৱালীৰ মাজত লগা কাজিয়াত ঘৰৰ মূধচ উৰি যাওঁ উৰি যাওঁ হৈ পৰে। ঘৰত থাকিলে চুপ চাপ। কতো একো ৰাই ৰুই সাৰি শব্দ নাই। চোতাল সৰা বাঢ়নী টাঁৰ আৰু মজিযা সৰা শোটাটো একেলগে থোৱা বাবে কাৰ ঘৰৰপৰা লক্ষ্মী ওলাই পলাই ফাট মাৰিলে সেই কথাৰ আলোচনাত পাছফালৰ বাৰাণ্ডাত দুই বিবি মছগুল হৈ পৰে। ছোৱালী কেইজনীৰ পৰ্দ্দা হোৱাৰেপৰা আগফাললৈ ওলোৱা নিষেধ। পৰ্দ্দা নোহোৱা সৰু ছোৱালী কেইজনীয়ে আগফালৰ বাৰাণ্ডাত বহি ওচৰৰ সমনীয়া ছোৱালীৰ সৈতে চেংগুটি খেলি থাকে। ডাঙৰ কেইজনীয়ে মাকহঁতৰ ওচৰে পাজৰে থাকি ঘৰুৱা বনবাৰী শিকে। একমাত্ৰ ভায়েক চাজেদক ধনটো, সোণটো, পোনাটো বুলি মাতি নামগুণ গাই কোলাই বোকোচাই লৈ, ধুৱাই পখলাই ডাঙৰ-দীঘল কৰে। বছৰেকত দুই বিবিয়ে দুবাৰ মাকৰ ঘৰলৈ যোৱাৰ অনুমতি পায়। ঘৰৰ পদুলি মুখত সেইদিনা ৰাতিপুৱাতে ঘোঁৰা গাড়ী আহি থিয় হয়হি। যি গৰাকী মাকৰ ঘৰলৈ যাব তেওঁ নিজৰ ভাগৰ ল'ৰা-ছোৱালী, আৰু ৰহমৎ আলিয়ে কিনা কুটা কৰি দিয়া কাপোৰ কানি, মিঠাই, মাছ আৰু অন্যান্য টোপোলা টাপলি মাকলৈ বান্ধি ঘোঁৰা গাড়ীত উঠেগৈ। বাৰাণ্ডাৰ আৰামী চকীখনত বহি ৰহমৎ আলিয়ে হুকা খাই খাই আয়োজনবোৰ চাই থাকে। ধুনীয়াকৈ ৰিহা, মেখেলা, চাদৰ আৰু আ-অলংকাৰ পিন্ধি, হাতত ফুলতোলা ৰুমাল আৰু ভৰিত ছেণ্ডেল পিন্ধি লৈ তাৰো ওপৰত বোৰ্খাটো পিন্ধি মাকৰ ঘৰলৈ যাবলৈ ওলোৱা মহিলা গৰাকী ঘোঁৰা গাড়ীত বহেগৈ। ওলাই যাওঁতে তেওঁ বহি থকা ৰহমৎ আলিৰ ভৰিটো চুই হাতটো মূৰত লগায়। লাচনি পাচনি কৰা মানুহজনীয়ে আগতেই ল'ৰা-ছোৱালী কেইটা লৈ ওলাই যায়। তায়ো লগতে যাব,

নহ'লে ল'ৰা-ছোৱালী আৰু মাকৰ অসুবিধা হ'ব পাৰে। লগত যায় হাতত মজবুত টোকোন এডাল লৈ এটা গা-ৰখীয়া। গা-ৰখীয়াটো অৱশ্যে অন্য এটা ঘোঁৰাত উঠি ঘোঁৰা গাড়ীখনৰ লগে লগে যায়। ল'ৰা-ছোৱালী, লাচনি-পাচনি কৰা মানুহ, মাকৰ ঘৰলৈ নিয়া বয়বস্তুৰ টোপোলাৰে ঘোঁৰা গাড়ী ভাগো ভাগো হয়। কামলৈ যাবলৈ নাথাকিলে সেইদিনা তেওঁ সৰুবাপ ফুকনৰ ঘৰলৈ বুলি ওলাই যায়। অৱশ্যে কাম থাকিলে কথা নাই। উকঙা ঘৰখনত সোমাই থাকিবলৈ তেওঁ ভাল নাপায়। মাকৰ ঘৰলৈ যোৱা গৰাকীয়ে মোনা ভৰাই বয়বস্তু লৈ আনন্দ মনেৰে মাকৰ ঘৰলৈ যায়, মন উকঙা লাগে ৰহমৎ আলিৰ। মাকৰ ঘৰলৈ কোনে কি বস্তু হোৱাহোৰে লৈ যায সেই খবৰ ৰহমৎ আলিয়ে নাৰাখে। ৰাখিবনো লাগে কিয়? উলিযাই দিয়া জীয়াৰীযে মাকলৈ বস্তু গোটাবই। এইটো এটা নিয়মমাফিক কথা। চলি আহিছে, অনাদি অনন্ত কাললৈকে চলি থাকিব। কোনো বাপ কা বেটাই এতিযালৈকে মাকৰ পেটত থিত লোৱা নাই যি এই কথাটো বন্ধ কৰিব পাৰিব। ৰহমৎ আলিযেও নোৱাৰে। পুলিচৰ দাৰোগা হ'লে কি হ'ল?

হ'লেও ঘৰে বাহিৰে সকলোতে তেওঁৰ পুলিচী মেজাজৰ হেৰফেৰ নহয়। কেৱল হেৰফেৰ হয় প্ৰাণৰ সখি সৰুবাপ ফুকনৰ ওচৰত। সৰুবাপ ফুকনৰ ওচৰত তেওঁ পুলিচ হৈ নাথাকে, হৈ থাকে শৈশৱ, কৈশোৰ আৰু যৌৱনৰ সেই নিৰ্ভেজাল বন্ধু। ঘৰত থকা সময়কণত তেওঁ যেতিয়া আগফালে বা পাছফালে বাৰাণ্ডাৰ আৰামী চকীত বহি হুক্কা হুপি থাকে; চক বজাৰৰ দোকানীয়ে তেওঁৰ বাবেই বিশেষভাৱে অনাই দিয়া খামিৰা দিয়া মিঠা কলিকতীযা ধঁপাতৰ গোন্ধে চৌদিশ আমোলমোলাই থাকে, পাকঘৰত দুইজনী বিবিযে লোভ সম্বৰণ কৰিব নোৱাৰি মনে মনে তেওঁৰ পৰা লুকুৱাই ধঁপাত খাই থাকে, সেই সময়ত বাৰীৰ বাৰমহীয়া কঁঠালগছ জোপাত পৰি পকা কঁঠাল খাবলৈ অহা কাউৰী কেইটাইয়ো ৰমলিয়াবলৈ ভয কৰে। দুইগৰাকী বিবিয়ে নাকৰ পোনলৈকে ওৰণি টানি, মাজে মাজে ধঁপাতৰ সোৱাদ লৈ নাকে মুখে ধোঁৱা উলিয়াই ৰন্ধাবঢ়াত ব্যস্ত হয। ল'ৰা-ছোৱালীযে ভৰিৰ শব্দ নোহোৱাকৈ ইফাল সিফাল কৰে।

এনেকৈয়ে দিনবোৰ পাৰ হয়। অৱসৰ পোৱাৰ আগে আগে ৰহমৎ আলিয়ে পদুমী বেগমক নিকাহ কৰায়। পদুমীৰ বয়স তেতিযা বিশ বছৰ। তেওঁৰ নিজৰ ছোৱালীতকৈ সৰু। দুখীয়া ঘৰৰ ৰূপৱতী ছোৱালী। মৰি যাম মৰি যাম যেন লগা শৰীৰ, দীঘল লহপহীয়া চুলি, আৰু মন কিবা কৰি দিব পৰা এটা হাঁহিৰ গৰাকী, আৰু কি লাগিছে? পদুমী আহি ৰহমতৰ ঘৰ শুৱনি কৰিলেহি। ঘৰ জেউতিৰ দৰে

ঘৰখন পোহৰ হৈ উঠিল। ইতিমধ্যে কেউজনী ছোৱালীকে উলিয়াই দিয়াত ঘৰখনো উদং হৈ আছিল। উদং ঘৰ পৰিপূৰ্ণ কৰিবলৈকে পদুমী আনয়ন। অন্ততঃ মানুহৰ আগত আৰু নিজকো ৰহমৎ আলিয়ে তেনেকৈয়ে কথাটো ক'বলৈ ভাল পালে।

বিশ বছৰীয়া পদুমী। গোটেই শৰীৰটোৱেই হাঁহি থাকে। আৰু তাইৰ বাবে নিশাটোৰে বিছনাখনত বাগৰি বাগৰি কান্দি থাকে। সেই সময়ত ৰহমৎ আলিৰ গাটো মাজে মাজে অবশ অবশ লগা হৈছে। আগৰ দৰে খোৱা-বোৱাতো ৰুচি নোহোৱা হৈছে। বিশেষকৈ প্ৰাণৰ সুহৃদ সৰুবাপ ফুকনৰ আকস্মিক মৃত্যুৰ পিছত তেওঁক আজিকালি মৃত্যুভয়েও কোঙা কৰিবলৈ লৈছে মাজে মাজে। চকুত চুৰ্মা, কাণৰ ফুটাত আতৰত তিওৱা কপাহ, দাড়িৰ মেহেন্দিৰ ৰং আদিত ক্ৰমহ্ৰাসমান গতি। ইফালে পদুমীয়ে খোজ কাটিলেই চলচলকৈ বোৱতী নদী এখন বৈ যায়। তাই মাজে মাজে চাজেদ আলিৰ ফালে চাই সৰুকৈ হাঁহি এটা মাৰে। হাঁহিটোৰ বৰণ চম্পাফুলৰ দৰে। হ'বই। কাৰণ পদুমীৰ ওঠ দুটাও চম্পাফুলৰ পাহিৰ দৰে। নে, চম্পা ফুলেই।

ইফালে চাজেদ আলি জন্মৰেপৰাই একেটা মানুহ। খাই বৈ ডাঙৰ-দীঘল হ'ল, কিন্তু চিন্তা কৰিব পৰা ক্ষমতা বৰ নাবাঢ়িল। কোনোবাই হাঁহিলে যদি হাঁহিলে তালৈ চাই, সেইটোনো মহাভাৰত অশুদ্ধ হোৱা কথানে? একো দোষণীয় কথা নহয়। হাচিনা বানু আৰু সৰুমাই বেগমে কথাটো তেনেকৈ মানি ল'বলৈ টান পালে। এই কথাই কথা নহয়। বিশ বছৰীয়া ছোৱালী এজনীয়ে বাইশ বছৰীযা ডেকা ল'ৰা এটাৰ চকুলৈ চাই হাঁহি থাকিব — এটা হাঁহিয়ে বহুত ঘমঘণ্ট লগাই দিব পাৰে। ডেকা ল'ৰা এটাৰ বুকু তোলপাৰ কৰি দিব পাৰে। সতীয়া মাক হ'ল কি হ'ল? ভয় খালে। এনেয়েও তিৰোতা মানুহৰ কথা দীঘলীয়া। চিন্তা ভাবনাও দীঘলীয়া। এটাত তিনিটা কথা কয়, এটাত তিনিটা কথা ভাবে। চাজেদ আলিৰ নিকাই পাতি দিবলৈ ৰহমতক অনুৰোধ কৰে। যথা সময়ত দুহাজাৰ টকাৰ মহৰাণাৰ বিনিময়ত বিলকিচ বেগমৰ সৈতে চাজেদ আলিৰ নিকাহ যথেষ্ট ধুমধামেৰে সৈতে সম্পন্ন কৰা হয়।

একমাত্ৰ কাম বাকী আছিল চাজেদ আলিৰ নিকাহ। মেট্ৰিক পাছ কৰিব নোৱৰা ল'ৰাটোৰ বাপেকৰ সম্পত্তিও অজস্ৰ। সেই বাবেই ছোৱালী দিবলৈ মানুহৰ হেতা ওপৰা। ৰহমৎ আলিয়ে পুতেকৰ বিয়াখন পাতি দি নিশ্চিন্ত হৈ পৰিল আৰু হজ কৰিবলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে। পিছে তেওঁৰ সেই ইচ্ছাহে পূৰণ নহ'লগে। হজলৈ যাবৰ বাবে যা-যোগাৰ কৰি থাকোতেই এদিন অকস্মাতে তেওঁৰ ইন্তেকাল প্ৰাপ্ত হ'ল। ৰহমৎ আলিৰ মৃত্যুৰ পিছত কেয়ামতৰ দিনত তেওঁ সৰ্বশক্তিমান

আল্লাক কি কৈফিয়ৎ দিলে সেই কথা আমাক নালাগে। দৰাচলতে, এতিযাহে সেই পৰিয়ালটো লৈ আকাশৰ সমান প্ৰাচীন বুঢ়া মানুহজনে — সেইযে বুঢ়াজন, যাৰ দাড়ি, চুলি আৰু চেলাউৰি শাওণ মাহৰ আকাশখনত ঢপলিয়াই থকা মেঘমালাৰ দৰে শুকুলা — সেইজন বুঢ়াই ক'ব খোজা আচল সাধুকথাটোৰ আৰম্ভণি হ'ল।

পৰিয়ালৰ মূল মানহুজন যদি সম্পদশালী হয, আৰু তেওঁ চকু মুদাৰ পিছত শতকৰা নিৰান্নবৈটা পৰিয়ালত যিটো হয, এইটো পৰিযালতো সেই একেটা কথাই হোৱা দেখা গ'ল। সা-সম্পত্তি লৈ কাজিযা এখন লাগিল। বাকচৰ ভিতৰত থকা পুৰণি সম্পত্তিবোৰৰ অধিকাংশই ভাগ বাটোৱাৰা নোহোৱাকৈয়ে হুৰলুকি হ'ল। পৰিযালটো আছিল ৰজাদিনীযা খানদানী পৰিযাল। ৰজাদিনীযা সম্পত্তিও অলেখ। ৰহমৎ আলিৰ বেনামত থকা বহুখিনি মাটি-বাৰীও কোনোবা কোনোবা নিমখহাৰাম বেইমানে নিজৰ নিজৰ নামলৈ তুলিলে। তেওঁৰ তৃতীয গৰাকী পত্নী পদুমী বেগম ইতিমধ্যে পুত্ৰ সন্তানৰ জননী হৈছিল, আৰু এতিযা গাঁৱৰ মাটি-বাৰীৰ আধা ভাগ আৰু চহৰৰো বিশাল বাৰীখনৰ আধা অংশ নিজৰ পুত্ৰৰ নামত লৈ তেওঁ মাকৰ ঘৰলৈ গুচি গ'ল। ঠিক তাৰ কিছুদিনৰ পিছতেই চাজেদ আলিৰ মাক সৰুমাই বেগমৰো মৃত্যু হ'ল। পত্নী বিলকিচ বেগম, বৰমাক হাচিনা বানুৰ সৈতে চাজেদ আলি নিঠৰুৱা হৈ পৰিল। জীযাই থকা কালতেই ৰহমৎ আলিযে নিজৰ বাৰীৰ ভিতৰুৱা এবিঘা মাটি নামঘৰ এটা সাজিবৰ বাবে দান কৰিছিল। বাকী থকা মাটিখিনিৰ আধা পদুমী বেগমে শিশু পুত্ৰৰ নামলৈ লৈ লোৱাত বাৰীখনো সৰু হৈ পৰিল। ঠেক বাৰীখন, দীঘল আৰু বহল পদূলিটোৰ সৈতে আহল বহল ঘৰটো, গাঁৱৰ কেইবিঘমান খেতিৰ মাটি, উদং হাত, উদং বৰপেৰা, সন্তান সম্ভৱা পত্নী আৰু ডাঙৰ গৰাকী মাকৰে সৈতে এতিয়া চাজেদ আলি অকলশৰীয়া পহু।

অৱশ্যে নাই বুলি ক'লেও হাতীৰ শুডত ন কলহ পানী থাকে। ভালদৰে চম্ভাল কৰিব আৰু পৰিচালনা কৰি খাবৰ হ'লে ইমানখিনি সম্পত্তিয়েই বহুত। চাজেদ আলিৰ আকৌ সেই গুণ নাছিল। পৃথিৱীত পৰাৰ দিনৰেপৰাই মাক, বৰমাক আৰু কেইবাজনী বাযেকৰ হাতে হাতে ডাঙৰ হোৱা ল'ৰা। মূৰত ল'লে ওকণিযে খায, মাটিত থ'লে পৰুৱাই খায। একেবাৰে আতোলতোল, পোৱা মাছৰ পিটিকা, পাভমাছৰ জোল। তাতে বংশটোৰ একমাত্ৰ বংশৰক্ষক। সেযেহে চাজেদ আলিৰ চৰিত্ৰত অদ্ভুত ধৰণৰ দোষ গুণ কিছুমানৰ সমাহাৰ দেখিবলৈ পোৱা গৈছিল। তেওঁৰ কোনোটো কথাই দূৰদৰ্শী কথা বুলি স্বীকৃত হোৱা নাছিল, চিন্তা কৰিছিল কম। সিদ্ধান্ত লৈছিল অতি কম সময়ৰ ভিতৰত। আৰু তাতোকৈও ডাঙৰ কথা

তেওঁৰ কোনো এটা চিন্তা বা সিদ্ধান্তই ফলপ্ৰসূ হোৱা নাছিল। সৰুৰেপৰাই তেওঁৰ সকলোবোৰ সমস্যা সমাধান কৰি দিবলৈ ঘৰখনৰ প্ৰত্যেকজন মানুহেই উদগ্ৰীৱ হৈ দৌৰি আহিছিল। বহুত দিনলৈকে তেওঁৰ সেই সজেই বৈ গ'ল। কোনো এটা সমস্যাই নিজে সমাধান কৰিব নোৱাৰিলে। কিবা সমস্যাৰ উদ্ভৱ হ'লেই তেওঁ ডাঙৰ গৰাকী মাক হাচিনা বানু, বা পত্নী বিলকিচ বেগমৰ ওচৰ চাপে। সেযাতো বহুত দিনৰ আগৰ কথা। এতিয়া হাচিনা বানু নাই। চাজেদ আলি আৰু বিলকিচ বেগম দুযোৰে বৃদ্ধাৱস্থা। কোনে কাক ভৰসা কৰিব, কোনেনো কাক সহায় কৰিব? এতিয়া দুযো দুযোৰে মুখলৈ চাই বহি থাকে। এসময়ৰ ৰূপহী বিলকিচ বেগমৰ মুখত আগৰ সেই তেজে ফুটি যাওঁ ফাটি যাওঁ কৰা জেউতি নাই। বয়স, গাত লাগি থকা অসুখ বিসুখ, আৰু দৰিদ্ৰতাই জুৰুলা কৰা মানুহজনীৰ চকুহালত অৱসন্নতা এটা লাগি থাকে। কথাও আজিকালি আগতকৈ কম কয, আৰু হাঁহিটোও অনুজ্জ্বল। জীৱনে বিলকিচ বেগমক নাকনি কাননি কৰি শিকাইছে।

সেই যে ৰহমৎ আলিযে কবৰত স্থান ল'লে, আৰু লগে লগেই ঘৰখনলৈ এটা পৰিৱৰ্তন আহিল, কালক্ৰমত সেই পৰিৱৰ্তনেই ঘৰখনৰ বাবে আমুল পৰিৱৰ্তন ৰূপে চিহ্নিত হৈ পৰিল। জীযাই থকা কালত ৰহমৎ আলিৰ কঁকালত একোচা চাবি অনবৰতেই বান্ধি থোৱা আছিল। সেই কোচা চাবি আনকি তেওঁ বেগমহঁতকো চুবলৈ নিদিছিল। মৃত্যুৰ পিছত গা ধুৱাবলৈ লওঁতে দেখা গ'ল চাবিকোচা নাই। কোনে হাত কৰিলে তাৰো একো প্ৰমাণ নাই। মানুহে পদুমী বেগমক সন্দেহ কৰিলে। তৰুণী ভাৰ্যা বুলি তাইহে শেষ সময়ত বুঢ়াৰ লাগী কুঁৱৰী হৈছিল। বাকী দুজনীতো এলাগীযেই। পিছে পদুমী বেগমক সেই সময়ত সেইষাৰ কথা সুধিব কি? সুধিব কোনে? শিশু পুত্ৰকো বুকুৰ গাখীৰ দিবলৈ এৰি কান্দোনত গছৰ পাত সৰুৱাইছে। বুকুত ভুকুৱাই ঘনে ঘনে মূৰ্ছিত হৈ মাটিত পৰিছে। সেইজনী মানুহক চাবি একোচাৰ কথা সুধিবলৈ মানুহ ইমান কাঠচিতীয়া শিলবুকুৱা হোৱা নাই নহয়। পিছে পৰে কথাটো উলিযাম বুলি ভাবি থাকোতেই তাই এদিন বাকচ পত্ৰ যোঁৰাগাড়ীত বোজাই কৰি চহৰৰ ঘৰ মাটি আৰু লগতে খেতি মাটিৰো আধা অংশ লৈ মোমায়েকৰ লগত মাকৰ ঘৰলৈ গুচি গ'ল। কাকো একো ফুটকে নিদিলে। ৰহমৎ আলিযে প্ৰাণসম বুলি জ্ঞান কৰা আৰু নিজৰ জীউ ভোমোৰাটো ভৰাই থোৱা সাতামপুৰুষীয়া চন্দুক আৰু পেৰাকেইটা তাইহে উদং কৰিলে বুলি ৰাইজে যেতিয়া কোৱা কুই কৰিলে তেতিয়া তাই মাকৰ ঘৰত। সেই পেৰা আৰু চন্দুক কেইটাত বোলে ৰজাদিনীয়া মোহৰ, কোম্পানীৰ কাগজ, আ-অলংকাৰ, সোণৰ চপৰা আৰু নম্বৰী

নোটৰ লগতে ৰজাদিনীয়া সাঁচিপতীয়া বুৰঞ্জী পুথি এখনো আছিল হেনো।

পিছে এটা কথা ঠিক পদুমী বেগমে ঘৰৰ লক্ষ্মী লগত লৈ গুচি গ'ল। গাঁৱৰ মানুহে কোৱা কুই কৰিলে সেই সাঁচিপতীয়া বুৰঞ্জী পুথিখনতেই ঘৰৰ লখিমী সোমাই আছিল। কালিকা লগা পুথি। ভাও ভাৱস্তিৰে মেলিব লাগে। মূৰত লগাই ওখ আসনত থ'ব লাগে। ৰহমৎ আলিৰ পূৰ্বপুৰুষজন মোগলৰ লগত ইয়ালৈ অহা। ইয়াতে থাকি গ'ল। তেওঁৰ স্বভাৱ চৰিত্ৰ, আচাৰ আচৰণৰ উমান পাই ৰজাই খিতাপ দি খাত পাম দিলে। পুথিখনো কোনোবা এজন হিন্দু লোকে তেওঁক দিয়া পুথি। বৃহস্পতিবাৰে গধূলি বেলিকা হেনো পুথিখনৰপৰা জেউতি এটা ওলায়। মাটিৰ মজিয়া মচি কাচি শুদ্ধ কৰি ৰঙা বগা ফুলেৰে আসন পাতি সেইনিশা পুথিখন আসনৰ ওপৰত থ'ব লাগে। আসনৰ আগত এঘটি পানীত আমডালি। পিছদিনা ৰাতিপুৱাহে গা পা ধুই শুদ্ধ হৈ পুথিখন মূৰত লগাই চন্দুকত ভৰাই থ'ব লাগে। ৰহমৎ আলিৰ পিতৃৰ জীৱিতাৱস্থাত সেই নিয়ম মানি চলা হৈছিল। কিন্তু পুলিচৰ চাকৰিত সোমোৱাৰপৰাই তেওঁৰ সময়ৰ নাটনি হোৱাত বৃহস্পতিবাৰে পুথিখন ভৰাই থোৱা চন্দুকত হাতটো লগাই হাতটোকে মূৰত লগাই নিয়ম ৰক্ষা মাত্ৰ কৰে। এতিয়া পুথিখন নাই, ঘৰৰ অচলা লক্ষ্মীও চঞ্চলা হৈ ওলাই গ'ল। চাৰিজনী ছোৱালী, তিনিটা ল'ৰা আৰু পত্নীক পোহপাল দিবলগীয়া হোৱাত চাজেদ আলিৰ মূৰত আকাশী স্বৰগ ভাগি পৰিল। ইফালে ডাঙৰ গৰাকী মাকৰ ইটো সিটো অসুখ নুগুচেই। পইচাৰ জোৰো মাৰিবলৈ তেওঁ গাঁৱত থকা খেতিৰ মাটি অলপ অলপকৈ বিক্ৰী কৰাত লাগিল। দীঘল আৰু বহল পদূলিৰে সৈতে ঘৰটো, দুজোপা মান আম কঠালেৰে সৈতে অকণমান বাৰীখন — এই দুটাহে অৱশেষত তেওঁৰ হাতত থাকিলগৈ। যি হ'ল — হ'ল। তাকে ভাবি গুণি আঁঠুত মূৰ গুজি দুখ কৰি থকা মানুহ চাজেদ আলি নহয, আল্লা মেহেৰবান। আৰু এই সকলো সেই মেহেৰবান আল্লাৰে ইচ্ছা বুলি তেওঁ পতিযন যাবও পাৰে। আল্লাৰ ইচ্ছাতে তেওঁৰ চাৰিজনী ছোৱালীৰ দুজনী পলাই গ'ল। পলাই গ'ল ভালেই হ'ল। দুয়োজনীৰ এতিয়া ল'ৰাই-ছোৱালীয়ে, ধনে ধানে জযজয় মযময অৱস্থা। চাইচিতি বিযা দিযা দুজনীতকৈ নিজে যোৱা দুজনী আছেও সুখত। কেতিয়াবা ঈদে বিহুৱে জীয়েকহঁত ঘৰলৈ বুলি আহিলে কথাটো গম পোৱা যায। জীয়েকহঁতৰ সুখে চাজেদ আলিকো সুখী কৰে।

পিছে ল'ৰা তিনিটাহে বৰ গুণ বখানিব লগা ল'ৰা নহ'ল। দুজনী জীযেকৰ পিছৰ বুবুল। পঢ়া-শুনাত ভাল আছিল। হাইস্কুল এখনৰ মাষ্টৰ। হিন্দু ছোৱালী এজনী বিয়া কৰাই সি ঘৰেই এৰিলে। এতিয়া চাকৰি কৰা ঠাইতে ঘৰ-দুৱাৰ সাজি

থিতাপি লৈ সি গজগজীয়া হ'ল। ল'ৰা-ছোৱালী দুটা বুলি চাজেদ আলিয়ে শুনিছে। দেখা নাই। ল'ৰা-বোৱাৰীৰ লগতে নাতি-নাতিনীও পৰ হ'ল বুলি ভাবিলে চাজেদ আলিৰ বুকুখন ভাগে। মনটো মৰি আছে। উশাহটো বন্ধ হৈ পৰে। আল্লাৰে ইচ্ছা বুলি এই কথাটোত তেওঁৰ মনটো পতিয়ন নাযায। বুবুলতকৈ বাকী দুজনী ছোৱালী সৰু। কবুল আৰু মকবুল এই দুজনীতকৈও সৰু।

বয়সৰ ভৰত আক্ৰান্ত হৈছে চাজেদ আলিৰ শৰীৰ। দাঁত লৰিছে। এটা দুটাকৈ সৰিবলৈকো লৈছে। বিলকিচ বেগমৰ অৱস্থাও তথৈবচ। কাক কোনে চায়? এই সময়ত হাতত দুপইচাৰ প্ৰয়োজন। ইফালে উপাৰ্জন নাই বুলিলেই হয়। বাৰীৰ আম, কঠাল আৰু তামোল কেইটা বেপাৰীযে ঘৰৰপৰাই লৈ যায। বুবুলক এৰি দিয়াৰ দৰেই হৈছে। কবুলে সৰু দোকান এখন দিযে। মকবুলে আধাতে পঢ়া-শুনা এৰি চিনেমা থিযেটাৰ চাই সময কটায। কবুলৰ দোকানখনৰ উপাৰ্জনো সীমিত। তাতে দুটা ল'ৰা-ছোৱালীৰে সৈতে তাৰো খাবৰীযা চাৰিটা। তাৰ কিবা এটা দিবলৈ মন থাকিলেও ঘৈণীযেকৰ হাতটো টান। দিব নোৱাৰে। ঘৰটোৰ আধা অংশ লৈ কবুল বেলেগে থাকে। তাৰ ওলোৱা সোমোৱা বাটো বেলেগ। কেতিযাবা মাক পুতেকৰ দেখা-দেখিযেই নহয। দুপৰীযাটো শেষ হ'ল কি নহ'ল আগফালৰ বাৰাণ্ডাত চাজেদ আলি বহি থাকে। বহে দেউতাকৰ দিনৰ পুৰণি আৰামী চকীখনত। বিলকিচ বেগম বহে ওচৰতে সৰু মুঢ়া এটাত। পিতলৰ টেমা এটাত থাকে তামোল পাণৰ যোগাৰ। ৰূপৰ মুঠি খুওৱা ডাব কটাৰী এখনেৰে বিলকিচ বেগমে চকল চকলকৈ তামোল পতহিযাই থাকে। নিৰ্দিষ্ট সময়ৰ মূৰে মূৰে সৰু বটা এটাত পতহিওৱা তামোল, কুটা পাণ, যনী গুটি, আৰু চফগুটি শুকানে ভাজি লৈ ধপাতৰ পাত গুড়ি কৰি ঘৰতে তৈযাৰ কৰা মচলা অকণমান, চূণৰ সৰু টেমী এটাৰে সৈতে পাণ এখিলাৰ ওপৰত তুলি বটাটো স্বামীৰ ফালে আগবঢ়াই দিযে, আৰু নিজেও তামোল এখন মুখলৈ ভৰায়, লগতে পিক পেলাই পেলাই ডাঙৰ ঘূৰণীযা পকা খুটাটোৰ কাষৰ দুবৰিবন কেইডাল আৰু ৰঙা কৰে। এইখিনি সমযত বিলকিচ বেগমে সদায় এষাৰ কথা কয — 'ভাগ্যে ঘৰতে পাণ তামোল আছে বুলিহে। তাৰ ওপৰতো শনাহীৰ চকু।' ইয়াত শনাহী মানে কবুলক বুজোৱা হৈছে। সি তাৰ দোকানত বিকিবৰ বাবে ঘৰৰ পাণ তামোল কেইটা লাগে বুলি মাকৰ লগত কাজিয়া কৰে।

দীঘল আৰু বহল পদূলিটো পাৰ হৈযেই চৰকাৰী পকা আলি। চৰকাৰী আলিত ৰিক্সা, চাইকেল, বাছ মটৰ নুগুচেই। চাজেদ আলিৰ চকু চৰকাৰী আলিৰ ওপৰেৰে চলাচল কৰা যান-বাহনত। কি দিন আছিল, কি দিন হ'ল। কেৱল

আলিবাটটোলৈ চকু দিয়েই দিন পৰিবৰ্তনৰ এই ক্ষিপ্ৰ গতিৰ উমান পাব পাৰি। চাজেদ আলিয়ে কিবা এটা চিন্তা কৰে। চকুৰ আগতে হোৱা দিন পৰিবৰ্তনৰ চিন্তা নে জীৱন-ধাৰণৰ উপায় সম্পৰ্কে চিন্তা গম ধৰিব পৰা নাযায়। কাৰণ, পত্নীৰ সেই কথাবাৰৰ উত্তৰ তেওঁ কেতিয়াও নিদিয়ে। কিন্তু সিদিনা হঠাতে তেওঁ পত্নীৰ মুখলৈ চালে। এসময়ৰ উজ্জ্বল মুখখন এতিয়া অতি দুখলগাকৈ অনুজ্জ্বল। চৰমভাৱে বুদ্ধিহীন মুখ। মাথো পাণ তামোলৰ চিন্তা। যেন আল্লাৰ এই দুনীয়াত পাণ তামোলৰ বাদে একো কথাই নাই। বিলকিচ বেগমৰ মূৰত এটা কথা সোমাইছে যে বোৱাৰীয়েক আমিনাই ৰাতি নৌপুৱাওঁতেই শোৱাৰপৰা উঠি পকা তামোল আৰু পাণ সংগ্ৰহ কৰি তাইৰ ভিতৰ কোঠাত ভৰাই থয়। তাইৰ কোঠালৈ গ'লেই কথাটো হাতে লোটে ধৰি প্ৰমাণ কৰিব পৰা যাব। কিন্তু তাকেনো ধৰিবলৈ বেলেগতীয়া পুতেক বোৱাৰীয়েকৰ কোঠালৈ যাব কোন? বিলকিচ বেগমে সেই কাম মৰি গ'লেও কৰিব নোৱাৰে। মান সন্মানৰ কথা আছে। তদুপৰি তেওঁ হাজৰিকা বংশৰ ছোৱালী। ৰজা ঘৰে দিয়া খিতাপ। খিতাপী বংশৰ মান মৰ্য্যাদা বুলিও কথা এযাৰ আছে। বোৱাৰীয়েক আমিনাৰ মাকৰ ঘৰৰ দৰে পাবত গজা বংশ নহয়।

চাজেদ আলিয়ে ক'লে — 'বেগম, মই এটা কথা ভাবিছোঁ।' বিলকিচ বেগমে স্বামীৰ মুখৰফালে বহুপৰ চাই ৰ'ল।

## ।। ২।।

'তাৰ পিছত কি হ'ল?'

'একো নহ'ল। দিন ৰাতি চলি থাকিল। ঋতুৰ সাল সলনি হ'ল। মানুহে নিজা নদীখনৰ পাৰত বৈ নদীখনৰ লগত দুখৰ সুখৰ কথা পাতিবলৈ লাগিল। সুখৰ কথাৰ পিছত দুখৰ কথা।'

'দুখৰ কথা কি, সুখৰ কথা কি?'

'দুখৰ কথা বাৰপাচি। সুখৰ কথা অকণমান। বাৰু শুনাহক —

'বাৰিষা আহিলেই সৰু সৰু জান জুৰি উপচি পৰিব। পানীয়ে বাট দিব, আৰু পানীৰ বাটেৰে মই আইৰ ঘৰলৈ যাব পাৰিম।' গীতটোৰ ভাবাৰ্থ এনে। এতিয়া খৰালি কাল। নৈ নলা, খাল বিল শুকাই গৈছে। একোৱেই ভৰপূৰ হৈ থকা নাই। ইলিচ মাছবোৰ কণী পাৰিবৰ বাবে সাগৰৰপৰা উজাই আহি নদীৰ ঘাট পোৱাহি নাই। কঠাল গছত পকা কঠালৰ গোন্ধে আমোলমোলাই থকা নাই। তাল গছৰ তালবোৰো কেঁচা হৈয়েই আছে। কঠাল আৰু তাল পকিব, বহুত দূৰলৈকে

আমোলমোলাব। পকা কঁঠাল অথবা পকা তালৰ ৰস উলিয়াই মাকহঁতে ল'ৰা-ছোৱালীক গৰম ভাত সানি খুৱাব। ভাত নাখাওঁ বুলি ঠেহ ধৰা ল'ৰায়ো সেই ভাত এটেপা হ'লেও মুখলৈ নিব।

এতিয়া ল'ৰা-ছোৱালীবোৰ অনাই বনাই গছৰ তলে, বাঁহৰ তলে, নৈৰ ঘাটে, আলিবাটে ঘূৰি ফুৰিছে। কোনোবা কোনোবাই গৰু চৰাবলৈকো লৈছে। এই অঞ্চলৰ মানুহখিনিৰ গৰু ম'হ নাই বুলিলেই হয়। গৰু ম'হ সৰহীয়া কৈ আছে হিন্দুপাৰাৰ লাড়ুগোপাল চৌধুৰী ওৰফে লাড্ডু বাবুৰ আৰু মুছলমান পাৰৰ চৈফুদ্দিন ওৰফে দাটি বাবুৰ। এই অঞ্চলৰ ল'ৰাবোৰৰ কোনো কোনোৱে এই দুজনৰে গৰু ম'হ চৰায়। দুইজন মানুহেই এলেকাটোৰ মাতব্বৰ মানুহ। ধন-ধান, মাটি-সম্পত্তি, গৰু-ম'হ, নাও, জাল আদিত চহকী। মাটিত খেতি কৰে। মৰাপাট ৰপ্তানিৰ ব্যৱসায় কৰে, সুদ লৈ টকা ধাৰে দিয়ে, আৰু নাও আৰু জাল ভাড়াত দিয়ে। দুয়োজনে শুকান আৰু জীয়া মাছ দুইটাৰে কাৰবাৰ কৰে। ক'বলৈ গ'লে এই অঞ্চলটো হিন্দু আৰু মুছলমান, — উভয় ধৰ্মৰ সকলো দুখীয়া মানুহেই এই দুখন ঘৰৰ যিকোনো এখনৰ ওপৰত সকলো ধৰণৰে নিৰ্ভৰশীল। তেওঁলোকৰ মাটিত মাহেকীয়া বা দৈনিক বন্দবস্তিত মানুহখিনিয়ে কাম কৰে। তেওঁলোকৰে নাও জাল ভাড়ালৈ লৈ নদীত মাছ ধৰে, আৰু তেওঁলোককে সেই মাছ আধামূলীয়াকৈ বিক্ৰী কৰে। তিৰোতা মানুহখিনিয়ে এই দুঘৰতে খেতি পথাৰত কাম কৰে, গোৰাই থোৱা মৰাপাটৰ বাকলি গুচায়, আৰু ঘৰুৱা বনবাৰী, লাচনি পাচনি কৰে। মুঠতে আলৰ বুঢ়া-বুঢ়ী আৰু পেন্দুকণা কেইটা আৰু বিয়াদি উলিয়াই দিবলৈ বাকী থকা ছোৱালী দুজনীমানহে দিনত ঘৰত থাকে। ল'ৰাবোৰে হয় অনাই বনাই ঘূৰি ফুৰে, নহয় গৰু ম'হ চৰায়, নহয় বাপেকহঁতক কামত সহায় কৰিবলৈ বুলি ৰাতিপুৱাতে ওলাই যায়, আৰু গধূলি ঘৰ সোমাইহি। সিহঁতৰ কুমলীয়া গা তেতিয়া ধূলি ধূসৰিত। গাৰ ছাল ফাটে। খজুৱাওঁতে খজুৱাওঁতে তেজো ওলায়। ছোৱালীবোৰৰ যি কেইজনী ঘৰত থাকে সিহঁতে দিনৰ দিনটো ঘৰৰ কাম কৰে। দূৰৈৰপৰা পানী আনে। শাক পাত গোটাই ৰন্ধা বঢ়া কৰে। ঘৰৰ পেন্দুকণা কেইটাৰ যতন লয়। তিৰোতা মানুহবোৰ ঘৰত নাথাকেই। যি কেইজনী কেঁচুৱা পাবলগীয়া, সিহঁতো কেঁচুৱা পোৱাৰ আগদিনালৈকে কাম কৰিবলৈ যায়। কেঁচুৱা পোৱা কেইজনী, পেন্দুকণা কেইটা আৰু মৰিব-নজনা আলৰ বুঢ়া-বুঢ়ী দুটামানৰ বাদে ঘৰত কোনো নথকাত দুপৰীয়াটো নিজান হৈ পৰে। গছৰ তলত মাজে মাজে ছাগলীয়ে বেবায়, কাঠখোলা চৰাইটোৱে থুক থুককৈ গছৰ গা ঠোঁটেৰে ফুটাই পোক বিচাৰে, বাৰীৰ পাছফালে জোপোহাৰ ছাঁত সাপ এটাই

জিবাবলৈ লয়। বহু দূৰৈৰপৰা অহা গৰুৰ হেম্বেলনি শুনা যায়। ঘৰত থকা ছোৱালীহঁতে ঘৰৰ কাম কৰোঁতে সৰু ভায়েক, ভনীয়েক আৰু ঘৰত যদি পোৱাতী মাক থাকিল তেন্তে সিহঁতৰ আদৰ যতন লওঁতে, নৈৰ পৰা পানী আনোতে, শাকপাত বুটলি ৰন্ধাবঢ়া কৰোঁতে, মিঠাতেল সনা চিকচিকিয়া চুলি ফণিয়াওঁতে, হাতৰ খাৰুৰ জুনুক জানাক শব্দ হয়। সেই শব্দই নিজান দুপৰীয়াটোলৈ মাজে মাজে প্ৰাণ চঞ্চলতাৰ প্ৰবাহ এটাও লৈ আহে। দুপৰীয়া নদীখনৰ ওপৰেদি বৈ অহা জুৰ বতাহ ছাটিত শীতলতা এটাও থাকে, লগতে থাকে নদীৰ বুকুৰ সুগন্ধ। গা মন শাঁত পেলাই যায়। বতাহত উৰি আহে ইলিচ মাছ ভজাৰ গোন্ধ। ইলিচ মাছ ভজাৰ এই গোন্ধটোৰো যে কি নিয়ম। বহুত কথা মনত পেলাই দিয়ে। দুখৰ দিনৰ কথাবোৰ ঢাক খুৱাই থৈ মনৰ মাজলৈ সুখৰ দিনৰ কথা কিছুমান লৈ আহে। বহুদিন ঘৰলৈ যাব পৰা নাই। গাভৰু বোৱাৰী এজনীৰ মাকৰ ঘৰলৈ মনত পৰে। বহুত দূৰৈত এৰি থৈ অহা এটি ধূসৰ স্মৃতি। ইলিচ মাছ ভজাৰ গোন্ধেৰে ভৰপূৰ পদ্মানদীৰ পাৰৰ এখন গাঁও। বাৰিষা পকা কঠাল নতুবা মলমলাই থকা পকা তালৰ ৰসেৰে ৰাতিপুৱাই আগদিনাৰ বাহী ভাত সানি খোৱাৰ লোভনীয় আনন্দ। আঃ আঃ। যদি থাকিলহেঁতেন চৰাইৰ দৰে দুখন ডেউকা, বতাহত বগুৱা বাই উৰি গৈ আইৰ ঘৰৰ কেঁচা মজিযাত শুদা মাটিৰ ওপৰত বহি লৈ খাব পৰা হ'লে ইলিচ মাছ ভজা তেলেৰে সানি বৰষুণৰ দিনত এমুঠি ধোঁৱা ওলাই থকা তপত ভাত। লগত শুকানকৈ ভজা জলকীযা আৰু অকণমান নিমখ। কেতিযা আহিব সেই সুদিন? কেতিয়া? বাটপথ এতিযা শুকান। ধূলি উৰিছে। খোজেৰে যাবলৈ বহুদূৰ। বৰ কষ্টকৰ। বাটত মধুপুৰ অৰণ্যখন পৰে। সুদিনৰ অপেক্ষাত গাভৰু বোৱাৰী বৈ থাকে।

কেতিযা আহিব সুদিন? আহিব। বাৰিষা নৈ নলা, খাল, বিল উপচি পৰিলে। পাৰ ওপচা পানীত টুলবুল টুলবুল কৈ চলিব ছৈ দিয়া নৌকা। ছৈৰ তলত নাকৰ পোনলৈকে ওৰণি টানি পতিৰে সৈতে বহি যাব অল্পবয়সী, পতিগৰবিনী যুৱতী বোৱাৰী। নাৱৰীযাৰ ভাটিযালী গীত ইখন নৈৰপৰা সিখন নৈ, ইটো নলাৰপৰা সিটো নলালৈকে ভেদ কৰি যাব। কোনোৱা ঘাটৰপৰা কোনোবাই ৰিং মাৰি সুধিব —

'কাৰ নৌকা কেনি যায়?'

'নবাবগঞ্জৰ চিৰাজুল চাহেবৰ নৌকা।'

'কেনি যায?'

কেনি যাব? পদ্মা নদীৰ পাৰত আইৰ ঘৰলৈ। নৌকাৰ চলনতেই কিজানি সকলোৱে গম পাইছে, আৰু এইটোনো ক'ৰ মানুহ ওলাল তাক ইমান বিৱৰণ

লাগে? উলিয়াই দিয়া জীয়ৰী বহুত দিনৰ মূৰত মাকৰ ঘৰলৈ আহিছে। সৌৱা ছৈৰ তলত নাকৰ পোনলৈকে হালধীয়া শাড়ীৰ আঁচলেৰে ওৰণি লৈ সৌৱা জুবেদা বাণু। নাকৰ পাহিত নাকফুল জিলিকি আছে। নাকফুলটোৰ ওপৰত নদীৰ পানীৰ ঢৌত প্ৰতিবিম্বিত হোৱা ৰ'দ পৰিছে। মানুহজনী লাহে লাহে নাকফুল এটা হৈ পৰিছে। বচিৰ মিঞাৰ বিবি। নবাবগঞ্জৰ হাটৰপৰা মাকলৈ শাড়ী, বাপেকলৈ লুঙী, মিঠাই আৰু ঘৰতে তৈয়াৰ কৰা খেজুৰৰ গুড় লৈ আহিছে। ছৈৰ তলত বহি যোৱা জুবেদা বাণুৰ মুখত আকাশ আৰু নদীখনৰ ছাঁ এতিয়া পৰা নাই। কিন্তু তাইৰ শৰীৰ আৰু মন আকাশ আৰু নদীখনৰ দৰেই টগবগাই আছে। বচিৰ মিঞাই ৰঙা আৰু সেউজীয়া ঘৰ ঘৰ থকা লুঙী, নীলা কামিজ আৰু ভৰিত মোজা নিপিন্ধাকৈ জোতা এজোৰ পিন্ধিছে। কামিজৰ ওপৰ জেপত ফাউন্টেন পেন। শহুৰৰ ঘৰলৈ যোৱাৰ কথা। হাতত পইচা কড়ি দুটামান সৰহীয়াকৈ থকা ভাল। ভাল কাপোৰ কানি পিন্ধি যাবও লাগিব দেখনিয়াৰ হৈ। বচিৰ মিঞাই নবাবগঞ্জ হাটত ছাগলীৰ বেপাৰ কৰে। দুপইচা আয় কৰিছে। ছাগলীৰ বেপাৰ কৰা টকাৰে বিবিক নাকফুল গঢ়াই দিছে। তোমালোকে বিশ্বাস কৰিবও পাৰা নকৰিবও পাৰা, নাকফুলটো কিন্তু খাটি সোণৰ। হাতত সেয়া ৰূপৰ বালা। ডিঙিত ৰূপৰ চেইন। নাকফুলটোৰ মাজত থকা ৰঙা বাখৰত পানীত পৰা ৰ'দৰ ৰং প্ৰতিফলিত হৈছে। ৰূপৰ বালা কেইপাট নৌকাৰ টুলবুলনিৰ লগে লগে ঠেকা খাই ৰুণুক জুনুককৈ বাজিছে শুনা নাইনে? ৰুণুক জুনুককৈ বজা ৰূপৰ বালা কেইযোৰ জুবেদা বাণুৰ বৰ মৰমৰ। সদায় নিপিন্ধে। ঘৰত কামবন কৰোঁতে ধোঁৱা লাগি পানী লাগি, ধূলি মাকতি আৰু চৌকাৰ ছাঁই লাগি কেনেবাকৈ ক'লা পৰি যাব পাৰে। তেতিয়া আকৌ নৈৰ পাৰলৈ নি এপৰ বেলা বালি ঘঁহি ঘঁহি ধোৱা। ইমান সময় কাৰ আছে? তাতে বালি ঘঁহি ধুলেও ক'লা পৰা ৰং বগা হ'বগৈ হয়, ৰূপৰ তিৰবিৰণি নাথাকিবগৈ। তাতকৈ পুৰণি হোৱা কপাহী শাড়ীৰ ফটা টুকুৰা এটাৰে মেৰিয়াই ৰূপৰ বালা কেইপাট বাকচৰ চুকত পেলাই থৈ দিয়া ভাল। প্ৰয়োজন হ'লেই উলিয়াই পিন্ধিব পৰা যাব। প্ৰযোজননো হ'ব কেতিয়া? বাৰিষা কালত, আৰু কেতিয়া? নৈ নলা খাল বিল ওফন্দি পৰা কালত। মাকৰ ঘৰলৈ বুলি ওলাই গৈ এছোৱা বিস্নাত উঠি, নৈৰ ঘাটৰপৰা ছৈ দিয়া নৌকাত বহি যাওঁতে।

লাহে লাহে বতাহত শুকান ধূলি উৰা কমি আহিল। গছ বনলৈ আহিল চঞ্চলতা। নদীত যাত্ৰীবাহী ফেৰীবোৰে উজান ভাটি কৰি থাকিবলৈ লাগিল। সৰু সৰু নাওবোৰে নৈ, বিল, খাল, ডোং একো গণাগণ নকৰা হ'ল। ঘৰৰ মুখৰ ঘাটটোলৈকে যাব পাৰি। ভাড়া অলপ বেছি হ'লে কি হ'ল। ফেৰীৰ মেচিনৰ শব্দ

নাই। মনৰ সুখত এষাৰ কথা পাতিব পাৰি। বঠাৰ চপ চপ শব্দ আৰু নৈ বৈ যোৱাৰ শব্দৰ লগতে কেতিয়াবা নাৱৰীয়াৰ ভাটিয়ালী গীতৰ শব্দ মিহলি হৈ পৰে। কাণ পাতি শুনি থাকিব পাৰি। আৰু শুনিব পাৰি গংগাচিলনী আৰু পানী কাউৰী চৰাইৰ মাত। কেতিয়াবা নাওখন সৰু সুঁতি এটাৰে পাৰ হৈ যায়। সুঁতিটোৰ দুইফালৰপৰা হাওলি আছে ইকৰা আৰু বিৰিণা বন। সুঁতিৰ পাৰত বনৰীয়া নেমুটেঙা গছত নেমুটেঙাৰ ফুল ফুলে। বতাহত তাৰ সুগন্ধ। ৰ'দৰ তাপত শুকাবলৈ বুলি আলিৰ দাঁতিত মেলি দিয়া মৰাপাটৰ শুকুলা আঁহবোৰ বতাহত উৰে। বহু দূৰৈৰপৰাই দেখা পোৱা যায়। মৰাপাটৰ আঁহবোৰৰো যে কি মতলীয়া সুগন্ধ। সেয়ে মাকৰ ঘৰলৈ যাবলৈ ফেৰী জাহাজতকৈ জুবেদা বাণুৱে নৌকা ভাল পায়।

ভৰি পৰিবনে খাল ডোং? মাকৰ ঘৰলৈ যাবলৈ উদগ্ৰীৱ হৈ থকা জীয়াৰীবোৰে আকাশলৈ বাৰে বাৰে চায়। কৰবাত আকাশৰ চুকত ওলমি আছে নেকি জলদ মেঘৰ টুকুৰা। মেঘৰ টুকুৰা ওপঙি থকা দেখিলেই ভিতৰলৈ দৌৰ মাৰি আহি আইনাখনৰ আগত মুখখন চাবলৈ বহে। দেখিবলৈ কেনে হৈ আছোঁ মই? স্বামীৰ স্নেহ আৰু আদৰে মোক আগতকৈও ৰূপৱতী কৰি তুলিছেনে? আইৰ ঘৰৰ মানুহবোৰে আৰু সখীহঁতে মোক সুন্দৰী দেখিবনে? স্বামীযে মোক স্নেহ আৰু আদৰেৰে উটাই বুৰাই পেলাইছে বুলি গম পাই সখীহঁত ঈৰ্ষাত জ্বলিবনে? কেতিযাযে আহিব বৰষুণজাক। কেতিযা কণী পাৰিবলৈ বুলি নদীৰ মাজলৈ ওলাই আহিব জাক পাতি পাতি ইলিচ মাছবোৰ। বতাহতো থাকিব ইলিচ মাছৰ গোন্ধ।

প্ৰথম বাৰিষাতেই সেইবাৰ প্ৰথমটো বান আহিল। আনকালেও বান আহে। কিন্তু এইবাৰৰ দৰে প্ৰথমটো বাৰিষাতেই এনেদৰে বান নাহে। খাল বিলবোৰ ভৰি পৰাত প্ৰথমে মানুহবোৰ আনন্দিতেই হৈছিল। সৰু সৰু ছোৱালীবোৰে ৰঙালাওৰ ফুল আৰু পূৰঠ আগবোৰৰ সৈতে শুকান জলকীয়া দি ভাজি খাবলৈ বুলি ভৰি পৰা খাল ডোংবোৰত সৰু সৰু পুঠি মাছ আৰু মিছা মাছ ধৰিবলৈ লাগিল। ঘৰৰ বনবাৰী কৰি থাকোঁতে জীয়াৰী বোৱাৰীবোৰৰ মুখৰপৰা গুণ গুণকৈ গান ওলাবলৈ ধৰিলে। পিছে এইটো আকৌ কেনে কথা? প্ৰথম জাক বৰষুণত খাল ডোং ভৰিছিলহে। বানপানীয়েই আহিল দেখোন। বানপানী আহিল যে আহিলেই। আনকালে যিদৰে বানপানী বাঢ়ি আহে সেইদৰে কমিও আহে। এইবাৰ দেখোন কমাৰ নাম গোন্ধ নাই। পানী আহি পদূলি মুৰ পালেহি, বাৰীত সোমাল, চোতাল বুৰালেহি। ঘৰৰ ভেঁটি চুলে। আনকালেও এনেকুৱাই হয়। সেয়ে প্ৰথমতে কথাটো কোনেও মনেই নকৰিলে যদিও লাহে লাহে সকলোৰে চকুত পৰিল। বচিৰ মিঞাৰ মাকৰ মনটো

আজি কিছুদিনৰপৰা এনেয়েই খোলোচা হৈ থকা নাছিল। পুতেকে বোৱাৰীয়েকক নাকফুল গঢ়াই দিছে। তাকো সোণৰ। ৰঙা বাখৰ এটাও আছে। ৰূপৰ বালা আৰু চেইনো গঢ়াইছে। টোকোনাৰ ঘৰৰ জীয়াৰীৰ ভেম কি নাচাবা। মাটিত যেন ভৰি নপৰিবই। মাহেকে পখেকে হাটৰপৰা ভমকাফুলীয়া শাড়ী, কাণফুলি, কাগজৰ টোপোলাত মেৰিয়াই অনা নিমকি, কচুৰী, গজা, মিঠাই তাইলৈ আহিয়েই থাকে। তাই শোৱনি কোঠাৰ ক'ৰবাত সেইবোৰ লুকুৱাই থয় আৰু মনে মনে খায়। একেটা পো, একেজনী বোৱাৰী। বুঢ়ী শাহুৱেৰক এচিকুট দে। নাই নিদিয়ে। ইটো কোঠাত বুঢ়ী থাকে, সিটো কোঠাত তাই মুখত কিবা ভৰাই গিৰিয়েকৰ লগত কথা পাতে। কিবা ৰসাল কথা ওলাই হ'বলা। নব পৰিনিতা বধূ, ৰসাল কথা ওলাবই। তাই খুক খুককৈ হাঁহে। ইটো কোঠাৰপৰা বুঢ়ীয়ে গম পাই থাকে। হাঁহিৰ ভমকত মুখৰপৰা ছিটিকি ওলাই উফৰি পৰে টোকোনাৰ জীয়েকে মুখত ভৰাই লোৱা কচুৰী, নিমকি, গজাৰ টুকুৰা। এইটো কোঠাৰপৰা বুঢ়ীয়ে শাও দিয়ে — 'মৰ, মৰ, মৰ। হাইজা লাগি মৰ। মেলেৰীয়া লাগি মৰ। মুখত ঘাঁ হৈ ডিঙিত সোপা লাগি মৰ। মুখেৰে মাত মাতিব নোৱৰা হৈ মৰ। তোৰ গাত পোক লাগক।' সিটো কোঠাৰ পৰা হাঁহি খিকিন্দালিৰ শব্দ ক্ৰমাৎ বাঢ়ি আহে। বুঢ়ীয়ে এইটো কোঠাৰ পৰাই চিঞৰে — 'মাজনিশালৈকে এনেকৈ হাঁহি খিকিন্দালি কৰি তলৰ মাটি ওপৰ কৰি থাকিলে মইনো শোওঁ কেনেকৈ? টোপনি নাহিলে কাইলৈ মোৰ মূৰটো ভমভম কৰিব। মই উঠিবই নোৱাৰিম। তহঁতেনো সেই কথা ভাবিব নালাগেনে? অ' বোপাই —।' মুখত ভৰাই লোৱা কচুৰী নে গজাৰ সোপাটো ডিঙিলৈ ঠেলি বোৱাৰীয়েকে সিটো কোঠাৰপৰা মাত লগাই — 'অ' এতিয়াহে মৰিলোঁ। ফুট গধূলিতে মানুহক এনে মৰ টোপনিয়ে ধৰে জানো আই? পো বোৱাৰীয়ে মনৰ কথা এবাৰ পাতিছে, আপুনিনো বেৰত কাণ পাতিব লাগে জানো?' বুঢ়ীয়ে সেই ফালেই তাপ মাৰে। টোকোনাৰ জীয়েকে দুপইছা হাতেৰে চুবলৈ পাইছে। তাই মাটিত খোজ কাঢ়িবনে? বা বলাই আকাশত উৰিহে ফুৰিব। ডাল দৰিদ্ৰ লাও টোকাৰীৰ জীয়েকে পুতেকৰো চকু অন্ধ কৰি পেলালে। আৰু এনেখন মুখ। মুখ নহয় জানিবা চোৰাতৰ হে পাত। কিবা ডাকিনী মাযা জানে হ'বলা। কামৰূপ কামাখ্যাৰ মায়াবিনীৰ দৰে ল'ৰাটোকো ভেড়া কৰি পেলালে। আছিল ছাগলী বেপাৰী, হ'লগৈ ভেড়া। এতিয়া হাটলৈ নি কোনদিনা তাই ল'ৰাটো ভেড়া বুলি বিক্ৰী কৰি দিয়েগৈ তাৰহে চিন্তা। ভেড়া নহয়নো কি? নহ'লেনো 'আই' বুলি অজ্ঞান হোৱা ল'ৰাটোৱে বিয়া কৰাই লৈয়েই মাকক এনেদৰে অৱহেলা কৰিব লাগেনে? আজিকালি সি কথাই কথাই মাকক কয় — 'আই, তাই

যি কয় তই তাকে শুনিবি। মুখেৰে নামাতিবি।' এটা নোপোৱাকৈয়েই ইমান। এটা পাই ল'লে যে তাই ওভটগোৰে মূৰৰ ওপৰত নাচিব। ৰাজৰাণী হৈ হুকুমহে দিব। ছাগলী বিচাৰি বিচাৰি সি গৈ ভাল ছাগলী এজনীকে চপাই আনিলে। বুঢ়ীয়ে বোবাৰীয়েকৰ কথাৰ উত্তৰ দিবলৈ ভয় কৰে। সেয়ে মনে মনে শাও দিয়ে — 'তই তিনিদিনৰ ভিতৰত মুখৰ মাত বন্ধ হৈ মৰ।'

এই সময়ত বুঢ়ীজনী নিজৰ কোঠাত। নিজৰ কোঠা, লোকৰ কোঠানো কি? আলহী অতিথি আহিলে সেইটো কোঠাতেই বহে আৰু ৰাতিবঞ্চা আলহী আহি অকস্মাতে ওলালে তাতেই নিশাটো বঞ্চে। বেপাৰৰ কাৰণে বচিৰ মিঞাই গাঁৱে ভূঞে গৈ গোটাই অনা ছাগলীজাককো সেইটো কোঠাতেই কঁঠাল পাত আৰু ঘোঁৱা নিমৰ পাত এসোপা মুখৰ আগত দি বান্ধি থোৱা হয়। দিনৰ দিনটো ছাগলীবোৰে গছৰ পাত চোবাই থাকে আৰু সময়ে অসময়ে বেবায। বৰষুণৰ দিন হ'লে যে কথাই নাই, ছাগলীৰ বেবনিত কাণ তাল মাৰে। চাংখনৰ ওপৰত তেল চিকটি লগা ফটা কঠা এখন গাত মেৰিয়াই লৈ বচিৰ মিঞাৰ মাক পৰি থাকে। বৰষুণৰ দিন। ঘৰত কাম বন নাই আৰু যিকেইটা কাম থাকে বোবাৰীযেকেই কৰে। তাইৰ মুখেই নহয়, হাতো চোকা। ওচৰৰ ঘৰৰ কোনোবা কেতিযাবা আহে, কথা বতৰা পতা হয। বোবাৰীয়েকৰ লগত বৰ কথা বতৰা নহযেই। কাম থাকিলে তাই ৰ'দে বৰষুণে কাম কৰে, কাম শেষ হ'লে গুণ গুণকৈ মাকৰ ঘৰলৈ যোৱাৰ গীত গাই থাকে। নতুবা বচিৰ মিঞাই হাটৰপৰা আনি দিযা কাপোৰত ৰঙীন সূতাৰে পদ্মলতা ফুল তোলে। কাপোৰখনৰ কাষত কৰে পৰ্বত চিলাই। কেতিয়াবা মাছ আৰু চৰাইৰ নক্সাও তোলে। বুঢ়ীৰ ওচৰলৈ ওচৰৰ ঘৰৰ জোৎস্না নামৰ ছোৱালীজনী আহে। জোৎস্নাৰ বাপেকে লাড্ডু বাবুৰ নৌকা চলায়। ৰাতিপুৱাতে ওলাই যায়, গধূলি আহি ঘৰ সোমাইহি। লাড্ডু বাবুক দিনৰ হিচাপ দিনে দিব লাগে। হেৰফেৰ হ'লেই মেনেজাৰে খেং খেংকৈ ধৰে। কেতিয়াবা সুবিধা বুজি হিচাপ হেৰফেৰ কৰি মানুহটোৱে জোৎস্নালৈ চাবি আলি চুকৰ দোকানৰপৰা ফুলৰি লৈ আহে। জোৎস্নাৰ মাকে খেতি থকা মানুহৰ ঘৰে ঘৰে ধান বনা, ধান মৰা কাম কৰে। মাজে মাজে খুজি অনা ধানেৰে মুৰি ভাজে। একেজনী ছোৱালী জোৎস্না। বাপেক মাকৰ আলাসৰ লাড়ু, চকুৰ মণি। তাই বচিৰৰ মাকৰ ওচৰলৈ সাধুকথা শুনিবলৈ আহে। বচিৰৰ মাকেও তাইৰ পূৰ্ণিমাৰ জোনাকৰ দৰে মায়া ভৰা মুখখন দেখিলে মুগ্ধ হয়।

'আইতা, বৰষুণৰ বতৰ। মোৰ সাধুকথা এটা শুনিবৰ মন গৈছে।'

বচিৰ মিঞাৰ মাকৰ সোলা মুখখন এমুখ হাঁহিৰে পৰিপূৰ্ণ হৈ পৰে। বোকাপানীৰ

ৰং লোৱা ঘোলা চকুহাল জিলিকি পৰে। 'সাধুকথা শুনিবিনে? আই ঐ মোৰ চিকুণী জনী। সাধুকথাৰে মোৰ বুকুখন খুন্দ খাই ভৰি আছে। কাক কওঁ কাক কওঁ লাগি থাকে। কোনটো সাধু শুনিবি? সাত ভাই চম্পাৰ সাধু নে বুঢ়া-বুঢ়ী আৰু জলদেৱতা? মৎস্যকন্যাৰ সাধু এটাও আছে। ৰাজকুঁৱৰী আৰু সদাগৰৰ সাধুটো শুনিবিনে? নে আৰবদেশৰ আলিবাবা আৰু দুকুৰি ডকাইতৰ সাধুটো ক'ম?'

সাধুকথা চলি থাকে। বাহিৰত ৰিমঝিমকৈ বৰষুণ পৰি থাকে। আকাশৰপৰা টোপালবোৰ গছৰ পাতলৈ পৰে, গছৰ পাতৰপৰা পৰে মাটিলৈ। টুপ টুপ শব্দ এটা হয়। শব্দটোৱে চেঁচা বতাহজাকৰ সতে ধেমালি খেলি থাকে। বৰষুণৰ শব্দৰ সতে বতাহৰ শব্দ মিহলি হয়। মিহলি হয় সাগৰৰ পৰ্বত প্ৰমাণ ঢৌ ফালি ফালি আগবঢ়া সদাগৰৰ মকৰমুখী নৌকাৰ বঠাৰ শব্দ। সাতটা ককাযেকৰ মৰমৰ ভনীয়েক চম্পাই গছৰ আঁহৰ সূতাৰে ককাযেকহঁতলৈ নীৰৱে চোলা গোঠাৰ শব্দ। বুঢীযে তেলচিকটি লগা ফটাকঠাখনেৰে গাটো মেৰিযাই লয। পুৰণি হৈ যোৱা শাডীৰ ভিন্নৰঙী পাৰিৰ সূতাবোৰ উলিযাই লৈ বহুত দিনৰ আগতে বৰ হেঁপাহেৰে সূতাৰ ৰং মিলাই নিজহাতে তৈযাৰ কৰি লোৱা কঠাখন। পাৰিত ৰং বিৰঙৰ সূতাৰে পৰ্বত চিলাই কৰি তোলা পৰ্বতৰ নক্সা। মাজত সাগৰৰ পানীত টুলবুল কৰি গৈ থকা নৌকাৰ নক্সা। নৌকাৰ ওপৰত ডাৱৰ বনাই ফুৰা আকাশখন আৰু গংগাচিলনীৰ জাক। সাগৰৰ ঢৌত লুটি বাগৰ খোৱা মাছ। তেতিযা বচিৰৰ দেউতাক জীযাই আছিল। তাৰ পিছৰ বছৰহে পদ্মানদীত মাছ মাৰিবলৈ গৈ হঠাতে অহা ধুমুহাত পৰি নৌকা ডুবি মৰিল। বচিৰ তেতিয়া সৰু ল'ৰা। মানুহটোৱে কৈছিল — 'থৈ দিলে কামত আহিব। নাতি পুতিয়ে গাত ল'ব পাৰিব।' থৈয়েই দিয়া হৈছিল বহুত দিনলৈ। মাজে মাজে ৰ'দত দি থকা হয়। টিনৰ বাকচটো পুৰণি হৈছিল। প্ৰাচীন গোন্ধ এটা লৈ অন্য কাপোৰ কেইখন মানৰ লগত কঠাখন টিনৰ বাকচটোতে বহুত দিন সোমাই আছিল। লাহে লাহে কঠাখনৰ সেই প্ৰাচীন গোন্ধটোৱেই যেন বচিৰৰ মাকৰ জীৱনৰো গোন্ধ এনে হৈ পৰিছিল। পিছে কি হ'ব? এবাৰ ধুমুহাত ঘৰটো ভাগিল। পুৰণি হোৱা টিনৰ বাকচটো বৰষুণৰ পানীৰে তিতি চপচপীয়া হ'ল। টিনৰ বাকচৰ কাপোৰ কানিও চপচপীয়া। লগতে বচিৰৰ মাকৰ হেঁপাহৰ কঠাখনো। কঠাখন কেইবাদিনো টান ৰ'দত দি শুকুৱাই লোৱা গ'ল। কিন্তু শুকুৱাই লোৱাৰ পিছত দেখা গ'ল কঠাখনৰ গোন্ধটো উৰি গৈছে। পুৰণি গোন্ধটোৰ ঠাইত তিতা চুলি বহুপৰ ধৰি খোপা বান্ধি থৈ দিয়াৰ পিছত মেলি দিলে যেনেকুৱা গোন্ধ এটা ওলাই ঠিক তেনেকুৱা গোন্ধ এটা ওলাবলৈ লৈছে। কঠাখনৰ প্ৰতি বচিৰৰ মাকৰ মায়া কমি আহিল। আচলতে

সেই সময়ত বচিৰে ছাগলী বিচাৰি গৈ পদ্মা নদীৰ পাৰৰ অইন এখন গাঁৱত জুবেদা বাণুক আবিষ্কাৰ কৰিছিলগৈ। এদিন আনি ঘৰো সুমুৱালেহি। তেতিয়াই বচিৰৰ মাকে জীৱনৰ সুবাস অনুভৱ কৰিবলৈ কষ্ট কৰিবলগীয়া হৈছিল। জীৱনৰ জানো কিবা সুবাস থাকে? কেৱল খাই বৈ জীয়াই থকাই জীৱন নহয়নে? জীৱনৰপৰা বিচাৰিবলগীয়া আৰু জীৱনটোক দিবলগীয়ানো আছে কি? একো নাই — একো নাই। ৰ'দত শুকাই মটমটীয়া হোৱা কঠাখন বুঢ়ীয়ে নিজেই গাত ল'বলৈ ল'লে। গোন্ধটো বেলেগ হ'ল। জীৱনৰ নিজাকৈ গোন্ধনো কি আছে? বুঢ়ীয়ে সাধু কয়। সাধুৰ আৰম্ভণি আৰু শেষৰ ডোখৰ একেই থাকে। মাথো মাজডোখৰত খেলিমেলি লাগে। চম্পাৰ কথাৰ মাজতে পুৰণি কঠাখনৰ কথাও সোমাই আছে। সাগৰৰ জলদেৱতাৰ কথাৰ মাজলৈ সোমাই আহে বচিৰৰ বাপেকৰ কথা। পিঠা খোজা বুঢ়ী ডাইনী জনীৰ সাধুকথাটোত জুবেদা বাণুৰ প্ৰৱেশ ঘটে। জোৎস্নাই মাথো শুনি যায়। তাই একো প্ৰশ্ন নকৰেঁ। থুতৰিত হাত দি তাই একান্ত মনে বচিৰৰ মাকৰ মুখৰপৰা সাধুকথা শুনে। তাই যেন সাত ভাইৰ মৰমৰ ভনী চম্পা, ৰাজকুঁৱৰী আৰু সদাগৰৰ সাধুৰ ৰাজকুঁৱৰী, মৎস্যকন্যাৰ সাধুৰ মৎস্যকন্যা। সাধু শুনা শেষ হ'লে তাই বাহিৰলৈ চায়। যেন ঘৰৰ বাহিৰতো সেইখনো এখন সাধুকথাৰে জগত। বৰষুণে বাহিৰখন ধূসৰ কৰি পেলায়। তাইৰো চকু দুটা উদাস আৰু ধূসৰ হৈ পৰে। বচিৰৰ মাকে মৰমতে তাইক মাতে — 'জোচনা, অ' জোচনা। জোচনাৰাণী —' জোৎস্নাৰ সঁহাৰি নাই। নতুনকৈ গাভৰু হৈ শাড়ী পিন্ধিবলৈ লোৱা জোৎস্না বেগমে কি কথা ভাবি মন উদাস আৰু চকু ধূসৰ কৰে বুঢ়ীয়ে নাজানে। জীৱনৰ কোনো বৰ্ণ আৰু সুবাস নাই বুলি ভাবিবলৈ লোৱা বুঢ়ীজনীৰ বাবে জোৎস্নাৰ এই আচৰণ তেনেই আচহুৱা। বুঢ়ীয়ে আকৌ মাতে — 'জোচনা। অ' জোচনাৰাণী —'

থতমত খাই জোৎস্নাই উত্তৰ দিয়ে — 'কি হ'ল আইতা?'

'ভাতনো কিহেৰে খালি?'

'আলু আৰু বেঙেনা পোৰা। লগত শুকান মাছৰ পিটিকা।'

'শুকান মাছৰ পিটিকা?' বুঢ়ীৰ চকু দুটা তিৰবিৰাই উঠে। সোলা মুখৰপৰা পানী বৈ আহি বাহিৰ পায়হি। সেপ ঢুকি কয় — নহৰু দিছিলি নে লগত?'

'দিছিলোঁ, দিছিলোঁ। নহৰু, পিয়াজ, জলকীয়া, কেঁচা তেল সকলোখিনিয়েই দিছিলোঁ।'

'কি জলকীয়া? কেঁচা নে শুকান?'

'শুকান।'

'দীঘল দীঘল শুকান জলকীয়া নে? মিহিকৈ পিহিছিলিনে নাই? নিমখ জোখতে হৈছিল নে?'

'ঠিকেই হৈছিল। পদ্মা নদীৰ পাৰৰ পলসুৱা বোকা মাটিৰ দৰে মিহিও হৈছিল। তোৰ খাবলৈ মন গৈছে নেকি আইতা?' জোৎস্নাই কথাটো ধৰিব পাৰে।

'বহুত দিন শুকান মাছৰ পিটিকা খোৱা নাই অ' আইজনী। অকণমান খাই চাবৰ বৰ মন যায়।' সেপ ঢুকি বুঢ়ীযে কয়। 'অ' মইনা, মোক শুকান মাছৰ পিটিকা অকণ খুৱাব নোৱাৰনে? লগত বেঙেনা পোৰা আৰু পানী দিয়া ভাত। মোৰ যে কিমান বস্তু খাবলৈ মন যায়। মনটোৱে অকল খাওঁ খাওঁ কৰি থাকে।' তাৰ পিছত জোৎস্নাৰ কাণৰ কাষলৈ মুখখন নি ফুচফুচাই কয় — 'একেটা পো একেজনী বোৱাৰী। সিহঁতে মনে মনে ভিতৰত খায়, মোক নিদিয়ে। খাবলৈ খুজিলে তাই কয়, 'বুঢ়ী মানুহ। পেট বেয়া কৰিব। বুঢ়ী হ'লে হ'বলা খাবলৈ মন নাযাব লাগে? বতাহ খাই জীযাই থাকিব লাগে?'

'তোৰ আৰু কি খাবলৈ মন যায় আইতা?' জোৎস্নাই সোধে।

'এনেকুৱা বৰষুণৰ বতৰত মোৰ মুৰি খাবৰ মন যায। কেঁচাতেল কেঁচা জলকীয়া, নিমখ আৰু পিযাজ দি সনা মুৰি। বৰ মন যায়। কোনে দিব? আমাৰ বোৱাৰীয়ে মুৰি ভাজিব নাজানে। কেতিযাবা কৰবাত এমুঠি পালেও তাই পকা কঠাল নাইবা তালৰ ৰসেৰে খাবলৈ দিয়ে। মুৰিনো তেনেকৈ খাইনে মানুহে? কেতিযাবা দিয়ে আকৌ খেজুৰৰ গুড। তাই চাগৈ ভিতৰত কেঁচাতেল, কেঁচা জলকীযা, নিমখ আৰু পিয়াজ কুটি মনে মনে মুৰি খায়। মোকহে তেনেকৈ দিযে। চিকুণী অ', মোক মুৰি এমুঠি খুৱাব পাৰনে? কাকো নকবি। বাটি এটাতে ভৰাই মনে মনে মোলৈ লৈ আহিবি।'

জোৎস্না ঘৰলৈ গ'ল, আৰু অলপ পিছতে আঁচলৰ তলতে বাটি এটা লৈ ঘূৰি আহিল। তাই কেঁচাতেল, কেঁচাজলকীয়া, পিয়াজ আৰু নিমখ দি মুৰি এবাটি সানি আনিছে। বাটিটো দি বৰষুণতে তিতি তিতি তাই ঘৰলৈ ঘূৰি গ'ল। জুবেদা বাণুৱে কাপোৰত পদ্মলতা ফুল তুলি আছে, আৰু গুণ গুণকৈ বাৰিষা আহিলে মাকৰ ঘৰলৈ যোৱাৰ গীত গাইছে। বুঢ়ীযে বাটিতো কঠাখনৰ তললৈ ভৰালে, আৰু তাৰে পৰাই গাল মাৰি এগাল মুৰি মুখলৈ নিলে। গোটেইবোৰ দাঁতেই সৰিল। মাথো গুৰিৰ ফালে তলে ওপৰে দুটা নে তিনিটা মান দাঁতহে আছে। তাৰেই বুঢ়ীয়ে মুৰি চোবাবলৈ লাগিল। ভাল হৈছে মুৰিকেইটা খাবলৈ। তেল, পিয়াজ, জলকীযা, নিমখৰ পৰিমাণো যিমান হ'ব লাগে তিমানেই হৈছে। এনেকুৱা নেকনেকীয়া বৰষুণৰ বতৰত এনেকুৱা মচমচীয়া নতুনকৈ ভজা মুৰি খাবলৈ বৰ ভাল।.

বচিৰৰ মাকে মুৰি চোবাই আছে। ছাগলীজাকক গছৰ পাত দি এচুকত বান্ধি থোৱা হৈছে। ছাগলীজাকে মচমচকৈ খাইছে গছৰ পাত, আৰু বুঢ়ীয়ে লৰক ফৰককৈ চোবাইছে মুৰি। বুঢ়ীজনীৰ শৰীৰ আৰু মনলৈ লাহে লাহে উত্তেজনা এটা বগুৱা বাই আহি আছে। মানুহৰ জীৱনত কিছুমান আশা থাকে, আৰু আশাবোৰৰ একো একোটা বিস্তাৰো থাকে। সময়ে সময়ে আশাবোৰৰ বৃদ্ধি ঘটে, আৰু সময়ে সময়ে ঘটে পতন। কেতিয়াবা বৰ্ধিত আশাবোৰ পূৰণ হয়, আৰু কেতিয়াবা সৰু গজালি এটাৰ সমান আশাও অপূৰণ হৈ ৰয়। কেতিয়াবা আকৌ কোনো আশাই পূৰণ নহয়। এমুঠি মন মতলীয়া কৰা মুৰিয়ে বুঢ়ীজনীক আজি জীৱন সম্পৰ্কে এটা নতুন ধাৰণা দিবলৈ লাগিল।

বাহিৰত বৰষুণ পৰি আছে আৰু ক্ৰমাৎ বৰষুণৰ গতি তীব্ৰ হৈছে। বেৰৰ জলঙাৰে এছাৰেকণি আহি ভিতৰ সোমাইছেহি আৰু ছাগলীবোৰে বেবাবলৈ আৰম্ভ কৰিছে। বুঢ়ীজনী সাধুকথাৰ দেশ এখনলৈ সোমাই গ'ল। ৰজা-ৰাণী, ৰাজকোঁৱৰ, ৰাজকুঁৱৰী, বুঢ়া-বুঢ়ী, জলদেৱতা, মৎস্যকন্যা, সদাগৰ, টিপচি চৰাই সকলো একাকাৰ হৈ পৰিছে। বাটিটোৰ শেষ মুৰিটো মুখলৈ ভৰাই বুঢ়ীযে প্ৰাণখোলা হাঁহি এটা মাৰিলে। বৃদ্ধি নঘটা আশা এটা পূৰণ হোৱাৰ হাঁহি। বোধহয় বুঢ়ীৰ এইটোৱেই শেষ আশা হ'বগৈও পাৰে। কোনে জানে? শেষ আশা পূৰণ হোৱাৰ আনন্দত হাঁহিটোৱে নিজেই বুকুৰ মাজৰপৰা দৌৰ মাৰি ওলাই আহিব খুজিলে। বুঢ়ীৰ ভয় লাগিল। খুক খুককৈ অকলে অকলে হাঁহি থকা শুনিলে সিফালে জুবেদা বাণু ডাং খাই উঠিব। 'অকলে অকলে হাঁহি থাকিবলৈ কিহে পাইছে বুঢ়ীজনীক? কিবা নপৰিব লগীয়া কথা মনত পৰিছে নেকি? ক'তে মৰো মই।'

বুঢ়ীজনীৰ সোতোৰা সুতুৰি ছালৰ ভাজে ভাজে হাঁহিটোৱে উকমুকাবলৈ ধৰিলে। যেন গাৰ ছাল ভেদ কৰি হাঁহিটো ওলাইহে আহিব, আৰু চোতালৰ ধূলি বোকাত লেটি ল'ব। ৰ'দৰ সতে কথা পাতিব, বৰষুণৰ সতে উমলিব, বতাহৰ লগত উৰিব আৰু মেঘৰ সতে আকাশত বনাই ফুৰিব, গছৰ পাতত ওলমিব, নৈৰ ঢৌত লুটি বাগৰ খাব। ডাৱৰৰ সতে মিলি বৰষুণৰ টোপাল হৈ পৰিব। সৰু সৰু ইকৰা আৰু বিৰিণা গছৰ জোপোহাত বগাই ফুৰিব, চৰাইৰ সতে কথোপকথনত মত্ত হ'ব। সাগৰৰ মকৰমুখী নৌকাৰ নাৱৰীয়াৰ গীতৰ সুৰে সুৰে টগবগাবলৈ আৰম্ভ কৰিব। বুঢ়ীৰ চকুৰ পতা কেইটা গধুৰ হৈ পৰিল, আৰু লাহে লাহে সপোন দেখিবলৈ আৰম্ভ কৰিলে। মানুহৰ চকু দুটাই সপোন দেখে নে মানুহে নিজে সপোন দেখে? বুঢ়ীৰ খেলি মেলি লাগিল।

সাৰ পালে কোৰ্হালত। যেন, ক'ৰবাত কোনোবাই কাজিয়া কৰিছে। কাজিয়াৰ শব্দবোৰ যেন বহুত দূৰৈৰপৰা বাটকুৰি বাই আহি আহি এইমাত্ৰ বুঢ়ীজনীৰ ওচৰ পাইছেহি। সপোনে কেৱল চকুৰ পতাই গধুৰ কৰা নাই, কাণ দুখনো গধুৰ কৰি পেলাইছে। কাজিয়া কৰা মাত কেইটা কাৰ বুঢ়ীয়ে প্ৰথমে ধৰিবই নোৱাৰিলে। মাত কেইটা চিনাকি চিনাকি। কিন্তু যেন চিনি পাবলৈ অসুবিধা হৈছে। কাৰনো মাত, কিনো কথা, কোনেনো এইহেন বতৰত দন হাই কৰি আছে, তাকে চিন্তা কৰি থাকোতে বুঢ়ীৰ আকৌ টোপনি আহিল।

নেকনেকীয়া বৰষুণৰ বতৰবোৰ এনেয়েই গধুৰ। গধুৰ বতৰে চকুৰ পতাবোৰো অনবৰতেই গধুৰ কৰি ৰাখিব খোজে। গধুৰ হৈ পৰা চকুৰ পতাৰপৰা মনবোৰো গধুৰ হৈ পৰে, আৰু পাতল হ'বৰ বাবে মনটো সাধুকথাৰ দেশখনলৈ উৰা মাৰে। বচিৰৰ মাকৰো তেনে হ'ল। সাধুকথাৰ দেশখন পাইছিল কি নাপাইছিল, কাজিযাৰ তীব্ৰ শব্দই মানুহজনীক পুনৰ আগৰ অৱস্থালৈ ঘূৰাই লৈ আহিল। কাৰ মাত? কোনে দন কৰিছে? জুবেদা বাণুৰ মাত নহয়নে? লগত সমানে উজান দিছে জোৎস্নাৰ মাকে।

'মই মুৰিৰ কথা কি জানো? জুবেদাৰ খাৰাংখাচ উত্তৰ। 'যেযে তোমাৰ মুৰি খাইছে তাক সোধা। মোক সুধিছা কিয?'

'তোৰ শাহুৱেৰে খাইছে। কামৰপৰা আহি গাটো ধুই কিবা এমুঠি খাবলৈ লৈ চাইছোঁ, এটাও মুৰি নাই। মালিকৰ ঘৰৰপৰা ধান আনি মুৰি ফুটাইছিলোঁ, তোৰ শাহুৱেৰক খুৱাবলৈ নহয়। মোৰ আজলী ছোৱালীজনীক ফুচুলাই ফুচুলাই মোৰ ঘৰৰ ইটো সিটো বস্তু খোৱাৰ মজা ওলাব। কেতিয়া মৰে জানো এই মৰিব নজনা বুঢ়ীজনী। ইমান লুভীয়া বুঢ়ী মই মোৰ জনমত দেখা নাই। লোভ নহ'ব কিয? ভাল ভাল বস্তু লুকুৱাই লুকুৱাই নিজে খায়, বুঢ়ীজনীক এডোখৰ নিদিয়ে। বুঢ়ী মানুহ। দুই এটা ভাল বস্তু খাবলৈ মন যাবই। ভালকৈ পেট ভৰাই খাবলৈ পালে মানুহ লুভীয়া হয়নে? মই যেন একো নাজানোহে —।'

'চুপ থাকা। কি কথা জানা তুমি? কথাত কথা ওলাই যাব। তোমাৰ কথা উকটিব লাগেনে? কাম কৰিবলৈ যোৱানে বুঢ়া মালিকক গা দেখুৱাবলৈ যোৱা মই ক'ব লাগেনে?'

'নিজে কি? মাৰৰ ঘৰত কি কৰিছিলি? কেইটা ডেকা লৰাক পগলা কৰিছিলি? তই মাৰৰ ঘৰতে হিন্দু মানুহ এটাৰ সৈতে লেটিপেটি কৰা নাছিলিনে? এতিয়াও সি আহ যাহ কৰে। তোৰ মুখত ঘঁহা পাওডাৰ, ভৰিত পিন্ধা ছেণ্ডেল দি থৈ যায়।'

'তোমাৰ মুখত মই থুই পেলাওঁ।'

'সঁচা কথা ক'লে লাজ পাব? কাপোৰত বেজী সূতাৰে পদ্মলতা ফুল তুলিবলৈ পাছফালৰ চোতালত বহি তই মোৰ দেওৰৰ সৈতে চকুৱে চকুৱে কথা পাতি নাথাকনে? তাক তই নিজ হাতে ফুল তোলা ৰুমাল এখন দিয়া নাইনে?'

'হায় আল্লা, তোমাৰ পেটত ইমান বেয়া কথা আছেনে? ভাইৰ লগৰ ভাই বুলি ভাবি মই ৰুমাল এখন দিছিলোঁ। সেই কথাত মোৰ মতাই মাত মতা নাই, তুমি মাত মাতিবলৈ কোন? ইস বৰ সতীজনী। জোৎস্না কাৰ ছোৱালী সকলোৱে জানে। মই ক'ব লাগে নে? তোমাৰ মাত বন্ধ হওক।'

'কাৰ ছোৱালী? জোৎস্না কাৰ ছোৱালী?'

'তোমাৰ মালিকৰ।'

'কথা ভাল নহ'ব জুবেদা। তই মুখ চম্ভালিবি।'

'সঁচা কথা ক'বলৈ মই ভয় নকৰোঁ।'

'চোৰৰ ঘৈণীযেকৰ কথা শুনা। চিৰাজ চাহাবৰ ঘৰত চুৰি কৰাৰ বাবে তোৰ ছাগলী বেপাৰী গিৰিয়েৰক এবাৰ পুলিচে গুৰুলা গুৰুলকৈ মৰা নাছিলনে? লাজ পাব নে নাপাব?'

'মাৰিছিল যদি মাৰিছিল। তুমি মাত মাতিবলৈ কোন? তোমাৰ জন হ'বলা কম? আমাৰ বাৰীৰ কঠাল ৰাতি কোনে পাৰি নিযে? এবাৰ যে তোমাৰ বেমাৰত আমাৰ জনক খুজি ৰূপ ষাঠি টকা নিলে দিম দিম বুলি আজিলৈকে দিয়া নাই। মই এবাটি মুৰিৰ কাৰণে কন্দা মানুহ নহয়। মোৰ মতা মানুহে ছাগলীৰ বেপাৰ কৰি সপ্তাহে সপ্তাহে খমখমীয়া নোট ঘৰলৈ আনে। মই কাৰো ওচৰত হাত পাতিব নালাগে। তোমাৰ জনৰ দৰে মোৰ মতা মানুহ চিৰাজ চাহেবৰ নৌকাৰ বন্ধা নহয়।'

কাজিয়াখন ক্ৰমাৎ ওপৰলৈ গৈ আছে। বচিৰৰ মাকৰ ভয় লাগিবলৈ ধৰিলে। এসময়ত তেৰোঁ কাজিয়া কৰিছিল। ওচৰঘৰীয়াৰ লগতে মাহেকে পষেকে কাজিয়া লগাই নিয়ম। কিন্তু লাহে লাহে কাজিয়া বুলি ক'লেই তেওঁৰ বুকুৰ ধপধপনি বাঢি যোৱা হ'ল। সমযো কিছুপৰ হ'ল যেন লাগিছে। ইফালে যদি এতিয়া জোৎস্নাৰ বাপেক আহি ঘৰ সোমাইছেহি, আৰু বচিৰো আহি যদি ঘৰ সোমায, তেন্তে দুটা প্ৰকাণ্ড ষাঁড় গৰুৰ মাজত থৈযানথৈয়া যুঁজ এখন লগিব। বুঢ়ীয়ে ৰং গৈ বিবৰ্ণ হোৱা পুৰণি কঠাখনেৰে মূৰটো ঢাকি কাজিয়াৰ শব্দবোৰ কাণৰ কাষলৈ অহাত প্ৰাণে পণে বাধা দিবলৈ লাগিল। পুৰণি কঠা এখনে জানো শব্দ বাধা দিব পাৰে? নোৱাৰিলে। বুঢ়ীৰ বুকুখনে ধান বানিবলৈ ধৰিলে।

বুঢ়ীৰ বুকুৰে ধান বানি আছে, আৰু পিছফালৰ চোতাল দুখনত থলৰ থলৰ শব্দৰ গোলা বাৰুদ ফুটি আছে। চাৰলৈ গ'লে ঘৰ দুখনৰ মাজত ব্যৱধান নায়েই। ইখন ঘৰৰ ভাত উতলাৰ বকবক শব্দ সিখন ঘৰলৈকে যায়। বাহিৰত অবিৰাম বৰষুণ পৰি আছে, আৰু বেৰৰ ফাকেৰে অহা এছাৰেকপিঁয়ে বুঢ়ীৰ গা তিয়াইছে। ছাগলীজাকৰ গাতো বৰষুণ পৰিছে। ঘৰটো উৰুখিছেও হ'বলা। মজিয়াখনৰো অ'ত ত'ত ঘৰৰ উৰুখা চালেৰে পানী পৰিছে। ছাগলী জাকে কঠাল পাত চোবাবলৈ এৰি ইটো সিটোৰ গাত টেপা খাই লাগি আছে। দুটামান বুঢ়ী শোৱা চাংখনৰ তলত সোমাইছে। বৰষুণে তিযাই থকা চোতালখনত বোকা উঠিছে, আৰু কোনোবাই যেন সেই তিতা বোকাময চোতাল গচকি এইখন ঘৰৰ ফালে সোমাই আহিছে। খোজৰ শব্দটোৰ লগে লগে জুনুক জুনুক কৈ বাজিছে ভৰিত পিন্ধা ৰূপৰ অলংকাৰ। শব্দটো পিৰালিলৈ উঠিছে, আৰু শব্দটোৱেহে যেন হেঁচা মাৰি লগাই থোৱা দুৱাৰখন খুলিছে। জুনুক জুনুক শব্দটো ঘৰৰ ভিতৰলৈ সোমাই আহিছে, আৰু শব্দটোৱে ফটাকঠাখন গুচাই বুঢ়ীৰ বুকুখন খেপিযাই খেপিযাই চাইছে। ভয়ত বুঢ়ীৰ বুকুখনে ধান বানি আছিল যদিও, ধান বনাৰ শব্দটোৱে বুকুখনত কোনো উত্তাপৰ সঞ্চাৰ কৰিব পৰা নাছিল। হঠাতে ভৰিত পিন্ধা অলংকাৰৰ জুনুক জানাক শব্দ এটাই বুঢ়ীজনীৰ বুকুখনত উত্তাপৰ সঞ্চাৰ কৰিবলৈ লাগিল। বুঢ়ীৰ উশাহ লোৱাৰ শব্দটো শুনা গ'ল। সোলা মুখ জিলিকাই তোলা এমুখ হাঁহিৰে বুঢ়ীযে কঠাখনৰ তলৰ পৰাই মাত লগালে — 'জোচনা, জোচনাৰাণী। তোক দেউতাৰে নতুনকৈ গঢ়াই দিয়া ৰূপৰ পায়েলজোৰ পিন্ধিছ আজি? শব্দটো তোৰ লগত মিলি পৰিছে। মই জানিছোঁ, এইজনী জোচনাৰাণী নে কোন?' জোৎস্নাই ফটাকঠাখনৰ তলত সোমাই বুঢ়ীজনীৰ বুকুৰ ওচৰ চাপি গ'ল।

'ইমান অন্ধকাৰ আৰু ইমান বৰষুণ। তই কেনেকৈ আহিলি আই?'

'মা আৰু খুড়ীয়ে কাজিযা কৰিছে। মোৰ ভয় লাগিছে আইতা। সেই কাৰণে তোৰ ওচৰলৈ গুচি আহিলোঁ।'

'দন হাই কৰিলে মোৰো ভয় লাগে। তই বাৰু সাধুকথা এটা শুনিবিনে?'

'কি সাধু?'

'গৰখীয়া আৰু ৰাজকুঁৱৰীৰ সাধু।'

'শুনিম। মাহঁতে সদায় কাজিয়া কৰে কিয আইতা?'

'জীৱনে সিহঁতক একো দিয়া নাই, সিহঁতেও জীৱনক একো দিয়া নাই, সেইকাৰণে।'

'তোক জীৱনে কি দিছে?'

'বুকুত খুন্দ খাই থকা সাধু কথাবোৰ।'

'আৰু জীৱনক তই?'

'জীৱনক মই সদায় সাধু কথা শুনাই থাকো।'

'সাধুকথাবোৰ তই মোক শিকাই দে। মোৰো বুকুখনত খুন্দ খাই ভৰি থাকক। এদিন বহুত দূৰৈৰ কোনোবাই আহি মোক বিয়া কৰাই লৈ গুচি যাব। লোকৰ ঘৰত গৈ মই কাৰো লগতেই কাজিয়া নকৰোঁ। তই মোক সাধুকথা শিকাই দে আইতা। কোনেও নুশুনিলে মই মোকেই সাধুকথা শুনাই থাকিম।'

'তই এইটো সাধু শুনচোন। নতুন সাধু এটা কালি মই ভাবি ভাবি উলিয়াইছোঁ। এখন নদী আৰু এজনী চিলনীৰ সাধু। এসময়ত এখন দেশত

এসময়ত ক'ৰবাত এখন সাধু কথাৰ দেশ আছিল। সাধুকথাৰ দেশত সাজু কথাৰ ৰজাৰাণী, পাত্ৰ মন্ত্ৰী, বিষয়া, চোৰাংচোৰা, হয় হস্তী। বুঢ়ীযে সাধু কথাৰ জোলোঙাত হাত ভৰাবলৈ লাগিল। সেই সময়ত কোনেও কাৰো লগতেই কাজিযা নকৰিছিল। চৰাই-চিৰিকটি, মানুহ-দুনুহ, জীৱ-জন্তু সকলোৱে একেটা ভাষাই কৈছিল। সকলোৰে একেটা ধৰ্মই আছিল। সকলোৰে দেশ আছিল একেখন। গতিকে ভাষা, ধৰ্ম আৰু দেশ লৈ কাজিযা কৰা বা কটাকটি মৰামৰি কৰাৰ প্ৰশ্নই নাছিল। পৃথিৱীত দুখীযা মানুহ নাছিল, তাৰ কাৰণ পৃথিৱীত ধনী মানুহো নাছিল। কোনেও কাকো কেতিয়াও 'ভাল পাওঁ' বুলি কৈ পোৱা নাছিল, কাৰণ প্ৰেমেই আছিল মানুহৰ স্বাভাৱিক ধৰ্ম। বোকাপানীৰ দৰে ঘোলা বৰণ লোঁৱা বুঢ়ীজনীৰ চকুহাল সাধু কথা কৈ থাকোঁতে লাহে লাহে জিলিকি পৰিবলৈ লাগিল, আৰু ক্ৰমাৎ চপচপীয়া হ'বলৈ ধৰিলে। বুঢ়ীয়ে এবাৰ খুপি খুপি গৈ বাহিৰৰপৰাও আহিলগৈ। ইতিমধ্যেই সাধুটো শেষ হৈছে, বৰষুণ কমিছে আৰু জোৎস্না নিজৰ ঘৰলৈ গৈছেগৈ। বুকুৰ ওচৰতে ছোৱালী জনী শুই আছিল। এন্ধাৰত খেপিয়াই খেপিয়াই বুঢ়ীৰ বুকুৰ দুৱাৰখন খুলিছিলহি, আৰু ভিতৰলৈ সোমাই গৈ সাধুকথাবোৰ লিৰিকি বিদাৰি চুই আছিল। বচিৰৰ মাকৰ বুকুখন উদং উদং লাগিবলৈ ধৰিলে। সাধুকথাবে খুন্দ খাই থকা বুকুখন উদং হ'বলৈ ল'লেনো থাকিবগৈ কি? লাহে লাহে বুঢ়ীৰ পুনৰ চিলমিলীয়া টোপনি আহিল।

মাজনিশা বচিৰৰ মাকে সাৰ পালে। বৰষুণ ক্ৰমাৎ বাঢ়ি আহিছে আৰু উকথা চালেৰে পানী পৰিছে। মজিয়াখন তিতি চপচপীযা হৈছে, ছাগলীবোৰ ইটো সিটোৰ গাত লাগি চাংখনৰ তলত সোমাই আছে। বচিৰে চালৰ খেৰবোৰ সলাই টিনপাত

দিওঁ দিওঁ কৰি আছিল। আজি টিনপাত দিয়া হ'লে এনে নহ'লহেঁতেন। বুঢ়ীয়েহে বোলে, 'কিনো দৰ্কাৰটো? পইছা কেইটা হাতত আছে থাওক। এইবাৰ বাৰিষাটো খেৰৰ চালখনে টানিব যেন পাইছো।' সাৰ পাই উঠি বুঢ়ীয়ে প্ৰথম সেইটো কথাকে ভাবিলে।

কোনোবাই ভিতৰত গুণগুণাই কথা পাতি আছে হ'বলা। কোননো হ'ব আৰু মাজনিশাখন গুণগুণাই কথা পাতিবলৈ? বোধহয় কথাৰ কোবত তাইৰ মুখৰপৰা ছিটিকি পৰিছে কচুৰী, জিলাপী, গজাৰ টুকুৰা। মই ভাত খালোঁনে নাই? নে টোপনিত পৰি থকা দেখি মৰিল বুলি ভাবি লৈ কোনেও মোক ভাত খাবলৈকে নামাতিলে? আজি তাৰ ঘৰ সোমাওঁতে পলম হৈছিল। নিশ্চয় উলটি আহোঁতে শেষ বজাৰৰ পৰা লৈ আহিছিল সস্তাতে পোৱা মাছ। সৰু মাছ যদি তাই নিশ্চয় সৰিয়হ বটা আৰু পিযাজ দি চৰ্চৰী ৰান্ধিছিল। কাৱৈ মাছ যদি তাই চাঁগে এফালে জিৰা আৰু জলকীযা বটা, আৰু মাছটোৰ আনফালে আদা, নহৰু, শুকান জলকীযা, পিয়াজ বটাত অকণমান পিঠাগুৰি লেটিযাই সৰহ তেলত ভাজিছিল কাৱৈ মাছৰ গংগা যমুনা। আঃ কিমান দিন যে খোৱা হোৱা নাই কাৱৈ মাছৰ গংগা যমুনা। বুঢ়ীৰ জিভাৰপৰা পানী বাগৰি আহি গাল পাৰ হৈ ডিঙিৰ কাষেদি বৈ গৈ গাৰু তিযালেগৈ। কিন্তু শব্দটো দেখোন বেলেগ যেন লাগিছে। যেন কথা পতাৰ শব্দ নহয়। কিহৰ শব্দ তেন্তে? ৰাতিটো নিসাৰ সাৰ দি পৰি আছে। শব্দ হৈছে ক'ত? সিটো কোঠাত পুতেক বোৱাৰীযেকৰ গধুৰ টোপনি। টোপনিত গধুৰ হোৱা উশাহৰ শব্দ হৈছে। বৰষুণে অবিশ্ৰান্তভাৱে জমজমাই আছে। মাজে মাজে বেৰৰ ফাকেৰে অহা বিজুলীৰ পোহৰে চকু ছাট মাৰি ধৰিছে। ঢেৰেকনিযে কাণ তাল মাৰিছে। ঢেৰেকনিৰ শব্দত ভয় খাই ছাগলীবোৰে বেবাবলৈ ধৰিছে। কিজানি ধলপানী আহিছে। মৰাপাটৰ গছবোৰ ধলপানীযে মহটিয়াই নেপেলালেই হ'ল। ঘাটত বান্ধি থোৱা নাওবোৰ ৰচি চিণ্ডি কোনোবা দূৰ দেশলৈ উটুৱাই নিনিলেই হ'ল। বানপানী আহিবৰ সময় হৈছে জানো? আগ বাৰিষাতেই বানপানী আহিবনে? ক'বতো নোৱাৰি। বলিয়া নদী, বলিয়া বতৰৰ দেশ। বতৰৰ মহিমা পাবলৈ আছেনে? নদীৰেনো মহিমা কোনে পায়?

নদীৰ মহিমা নাপালেও নদীখন এৰি থকাৰ কথা ভাবিবলৈ টান। নদী এৰি থৈ কোনোবা অজান্তি মুলুকৰ দেশ এখনলৈ গুচি যোৱাৰ কথা ভাবিবলৈও বৰ কষ্টকৰ। কেনেকৈ ভাবিব পৰা যায়? নদীৰ বতাহ গাত লাগিব, তেহে ল'ৰা-ছোৱালী বাঢ়নীয়া হ'ব। নদীৰ পানীত মাছৰ দৰে সাঁতোৰ মেলিবলৈ শিকিলেহে সিঁহতৰ কলিজালৈ জোৰ আহিব। হাত ভৰি শক্তিশালী হ'ব। নদী নোহোৱাকে

মানুহ জানো জীয়াই থাকে? নে, থাকিব পাৰে? নদীপৰীয়া বতাহ আৰু মাটিৰ গোন্ধ লৈ ল'ৰা-ছোৱালী ডাঙৰ হ'ব, প্ৰেম পীৰিতি শিকিব, জীৱন আৰু জগত সম্পৰ্কে প্ৰাথমিক পাঠ আহৰণ কৰিব, জীয়াই থাকিব। পিছৰ পুৰুষটোলৈ নিজৰ অভিজ্ঞতা সম্প্ৰসাৰিত কৰিব, বুঢ়া হ'ব আৰু এদিন নদীৰ পাৰৰ এই মাটিতেই অন্তিম জিৰণি ল'ব। নদী বাদ দি জীয়াই থকাৰ কথা ভবাই নাযায়।

বৰষুণ দি থাকিল। উৰুখা চালেৰে পানী পৰি বাহিৰ ভিতৰ সমান কৰি পেলালে। তাৰ পিছত আৰু বচিৰৰ মাকৰ টোপনি নাহিল। ৰাতিপুৱা বাহিৰলৈ উঠি আহি দেখিলে পানী আহি চোতাল পাইছেহি। মানুহৰ মাজত চিঞৰ বাখৰ আৰু ব্যস্ততা। বুঢ়ীয়ে একেথৰে চোতালৰ বাঢি অহা পানীখিনিলৈকে চাই থাকিল। তাৰ পিছত ঘৰৰ পিৰালিতে মূৰে কপালে হাত দি বহি পৰিল।

পানীৰ লগত সহ অৱস্থান কৰা মানুহে পানীৰপৰা উদ্ভৱ হ'ব পৰা সকলো পৰিস্থিতিৰ কাৰণে মোটামুটি ধৰণে সাজু হৈয়েই থাকে। এনেকৈ পানী বাঢি গৈ থাকিলে নিশালৈ ঘৰৰ চালে পানী কাটিবগৈ। গতিকেই সদ্যহতে কঠাল গছ জোপাকেই চাং এখন সাজিবৰ বাবে বাছি লোৱা হ'ল। পুৰণিকলীয়া, মজবুত গছ। তাতে দুইঘৰৰ সীমাতে থকা বাবে দুইখন ঘৰৰে সুবিধাও হ'ল। আগতে কঠাল গছ জোপাৰ ওপৰতেই বানপানীৰ সময়ত চাং সজা হয়। চাংখন তৈয়াৰ হৈ উঠে মানেই পানীয়ে ঘৰৰ ভিতৰ বুৰালেহি। কলকল কৈ নদী এখনহে যেন ঘৰৰ ভিতৰলৈ বৈ আহিল। এফালে বাঢিছে পদ্মা, সিফালে ধলেশ্বৰী। সৰু সৰু সুঁতি উপসুঁতিবোৰৰ কথাই নাই। ব্ৰহ্মপুত্ৰৰ পানীৰে পৰিপুষ্টি লাভ কৰি কোবাল ৰূপ লৈ বাঢ়ি অহা ধলেশ্বৰী আৰু পদ্মা নৈৰ মাজৰ অঞ্চলত বাস কৰা মানুহবোৰৰ দুখ দুৰ্দশা, আলই বিলইৰ সীমা নাছিলেই, এইবাৰ সেই সীমাও চেৰাই যাব যেন ভাব হ'ল। চৰম সীমা পোৱাৰ পিছত আৰু কি কথা থাকিব পাৰে? বানপানী আৰু বানপানীয়ে কঢিযাই অনা অন্যান্য দুৰ্যোগবোৰ সদায় দেশৰ দৰিদ্ৰ জনসাধাৰণৰ দৰিদ্ৰতাৰ সীমাৰেখা ডালৰ ওপৰেৰে বৈ থাকে। ওপৰত থাকে দুৰ্যোগ আৰু তলত থাকে দৰিদ্ৰ মানুহবোৰ। সেয়েহে দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰা মানুহ বুলি কোৱা হয়। বৰ কালিকা লগা সীমাৰেখা এইডাল।

কলকলকৈ বৈ অহা পানীয়ে ঘৰৰ চাল চুলেহি। আৰু এসময়ত চালেৰে পানী কাটিবলৈ লাগিল। বুঢ়ীজনী শোৱা চাংখনৰ ওপৰত নিৰাপদ ঠাইলৈ নিবৰ বাবে কিছু সময়ৰ কাৰণে বচিৰ মিঞাই হাটত বিকিবলৈ বুলি থোৱা ছাগলী কেইটা উঠাই থোৱা হৈছিল। বাঢ়নীয়া পানীয়ে বুঢ়ীৰ শোৱা চাংখনৰ লগতে ছাগলী কেইটাও

উটুৱাই লৈ গুচি গ'ল। ঘৰটোও উটুৱাই নিলে। এইবাৰ পদ্মা, ধলেশ্বৰী দুইখন নদীৰ গাতে কালিকা লাগিছে। মানুহ খাওঁ বুলি লাগিছে। বহু বছৰ ধৰি এনে পানী হোৱা নাছিল। বুঢ়ীজনীৰ লগতে ঘৰৰ বাকী মানুহকেইটা কথমপি কঠাল গছৰ ওপৰৰ চাঙত উঠিলগৈ। জোৎস্নাৰ বাপেকে ৰাতিপুৱা অলপ অলপ পানী বাঢ়ি থাকোতেই নাওখন চাবলৈ বুলি ওলাই গৈছিল। দুপৰীয়া পাৰ হ'ল, ঘৰ আহি নাপালেহি। জোৎস্নাৰ মাকো জোৎস্নাৰ লগতে হাতে পাতে টালি টোপোলা কেইটামান লৈ আমনজিমনকৈ আহি চাঙখনৰ ওপৰত উঠিলহি। দুপৰীয়া পাৰ হোৱাৰ পিছত তাই গিৰিয়েকৰ কথা ভাবি আঁঠুতে মূৰ গুজি কান্দিবলৈ লাগিল। কোনেনো সান্ত্বনা দিব? কাৰনো ইমান গাত বল আছে, বুকুত সাহ আছে? কোনেনো কি হেৰুওৱা নাই? তাই আঁঠুত মূৰ গুজি বহুপৰ কান্দি থাকিল আৰু এসময়ত নিজে নিজেই শান্ত হ'ল। চাঙৰ ওপৰতে জোৎস্না আহি বচিৰৰ মাকৰ বুকুৰ ওচৰ চাপিল। 'আইতা, সাধুকথাৰ যে পিঠা খোজা ৰাক্ষসীজনী —' তাই বচিৰৰ মাকৰ মুখলৈ চালে। তাইৰ পিঠিত দুৰ্বলভাৱে হাতটো থৈ বচিৰৰ মাকে ক'লে — 'এৰা আই, সাধুকথাই দুখে সুখে কোনো মানুহকে লগ এৰা নিদিয়ে অ'। সাধুকথাতেই যে মানুহৰ জীৱনটো সোমাই থাকে।'

জোৎস্নাৰ বাপেকৰ খবৰ সেইদিনা পোৱা নগ'ল। কেইবাদিনলৈকে পোৱা নগ'ল। পোৱা নগ'লেই। নাওখন চাবলৈ গৈ সোঁতত কেনিবা উটি গ'ল চাগৈ। নহ'লে যেনেতেনে ওলালহিহেঁতেন। দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰা অশিক্ষিত, অৰ্ধশিক্ষিত মানুহখিনিৰ সীমাৰেখাডালৰ ওপৰেদি নানান দুৰ্যোগ আলে আহুকাল পাৰ হৈ যাবলৈ ধৰিলে। চৰকাৰী সাহায্য আহি পোৱাহি নাই। পাইহি নে নাপাইহি তাৰো একো ঠিক নাই। পালেহিও এপাচি কচু শাকত এটা জালুক। মানুহখিনি যেন লোকালয়ৰপৰা বহুত দূৰৈৰ নিৰ্জন দ্বীপ এটাত বাস কৰা বৰ অকলশৰীয়া মানুহ। গছৰ ওপৰত চাং পাতি বানপানীৰপৰা ৰক্ষা পোৱাৰ বাবে আজীৱন সংগ্ৰাম কৰা মানুহ। এই দুখীয়া মানুহখিনিৰ খবৰ ভগৱানেও নলয়।

।।৩।।

বানপানী এদিন যদি কমিল এদিন বাঢ়িল। দেশখনৰ আটাইবোৰ নৈ ফেনে ফোটোকাৰে ওফন্দি পৰিছে। ইটোৰ পিছত সিটোকৈ বানপানী আহি আছে। মাজে মাজে বলিয়া বতাহ এছাটিও আহে। মানুহৰ বুকু কঁপি যায়। এনেয়েই আটিছেগৈ।

তাতে যদি এই সময়ত ধুমুহা আহে তেন্তে মানুহৰ চিনচাব নাথাকিব। জীযাই থকাটো বৰ কষ্টকৰ। কিন্তু মানুহৰ মৰিবলৈকো বৰ ভয়। কাৰণ, সকলো মানুহেই জানে জীয়াই থকাই জীৱন। মৃত্যু জীৱন নহয়।

চাৰিওফালে পানী। মাথো সাগৰ সংকাশ পানী। সাধুকথাৰ পিঠা খোজা ৰাক্ষসীজনীৰ ৰূপ লোৱা পানী। খাবলৈ কাৰো হাততেই খুদকণ এমুঠিও নাই। কঠাল গছৰ ওপৰৰ চাঙত অনন্ত অলস জীৱন। কৰিবলৈকো একো কাম নাই। মাথো উদ্ধাৰ পোৱাৰ আশা কৰিব পাৰি। ধোঁৱা ওলাই থকা তপত ভাত এমুঠি নিমখ জলকীয়াৰে খাবলৈ লোভ কৰিব পাৰি। বচিৰৰ মাক টোপনিয়াই টোপনিয়াই বহি থাকে। জোৎস্না বহি থাকে বচিৰৰ মাকৰ বুকুৰ ওচৰতে। এতিয়া আৰু তাইৰ সাধু শুনাৰ হেঁপাহ নাই। দুদিনমান সিহঁতে কঠাল গছৰ পাতৰ আঁৰত লুকাই থকা কঠালবোৰকে খালে। এতিযা খাবলৈ একো নাই। আশা কৰিবলৈকো একো নাই। চৰকাৰী সাহায্যৰ নামত মাজতে এদিন শুকান চিৰা এমুঠিমান পাইছিল। এতিযা বহুদিন তাকো নাই। এমুঠি চিৰাৰেনো কি হ'ব? দপদপাই জ্বলি থকা জুই একুৰাত দুডাল শুকান মৰাঠাৰি পেলাই দিলে ছাই হ'বলৈ কেতপৰ?

লাহে লাহে বৰষুণ এৰিবলৈ ধৰিলে। পানীও শুকাবলৈ লাগিল। পদ্মা আৰু ধলেশ্বৰীৰ বোকাই অঞ্চলটো ফেনফেনীযা বোকাৰে ভৰাই পেলালে। অ'ত ত'ত গেলি পচি থকা জীৱ-জন্তু আৰু মানুহৰ শবোৰৰপৰা উৎকট গোন্ধ ওলাবলৈ লাগিল। জাকে জাকে মাখিৰ আবিৰ্ভাৱ হ'ল। খোৱা বস্তু — ভোকৰ ভাত মুঠি কি, পিয়াহৰ পানীটোপাৰে অনাটন। খালে ডোঙে পানী, নদীত পানী, কিন্তু খাবলৈ পানী নাই।

মানুহ জানো বান্দৰ যে চিৰদিন গছৰ ওপৰতে থাকিব? গছৰ ওপৰৰপৰা মানুহবোৰ মাটিলৈ নামিল। ক'তোৱেই শান্তি নাই। গছৰ ওপৰতো নাই, গছৰ তলৰ মাটিতো নাই। ঘৰবোৰৰ বানে বেছিভাগেই উটুৱাই নিলে। ভেঁটিৰ চিনে চিনে মানুহবোৰে সৰু সৰু চালি একোখন তুলি ল'লে। দিন কাল ভাল হ'লে পুনৰ ঘৰখন ঘৰ হৈ পৰিব। চোতালৰ মূৰত ফুলিব যুতি ফুল।

যিহেতু মানুহ গছৰ ডালে ডালে বগাই ফুৰা জীৱ নহয়, প্ৰযোজন সাপেক্ষেহে মানুহ গছৰ ওপৰলৈ উঠে। সেয়েহে মাটিলৈ নামিয়েই মানুহবোৰে স্বস্তিৰ দীঘল উশাহ এটা লৈ হিচাপ-নিকাচ আৰম্ভ কৰিবলৈ লাগিল। আজীৱন হিচাপ-নিকাচ কৰাই মানুহৰ একমাত্ৰ পৰিচয়। হিচাপৰ বহী শূন্যৰে আৰম্ভ কৰি শূন্যৰে শেষ কৰিলেও মানুহে শূন্যৰ হিচাপেই আজীৱন কৰে। বচিৰৰ মাকে মাটিলৈ নামিয়েই

উ উ কৈ কান্দিবলৈ লাগিল। বচিৰে ধমক দিলে — 'মা, মনে মনে থাক। তোৰ কান্দিবলৈ কিহে পাইছে?' বুঢ়ী মনে মনে থাকিল। জোৎস্নাই ক'ৰবাৰপৰা কলমৌ শাক এসোপা বুটলি আনিছিল। কলমৌ শাক পানী পালে নমৰে। বাঢ়িহে যায়। বুঢ়ীয়ে জোৎস্নাৰ লগ লাগি কলমৌ শাক বাছিবলৈ লাগিল। খুদকণ এটা নপৰা পেটত কলমৌ শাক সিজোৱাই অমৃত যেন লাগিব। দিন ভাললৈ আহিব। সদায় একেদৰে থাকিবনে? লাহে লাহে পানী আৰু অলপ শুকালে খাল ডোংবোৰত বিচাৰিলে মাছ পুঠিও পোৱা যাব। নদীৰ পলসে পলসুৱা কৰা মাটিত কিছুদিনৰ পিছতেই ভৰভৰকৈ যিহকে গুজি দিয়া যায় সিয়েই গজি আহিব। এইবাৰ কিজানি লগ পোৱা যাব দৰিদ্ৰ মানুহে জীৱনত কাহানিও লগ নোপোৱা সেই সোণালী সুদিন। জমাৰ ঘৰৰ শূন্যটোৰ কস্মিন কালেও হৰণ ভগন নহ'ব বুলি ভবা মানুহ খিনিৰ মনলৈ আশাৰ চিকমিকনি এটা এনেদৰেই আহিল।

মানুহ বৰ আশাধাৰী জীৱ। দুখৰ বোকাৰে লেটি পেটি হৈয়ো মানুহে সুখৰ সৰগখনৰ আশা কৰে। মানুহবোৰ আশা কৰিবলৈ ব্যাকুল হৈ পৰাৰ সময়তে দেখা গ'ল ঠায়ে ঠায়ে কলেৰা আৰু টাইফযেড লাগিছে। এটাই আটিছিলগৈ, এটাই জোলোঙা উদং কৰি থৈছিলেই, এতিয়া আৰু এটা লাগিল। বচিৰৰ মাক প্ৰথমেই পৰিল। পুৰণি হৈ ফুলৰ ৰং বিবৰ্ণ হোৱা আৰু জীৱনৰ সুবাস নাইকিয়া হোৱা কঠাখন গাত মেৰিযাই লৈ বুঢ়ীজনী জ্বৰৰ তাপত কঁপি থাকিল। ডাক্তৰ নাই, ঔষধ নাই, পথ্য নাই, আহাৰ নাই। বুঢ়ীৰ বোকাপানীৰ দৰে ৰং লোৱা ঘোলা চকুহালত সাধুকথাবোৰ আহি পাৰেমানে থুপ খাবলৈ ধৰিলেহি।

বুঢ়ীজনী মৰাৰ দুদিন পিছতে ৰাতিৰ ৰাতিটো শৌচ বমি কৰি ৰাতিপুৱালৈ জোৎস্নাযো চকু মুদিলে। কোনে কালৈ চাব, কোনে কাৰ কাৰণে কান্দিব? মাথো এঘৰতেই জানো এনে ঘটনা? অঞ্চলটোৰ ঘৰে ঘৰে একেটাই ঘটনা। মাথো সোধাহে হয, কেইটা থাকিল, কেইটা মৰিল। মানুহৰ ঘৰে ঘৰে কান্দোন। কান্দি কান্দি মানুহবিলাকৰ কান্দিবৰ শক্তিযো নোহোৱা হৈছে। চকুপানীত সেমেকি থকা চকু চকুপানীতে শুকাবলৈ ধৰাৰ সমান দুখ পৃথিৱীত কিজানি আৰু একো নাই।

প্ৰযোজন অনুসৰি চৰকাৰী সাহায্য আহি পোৱা নাই। দুখীয়া মানুহৰ বাবে চৰকাৰো নাই, ভগবানো নাই। বছৰৰ প্ৰথমটো বানতেই এনে। বানপানী নহ'লেবা ধুমুহা আৰু আহিবলৈ আছেই। পৃথিৱী এৰি ক'ত পাও দিয়া যায়? মৰিলে কথা নাই। নমৰিলে মানুহ জীযাই থাকিবই লাগিব। জীয়াই থকাকে কিজানি জীৱন সংগ্ৰাম বুলি কোৱা হয়। যুঁজ কৰি থাকিবলৈকে মানুহক জীৱন এটা লাগে অথবা

প্ৰাণপণ যুঁজ দিয়ো মানুহে জীৱনটো সকলো দুৰ্ভোগৰপৰা ৰক্ষা কৰিব খোজে। জড় আৰু অজড় পদাৰ্থৰ গাত থকা একমাত্ৰ মিল হ'ল সৃষ্টি, স্থিতি আৰু লয়। সৃষ্টি, স্থিতি আৰু লয় থকা সকলোৰে এটা জীৱনো আছে। মানুহৰো সৃষ্টি হয়, সৃষ্টিৰ পিছতে মানুহে স্থিতি লাভ কৰে, আৰু এসময়ত লয় হয়গৈ। আৰু সেই স্থিতিকে মজবুত কৰি ৰাখিবৰ বাবে মানুহে জীয়াই থাকিব খোজে। মানুহে জীয়াই থাকিবৰ বাবে কৰা প্ৰত্যেকটো কামেই জীৱনৰ বাবে কৰা সংগ্ৰাম। অথবা, মানুহে কৰা সংগ্ৰামেই হ'ল মানুহৰ জীৱন। বা, এনেকৈয়ো ক'ব পৰা যায় যে, মানুহে জীৱনত কৰা প্ৰতিটো কামেই জীয়াই থাকিবৰ বাবে কৰা কাম। মানুহৰ জন্ম আৰু মৃত্যুৰ মাজৰ সময়ছোৱাই জীৱন নহয়। জন্ম আৰু মৃত্যু মানুহৰ জীৱনত ঘটিবলগীয়া দুটা প্ৰয়োজনীয় ঘটনাহে। জীৱনেই হ'ল সংগ্ৰাম। জীৱিত অৱস্থাত মানুহে কৰা প্ৰতিটো কামেই হ'ল জীৱনৰ বাবে কৰা যুঁজ।

ধলেশ্বৰী আৰু পদ্মা নদীৰ মাজৰ মানুহখিনিৰ জীৱন সংগ্ৰাম এনেকৈয়ে চলি থাকিবলৈ লাগিল। জীৱন সংগ্ৰামৰ মাজে মাজে চলি থাকিল মানুহবোৰৰ সৰু সৰু সুখ-দুখ, আশা-আকাংক্ষা। মানুহবোৰৰ মৰা মৰিল, হেৰোৱা হেৰাল। থকাখিনি আকৌ এবাৰ লাড্ডু, বাবু দাটি বাবুৰ কাষ চাপিল। চৰা সুত লয। লওক। জীৱনটো থাকিলে এদিন নহয এদিন ধাৰৰপৰা মুক্ত হোৱাৰ উপায ওলাব। অথাই সাগৰত পৰি কৰুবকাই থকা মানুহৰ কাৰণে লাড্ডু বাবু, দাটি বাবু তৃণ-কুটাডালৰ দৰে পৰম সাহস। বানপানীৰ বাবে দুয়ো ঘৰেই নিজৰ নিজৰ তিনিমহলীযা ঘৰটোৰ ওপৰ মহলাত ঘৰে ঘৰোৱাহে আশ্ৰয় লৈ আছিল। বানপানী, ধুমুহাই তেওঁলোকক একো কৰিব নোৱাৰে। তেওঁলোকৰ বাবে চৰকাৰো আছে, ভগৱানো আছে, আৰু তাতোকৈও ডাঙৰ কথা তেওঁলোকে দৰিদ্ৰ সীমাৰেখাডালৰ তলত নহয — ওপৰত, হয বহু ওপৰত তিনিমহলীযা দালানৰ নিৰাপদ আশ্ৰয়ত বাস কৰে। মানুহবোৰ দুভাগ হৈ দুইজন বাবুৰ কাষ চাপিল। ওঁঠৰ কোণত জিলিকি পৰা হাঁহি এটাৰে তিনিমহলীয়া দালানৰ ওপৰৰপৰা কোলহাপুৰী চেণ্ডেল চোঁচৰাই চোঁচৰাই তেওঁলোক খটখটিযেদি নামি অহাৰ শব্দ আগফালৰ চোতালত ভাগ্যক থিযাই বৈ থকা মানুহখিনিয়ে শুনিবলৈ পালে।

॥ ৪॥

নদী জানো কেৱল পদ্মা আৰু ধলেশ্বৰীয়েই। দেশখনক জাল এখনৰ দৰে বিভিন্ন নদীয়ে ছাটি আছে। কিমান যে নদী, কিমান যে তাৰ নাম। কিমান ক'ম,

কিমান শুনিবা? যমুনা, কোৱেল, মেঘনা, বৰাক, কৰতোৱা, সুৰমা, ব্ৰহ্মপুত্ৰ — কিমান নাম। এই নদীবোৰেই মানুহৰ জীৱনবোৰকো কোলাই বোকোচাই লৈ লালন পালন কৰি আছে। নদীয়েই যদি নাথাকিল তেন্তে জীৱনৰনো কি কাম থাকিল? যদি নাকত অবিৰাম লাগি নথাকিল কলকল চলচলকৈ বৈ যোৱা নদী এখনৰ সুবাস, কাণত যদি বাজি নাথাকিল প্ৰবাহিত নদীৰ সুৰ তেন্তে জীৱনৰ অৰ্থইনো থাকিল ক'ত?

নদীৰ পাৰত এজোপা শিমলু ফুলিছে। বতাহে শিমলু ফুলৰ ৰং, বেলিৰ ৰং, নদীৰ পানী আৰু পাৰৰ মাটিৰ ৰং একাকাৰ কৰি দিছে। লাড্ডু বাবু আৰু দাড়ি বাবুৰ পৰা চৰা সুতত লোৱা টকাৰে মানুহে পুনৰ আৰম্ভ কৰিছে জীৱন সংগ্ৰাম। মালিকৰ মাটিত কোনোবাই কৰিছে ধানৰ খেতি, কোনোবাই মৰাপাটৰ। কোনোবাই নাও আৰু জাল ভাডালৈ লৈ পুনৰ নদীৰ মাজলৈ গৈছে মাছ মাৰিবলৈ। কোনোবাই নাৱেৰে মানুহ পাৰাপাৰ কৰিছে, কোনোবাই চলাইছে ৰিক্সা। যোৱাটো বানত ধাৰে লোৱা টকাৰ ধাৰ মাৰিবলৈ থাকিলেই, পুনৰাই বান আহিল, আৰু মানুহৰ সপোনবোৰ পুনৰ থানবান কৰি দিলে। আকৌ লাড্ডুবাবু আৰু দাটি বাবুৰেই  ভৰসা। আকৌ চৰা সুতত ধাৰ। দিনে দিনে সুত বাঢ়িল। তথাপিও মানুহবিলাকে সুখ আনন্দও কৰে। বিষাদ আৰু আনন্দ এনেদৰে সংপৃক্ত হৈ থাকে যে তাক কাহানিও পৃথক কৰা নাযায়। আজৰি সময় পালেই পৰিশ্ৰমী মানুহবোৰৰ কিছুমান আহি শিমলুজোপাৰ তলৰ বাঁহৰ বেঞ্চখনত বহেহি। দুখৰ সুখৰ কথা পাতে। বিড়ি খায়। অভিজ্ঞতাৰ আদান প্ৰদান কৰে। নদীৰ ফালৰপৰা শীতল বতাহ এছাটি আহে। মানুহবোৰে আৰাম পায। কোনোবা একোটাই টোপনিয়াবলৈকো ধৰে।

'দেখিছানে, নদীৰ পানীৰ ৰং কেনেকৈ ৰঙচুৱা হৈ পৰিছে? মই চিৰাজ চাহেবৰ পৰা ভাড়াত নাও লৈ নদীত মানুহ ইপাৰ সিপাৰ কৰোঁ। শিমলু ফুলৰ কথা মোক সোধা। নদীখনৰ সিটো পাৰে কেৱল শিমলু গছ। ফুলিবৰ পৰত এনে লাগে যেন নদীৰ পানীতহে শিমলু ফুল ফুলিছে। এনেকুৱাই ৰং। আকাশত জুই জ্বলাই দিয়ে। সিপাৰৰ ছোৱালীবোৰ ছোৱালী নহয়, যেন একো একোপাহ শিমলুৰহে ফুল। শিমলু ফুলাৰ বতৰত মধুপুৰৰ হাবিৰপৰা মৌ মাখিবোৰ আহি ভনভনাই ফুৰেহি। ফুলৰপৰা সিহঁতে মৌৰস লৈ যায়, আৰু ৰহঘৰাত থযগৈ। ৰহঘৰাৰপৰা মৌ চুৰ কৰি খাবলৈ ৰাতি ৰাতি হাবিৰপৰা ভালুকবোৰ ওলাই আহে। এবাৰ শহুৰৰ ঘৰলৈ যাওঁতে মই ৰাতি নিজে ভালুকৰ মুখৰ আগত পৰিছিলোঁ।'

'থৈ দিয়াহে তোমাৰ কথা। ভালুকৰ মুখৰ আগত পৰিছিলা, তাকো ৰাতি, সাৰি আহিলা কেনেকৈ?'

'কেনেকৈ সাৰিলোঁ? বুদ্ধি আছে ভাই বুদ্ধি। মই মানুহটো দেখিছাহে কেটেং মেটেং। বঠা মাৰি মাৰি গাৰ মঙহ গাতে শুকাইছে। কিন্তু মূৰৰ বুদ্ধিৰ বাহটো শুকোৱা নাই। নহ'লে হাত নাও বাই বাই পদ্মা নৈত মানুহ ইপাৰ সিপাৰ কৰা কি মুখৰ কথা?'

'বাৰু ভালুকৰ কথাটো বুজিলোঁ। ফুলে জানো নদীৰ পানীৰ ৰং সলনি কৰিব পাৰে?'

'নাজানো।'

'মই জানো। ফুলে নহয়, বেলিযেহে পানীৰ ৰং সলনি কৰে, আৰু সলনি কৰে নদীৰ পাৰত বাস কৰা মানুহৰ সুখ আৰু দুখ। পাৰত মানুহ নাথাকিলে নদীখনৰো জীৱন নাথাকে। তোমালোকে সুখ দুখ কেনেকৈ সলনি হয, সেই কথাটো নাজানা। মই জানো।'

কি আচৰিত কথা কয ডেকা ল'ৰাটোৱে। নদীৰ জানো থাকে মানুহৰ দৰে এটা জীৱন? যি জীৱনত দুখেই দুখ, সুখৰ পৰিমাণ তেনেই কম। নদীযে জানো মানুহৰ দৰে সপোন দেখে? আশা কৰে? শোক-দুখ, হৰ্ষ-আনন্দ, ঘাত-প্ৰতিঘাত, অভাৱ-প্ৰাচুৰ্য নাথাকিলে মানুহৰ জীৱন এটা জীৱন হ'ব নোৱাৰে। যুঁজ আৰু সন্ধি চুক্তি আৰু নিযম ভঙাৰ সাহসে জীৱন এটা জীৱন কৰে। শিমলু গছৰ তলত বহি আৰাম কৰি থকা মানুহখিনিযে কথা কওঁতাজনৰ মুখলৈ চালে। ভাল মানুহৰ ঘৰৰ ল'ৰাৰ দৰে এটা ক'লা ৰঙৰ লংপেণ্ট আৰু সেউজীয়া ৰঙৰ চোলা পিন্ধিছে। লংপেণ্টটো অৱশ্যে পুৰণি। চোলাটো কিন্তু নতুন। দেখিলেই ধৰিব পাৰি দুই এদিনৰ আগতেহে চোলাটো হাটৰপৰা কিনি আনিছে। দাটিকোচা দীঘল আৰু কিচকিচিযা ক'লা। মূৰত ডাঠ চুলি আৰু চুলিখিনিত তেল সানি চিকচিকীযা কৰি ধুনীযাকৈ ফণিযাই থৈছে। চুলিৰপৰা উৰিছে জবাকুসুম তেলৰ সুবাস। ডেকা ল'ৰাটোৰ চোলাৰ ওপৰৰ জেপত এটা কলম আৰু এযোৰ ক'লা চছমা। লংপেণ্টৰ জেপৰপৰা ৰঙা ৰঙৰ ৰুমালৰ মূৰ এটা ওলাই আছে। গাঁৱৰ মানুহৰ বাবে ল'ৰাটোৰ মুখখন অচিনাকি। ক'ৰ মানুহ, কি কথা? কোনখন নদীৰ পাৰৰপৰা কোনখন নদী পাৰ হৈ বা ইযালৈ আহিছে। দেখিলে এনে লাগে যেন ঢাকাৰ কলেজৰপৰা কলেজ পাছ কৰি মাক বাপেকৰ বুকু জুৰাই থকা পণ্ডিত ল'ৰা।

'ক'ৰ মানুহ মিঞা ভাই? দেশ ক'ত? জিলা কি? ঘৰ ক'ত?' এজনে প্ৰশ্ন

কৰিলে। কোন গাঁৱৰ মানুহ? পদ্মা নে ধলেশ্বৰীৰ পাৰৰ? কোন নদীৰে যাতায়াত কৰা হয়? কোন ঘাটৰ পানী খোৱা হয়? কোনখন নদীয়ে তোমাক লালন-পালন কৰিছে?

ডেকা মানুহটোৰ নাম মইনুল। মৰিয়ম বাপুৰ ঘৰত আলহী হৈ থকা আজি কেইদিনমান হ'ল। বেচেৰী অকলশৰীয়া মানুহজনী। যোৱাটো বানত ল'ৰা-ছোৱালী, ঘৰৰ মতা মানুহ, একেজনী গাখীৰতী গাই আৰু বুঢ়ী শাহুৱেকক হেৰুৱাই তাই এতিয়া নিকুটুমা। আগৰ ভেঁটিতে নতুনকৈ চালি এডোখৰ তুলি তাতেই বাস কৰে, আৰু লাড্ডু বাবুৰ ঘৰত কাম বন কৰে। গৰু গাইৰ আপডাল কৰা, দানা সিজোৱা, গোবৰ পেলোৱা, গোহালি অতোৱা — এই ধৰণৰ কাম। অকলশৰীয়া মানুহজনীক লাড্ডু বাবুৱেও মৰমৰ চকুৰে চায। টিনপাত দি ঘৰটো সজাতো সহায কৰি দিছে। সেই মৰিযম বাণুৰে হেনো সম্পৰ্কীয ভাযেক। হযো, কলেজ পাছ কৰা ল'ৰা। ভালেই হৈছে। নিকুটুমা বাযেকজনীৰ দুখ দুৰ্দশাৰ খবৰ ল'বলৈ এনে সমযত যে ভায়েকটো আহি ওলালহি। দুখৰ সাগৰত ডুব গৈ ককবকাই থকা বায়েকজনীক যে থাপ মাৰি ধৰিলেহি। ককাই-ভাইনো কেলেই লাগে মানুহক? এনেবোৰ কাৰণতেই লাগে। ভাযেকটো আহি পোৱাৰেপৰা মৰিযম বাণুৰ সুখ হৈছে। গাঁৱে গাঁৱে ঘূৰি ফুৰা ফেৰিৱালাৰপৰা কিনা চাপ দিযা ফুলাম শাডী পিন্ধিছে। ফপৰীয়া চুলিযে গোন্ধ তেলৰ মুখ দেখি ৰ'দত জিলিকি পৰাকৈ চিকচিকীযা হৈছে। ফটুৱৈ ফটা গোৰোহা কেইটাও মিহি যেন দেখা গৈছে। তাই কিজানি আজিকালি ভাযেকৰ যহতে ফুলচাবোনেৰে গা ধোৱে আৰু মুখত ক্ৰিম আৰু পাওডাৰ ঘঁহে। আনকি আজিকালি তাই নীলা ৰঙৰ ফিটাৰ হাৰাই চেণ্ডেল এযোৰ মাজে মাজে পিন্ধাও মানুহৰ চকুত পৰিছে। মাছে পুঠিয়ে দুবেলা দুমুঠি পেট ভৰাই খাবলৈকো পাইছে কিজানি। মুখখন চিকুণ হৈ পৰিছে আৰু মুখলৈ পৰিতৃপ্তিৰ ছাঁযা এটাও আহিছে। পেটত ভোক নাথাকিলে সাধাৰণতে এইধৰণৰ পৰিতৃপ্তিৰ ছাঁযা এটাই মুখত তিৰবিৰাই থাকে। আৰু বোধহয় জীৱন সম্পৰ্কে আটাইতকৈ সুখকৰ ধাৰণাই হ'ল পেটত ভোক নথকাটো।

লংপেন্টৰ জেপৰপৰা বিডি এমুঠি উলিয়াই লৈ জুইশলা এটাৰে মইনুলে বিড়ি মুঠি মানুহখিনিৰ ফালে আগবঢাই দিলে। সি নিজে এটা চিগাৰেট জ্বলালে। শিমলু জোপাৰ তলৰ বেঞ্চখনত বহা বাকীবোৰ মানুহতকৈ সি পৃথক। সি বিশেষ মানুহ। হয়ো হয়। ঢাকাৰ কলেজৰপৰা কলেজ পাছ কৰিছোঁ বুলি সি নিজেই কৈছে। পণ্ডিত ল'ৰা। বহুত কথা জানে। দেশ বিদেশৰ কথা ক'বই নালাগে। মানুহ খিনিৰ চকুতো

সি বিশেষ মানুহ হিচাপে অতি কম সময়ৰ ভিতৰতেই পৰিগণিত হৈ পৰিল। আৰু তাৰ জ্ঞানগধুৰ কথা-বতৰাবিলাকতো মানুহে যথেষ্ট গুৰুত্ব দিবলৈ লাগিল।

বিড়িৰপৰা ওলোৱা ধোঁৱাৰে নদীৰ পাৰ ধূঁৱলি কুঁৱলি হ'বলৈ ধৰিলে। আজৰি পালেই মানুহে দহোবন কাটি কৰি থৈ নদীৰ পাৰৰ শিমলুজোপাৰ তললৈ ঢাপলি মেলা হয়। ল'ৰাটোৰ বয়স কম হ'লে কি হ'ব, তাৰ কথাত যুক্তি আছে। মুখৰপৰা বিভিন্ন ধৰণৰ কথা আখৈ ফুটাদি ফুটি শিমলুজেপৌৰ তলত ছিটিকি ছিটিকি পৰে। ৰাজনীতি-সমাজনীতিৰ কথা, সাহিত্য-সংগীতৰ কথা, বজাৰৰ দৰ ভাও, কিয় মানুহ দুখীয়া হয়, আৰু চহকী হয়, বিজ্ঞানৰ ন ন আবিষ্কাৰ, বানপানী, দুৰ্ভিক্ষ — নানান কথা। মানুহবোৰে তাৰ কথা শুনি আপোনপাহৰা হৈ নিজৰ মাজতে ঘূৰি যাওঁতে কথা পাতে। 'মানিব লাগিব, মানিব লাগিব। ল'ৰাটো দেখাত যেনে দেখনিয়াৰ, কথা বতৰাতো তেনে জ্ঞান। আজিলৈকে কিমান বানপানী আহিল আৰু কিমান বানপানী গ'ল — কিমান মানুহ মৰিল আৰু কিমানৰ জন্ম হ'ল, কোনে আমাক দেশ দুনীয়াৰ ইমান খবৰ জনাইছিল?' বহুতদিনৰপৰা মানুহবোৰৰ বুকু দুখেৰেই পৰিপূৰ্ণ হৈ আছিল। এতিয়া এনেকৈয়েই ফাওতে পোৱা বিড়ি হুপি, মনৰ আনন্দত কথা এষাৰ পাতি বুকুৰ দুখবোৰ নিগৰাই দিবলৈ লাগিল। সিহঁতে নাজানে, দুখবোৰ নিগৰাই দিয়াৰ পিছত খালি হোৱা বুকুবোৰ সিহঁতে পুনৰাই দুখেৰেই পৰিপূৰ্ণ কৰি ল'ব লাগিব। মানুহৰ মনবোৰ পাতল হৈ পৰিল, আৰু সিহঁতৰ গুণগুণাই গুণগুণাই গান গাবলৈ মন গ'ল।

মানুহবোৰে কথা পাতি থাকে। আজৰি পৰৰ হৰেক ৰকমৰ কথা। মইনুলে আহি বিড়ি এমুঠি আগবঢ়াই দিয়ে। দিনান্তৰ শ্ৰমৰ ক্লান্তি বিড়িৰ ধোঁৱাৰ সৈতে উৰি যায়। লাহে লাহে মানুহবোৰ ৰঙিয়াল হৈ পৰে। সিহঁতৰ সুখৰ দিনৰ স্মৃতিচাৰণেৰে নদীৰ পাৰ উথপথপ হ'বলৈ লাগিল। নদীখনেও যেন মানুহৰ সুখৰ দিনৰ কথা শুনি ঘাটটোত থমক মাৰি ৰৈ যায। এইখিনিতে এটা প্ৰশ্ন হ'ব পাৰে। উপাৰ্জনহীন, নিশকতীয়া, অভুক্ত মানুহৰ কিহৰ সুখৰ দিন? সিহঁতৰ সুখৰ দিন বুলি কিবা কথা থাকেনে? পিছে, থাকে। সকলো মানুহৰেই দুখৰ দিনো থাকে, সুখৰ দিনো থাকে। দুখ দুখীয়া মানুহৰেই একচেটিয়া সম্পত্তি নহয়। সুখো নহয় চহকীৰ সম্পত্তি। দুখ সুখৰ তাৰতম্য থাকিব পাৰে। দুখীয়াৰ বাবে সুখ কম, দুখ অধিক। সেয়েহে দুখীয়া মানুহে অকণমান সুবিধা পালেই কাহানিবাতেই জীৱনলৈ এভুমুকি মৰা সুখ এচমকাৰ স্মৃতিচাৰণ কৰিবলৈ বহি যায়।

'মোৰ নাও আহি এইপাৰৰ ঘাটত লাগেহি। নাৱত ৰূপৰ টকাৰ দৰে চকচকাই

জিলিকি থাকে ইলিচ মাছৰ পিঠি। কেতিয়াবা পাভ মাছ। কেতিয়াবা ডাঙৰ ডাঙৰ মিছা মাছ। মিছা মাছৰ খোলাটো গুচাই জলকীয়া মচলা দি ৰন্ধা জোল খাইছনে তইঁতে? আমি কেতিযাবা আঁহিব নোৱাৰিলে ৰাতি নদীৰ বালি চাপৰিত থাকোঁ। মিছা মাছবোৰ বগাই বগাই আহি বালিতলাগেহি। আজলি পাতি ধৰা আৰু খোলাটো গুচাই সৰহীয়া তেলত ভাজি জলকীয়া মচলাৰে আঞ্জা কৰা। থুপথুপীযা আঞ্জা। গৰম ভাতৰ সৈতে সানি খাবলৈ ভাল।'

'তুমি কথাবোৰ বৰ দীঘলীযা কৰা।'

'ৰ'বা আচল কথা কোৱা হোৱাই নাই। মই মালিকৰ হাতত মাছ আৰু নাও চমজাই দি ঘৰলৈ ওলটো। নিজান নিতাল হৈ থাকে গাঁৱৰ আলিবাট। মই তেতিয়া ছোৱালীজনীৰ খোজৰ শব্দ শুনো। ভৰিত জুনজুনকৈ বাজে ৰূপৰ পাযেল। তাইৰ গাত পদ্মা নে ধলেশ্বৰীৰ পানীৰ গোন্ধ। ধলেশ্বৰীৰ পানীৰ সোঁতৰ দৰে তাইৰ খোজৰ ছন্দ। খোজত ছিটিকি পৰে নৈৰ পানীত তিতি অহা শৰীৰৰপৰা নদীৰ বুকুত বুৰ মৰা জোনবাইটোৰ ৰং। চুলিত লাগি থাকে পদ্মা নদীৰ ঢৌ। তাইৰ শৰীৰটো ৰূপৰ টকাৰ দৰে চকচক কৰা ইলিচ মাছৰ দৰে ৰাতিও জিলিকে। মোৰ আগে আগে তাই গৈ থাকে। মোৰ হাতত থাকে মালিকৰপৰা খুজি অনা সৰু ইলিচ বা পাভ এটা। মই তাইক লগ ধৰিবলৈ বুলি খৰকৈ খোজ দিওঁ। লগ ধৰিব নোৱাৰোঁ। কবৰস্থানৰ ওচৰৰ হাবিখনৰ ছাঁত তাই নোহোৱা হৈ যায।'

পৃথিবীৰ প্ৰত্যেক মানুহৰে একোটা নিজা নিজা কাহিনী থাকে, আৰু মানুহে সেই কাহিনীৰ স্মৃতিচাৰণ কৰি আনন্দ লাভ কৰে। আৰু স্মৃতিচাৰণ কৰা দিনবোৰেই হৈছে মানুহজনৰ সুখৰ দিন। দুখৰ দিনৰ কথা ক'লেও মানুহে সেই দুখ সুখলৈ ৰূপান্তৰ কৰিহে তাৰ কথা কয। আচলতে মানুহে দুখৰ মাজতো সুখৰেই অনুসন্ধান কৰি ফুৰে অহৰহ। আৰু সেয়েহে দুখৰেই হওক বা সুখৰেই হওক সকলো স্মৃতিযেই মানুহক বৰ কাহিল কৰে। মানুহৰ স্মৃতিচাৰণত সুখৰ কাহিনীতো ৰহণ চৰে, দুখৰ কাহিনীতো ৰহণ চৰে। সুখৰ কাহিনীত অধিক হৈ পৰে সুখ, দুখৰ কাহিনীত দুখ। কিন্তু মানুহে দুখৰ কাহিনীৰ ৰোমন্থন কৰিলে চিৰদিন তাৰ সুখৰ ফালটোহে স্বীকাৰ কৰি লয। 'তোমাক কি ক'ম আব্দুল ভাই? তেওজ বছৰ — সেই যে বৰ ডাঙৰ ধুমুহা এটা আহিছিল, গছ-গছনি সকলো যে মাটিত শুই পৰিছিল, ঘৰ-দুৱাৰ ভাগি মানুহৰ আৰু গৰু-ম'হৰ যে বিলাই নোহোৱা হৈছিল, কিমান মৰিল, কিমান হেৰাল, বাচি থকাবোৰৰো যে কিমান ঘৃণীয়া হ'ল, মনত আছেনে তোমাৰ? মোৰ নিশকতীয়া আইক যে ধুমুহাই উৰুৱাই নি সিখন গাঁৱৰ বাঁহগছ এজোপাত পেলাই থৈ গ'ল।

আগভঙা বাঁহৰ জোঁঙে আইক সী পেলাইছিল, সেইটো ধুমুহা। মই আকৌ ঘৰতেই নাছিলোঁ, মাছ মাৰিবলৈ বুলি আছিলোঁ নৈৰ মাজত। হঠাতে অহা ধুমুহাই নাওখন লুটিয়াই পেলালে। নাৱত থকা বাকীকেইজন ক'লৈ গ'ল ক'ব নোৱাৰিলোঁ। মইনো ক'লৈ গ'লোঁ তাকো মই নাজানো। ধুমুহাই মোক উৰুৱাই নিলে নে ৰাক্ষসীৰ ৰূপ লোৱা নদীখনে মোৰ আইৰ ৰূপ লৈ মোক আঁচলেৰে বুকুত সাৱটি উটুৱাই নিলে মই আজিও নাজানিলোঁ। ধুমুহা শাম কটাত দেখিলোঁ মই নদীৰ পাৰৰ বহু দূৰৈত থকা মৰাপাটৰ খেতিৰ মাজৰ আঁঠুৱনীয়া পানীত বহি আছোঁ। গোটেই ধুমুহাটো মোৰ চকুৰ আগেৰে পাৰ হ'ল। আঃ প্ৰকৃতিৰ কি তাণ্ডৱ ৰূপ। যেন মানুহজাতিক খাওঁ বুলি লকলককৈ জিভা মেলি আহিছে। বহুদিন ভোকত থকা মানুহৰ দৰে প্ৰকৃতিয়ে এফালৰপৰা খাই আনিছে। কি হিন্দু, কি মুছলমান, কি মাটি, কি নদী, কি গছ, কি ঘৰ। মাথো থাব লাগে খাইছে। 'সেই ধুমুহাৰ পিছতেই আহিল বানপানী। বানপানীৰ মাজতে জন্ম হ'ল মোৰ সৰু ছোৱালীজনী। তোমাক কি ক'ম ৰামচৰণ ভাই। ক'লে ক'বা, গণি মিঞাই মিছা কথা কয়। এনে ৰূপহ কেঁচুৱা মই ক'তো দেখা নাই। যেন বেহেস্তৰ ফুল। কি চাবা গাৰ ৰং, কি চাবা নাক চকুৰ গঢ। মোৰ দৰে মানুহৰ ঘৰত তাই যেন ৰাজকুমাৰী এজনীহে জনম ল'লেহি। বানপানীৰ মাজত জন্ম — মাকে ক'লে তাইৰ নাম প্লাবিতা হওক। পিছে নামটো বুকু ভৰাই মাতি তাইৰ সতে হাঁহি ধেমালি কৰিবলৈ নাপালোঁৱেই। মাকৰ বুকুত গাখীৰ নোহোৱা হ'ল। কি খাই বাঢিব মাকৰ বুকুৰ গাখীৰ? পোৱতী মানুহৰ ভোক। কিন্তু তাই এবেলা আধাপেটী কৈ খাবলৈ পায়, বাকী চাৰিবেলা খাবলৈ নাপায। গাখীৰ খাবলৈ নাপাই পেটৰ ভোকত মোৰ ছোৱালীজনী কান্দি কান্দি মৰি থাকিল। তাই মৰাৰ দুদিনৰ পিছত মাক। মাক মৰাৰ এসপ্তাহৰ পিছত মোৰ বাকী দুটা ল'ৰা-ছোৱালী।'

'দুখ জানো কেৱল তোমাৰ? আমাৰ সকলোৰে গণি মিঞা। দুখ ইমান প্ৰচুৰ যে আমি সকলোৱে ভগাই ল'ব পাৰোঁ। সুখৰ পৰিমাণ নিচেই কম। আমাৰ নিজকেই নাটে। সুখে মানুহক স্বাৰ্থপৰ কৰে।'

'তথাপিও আমি হাঁহো ৰামচৰণ। কাৰণ কি জানানে? দীৰ্ঘদিনীয়া দুখৰ মাজত কম পৰিমাণৰ সুখৰ মুহূৰ্ত এটাৰ সপোন দেখি আমি ব্যাকুল হৈ পৰোঁ। এতিয়াও মই গৈ ঘৰ নোপোৱালৈকে মোৰ আই বৈ থাকে পিৰালি কাঠিত বহি বহি। মুখৰ আগত চাকি এটা জ্বলাই থয়। কেতিয়াবা আহি ঘাটত বহি থাকেহি। আযে মোক আকৌ এজনী ছোৱালী আনি ঘৰ সুমুৱাবলৈ কৈ থাকে। ময়ো ভাবি আছোঁ। ঘৰখন আকৌ পাতিব লাগিব। যোৱাবোৰ গ'ল। চিন্তা কৰি জানো কিবা উদ্ধাৰ পাব পাৰি?'

মানুহবোৰে বিড়ি হোপে আৰু কথা পাতি থাকে। দুখৰ কথা শেষ হয় সুখৰ কথা আহে। পুনৰ সুখৰ কথা শেষ হয়, ওলাই দুখৰ কথা। স্মৃতিচাৰণে দুখ গভীৰ কৰে, সুখ কৰে সুখৰ। সুখ আৰু দুখৰ সেয়েই পাৰ্থক্য।

'বানপানী হৈ যোৱা ইমান দিন হ'ল। নদীৰ বালিয়ে খেতিৰ মাটি পুতি পেলাইছে। জাল আৰু নাও ধাৰলৈ লৈ মাছ মাৰিবলৈ যোৱা, দিনৰ দিনটো, ৰাতিৰ ৰাতিটো জাল বাই যি মাছ পোৱা সেয়া আধামূলীয়াকৈ মহাজনক বিকি, জাল আৰু নাও চমজাই তোমালোক ঘৰলৈ আহাঁ। জাল আৰু নাৱৰ ভাডাও মহাজনে মাছতেই কাটি ৰাখে। মাছ নোপোৱাৰ দিনাৰ ভাডা পিছদিনালৈ জমা হয়। তোমালোকৰ মূৰৰ ওপৰত ধাৰৰ বোজা দিনে দিনে বাটি যায়। কি হিন্দু, কি মুছলমান, তোমালোক গৈ শৰণ লোৱাগৈ লাড্ডু বাবু আৰু দাটি বাবুৰ ওচৰত। মুক্তি কেনেকৈ হ'ব? ইটো পুৰুষৰ পিছত সিটো পুৰুষলৈ তোমালোক লাড্ডু বাবু আৰু দাটি বাবুৰ পৰিযালৰ বন্ধা গোলাম হৈ পৰা। তোমালোকৰতো মুক্তি নাযেই, তোমালোকৰ এতিযাও জন্ম নোহোৱা কেঁচুৱাবোৰৰো মুক্তি নাই।'

মইনুলৰ কথাত জোৰ এটা আছে। সি সকলো কথাকে বিশ্বাসযোগ্যতাৰে উপস্থাপন কৰিব পাৰে। দুখৰ কথাও পাৰে, সুখৰ কথাও পাৰে। মানুহখিনিৰ কাৰণে তাৰ অন্তৰে কান্দিবলৈ ধৰিলে — 'ইমান দুখ তোমালোকৰ। ইমান দুখ।' সি ঘনে ঘনে চিগাৰেটৰ হোপা মাৰে আৰু নাকেৰে ধোঁৱা উলিযায। 'স্বাধীন হ'বৰ মন নাযায়নে তোমালোকৰ? চৰাইৰ দৰে স্বাধীন? চিৰদিন শিকলিৰে হাত-ভৰি বান্ধি লোহাৰ সজাত পোহনীযা পখীৰ দৰে সোমাই থাকিলা। স্বাধীনতাৰ কথা তোমালোকে কি বুজিবা?' মইনুলে আকাশলৈ চায। যেন উৎকৰ্ণ হৈ তাৰ কথা শুনিবলৈ ৰৈ থকা মানুহবোৰতকৈ আকাশত অকলশৰে বনাই থকা চিলনীজনীযেহে তাৰ মনোযোগ কাটি লৈ গৈছে। আকাশলৈ চাই চাযেই সি আকৌ ক'বলৈ লাগে — 'ঘৰ সাজা। বানপানীযে উটুৱাই লৈ যায। আকৌ ঘৰ সাজা। ধুমুহাই ভাঙে। চৰকাৰে কি সহায কৰিছে তোমালোকক? মাথো তোমালোকৰ দৰে পৰাধীন দুখীযা মানুহবোৰক মুখৰ আগত লৈ তেওঁলোকে ৰাজনীতি কৰে। তোমালোকৰ দৰে মানুহক লৈ ৰাজনীতি কৰিবলৈ ভাল।' সি আকৌ কিছুপৰ ৰয। যেন মানুহখিনিৰ প্ৰতিক্ৰিযা লক্ষ্য কৰে। 'ইমান দুখ-যন্ত্ৰণাত তোমালোক কেনেকৈ যে জীযাই আছা ভাবি মই আচৰিত হওঁ। নদী এখনৰ পাৰত বাস কৰা, অথচ নদীখন তোমালোকৰ নহয। নিশাৰ নিশাটো, ধুমুহা বৰষুণ কাতি কৰি মাছ মাৰা, কিন্তু তোমালোকৰ ল'ৰা-ছোৱালীযে ভাল মাছ এটা মুখত দিবলৈ নাপায়। তথাপিও তোমালোকে কিয় যে মাটিত খামোচ মাৰি পৰি থাকা মই ক'ব নোৱাৰোঁ।'

'কি কৰিম, কলৈ যাম- আমি? এইখন দেশ যে আমাৰ নিজৰ দেশ। তোমালোকেই কোৱাচোন কালীপ্রসন্ন, গণি মিঞা, এইখন দেশ জানো আমাৰ দেশ নহয়? নিজৰ মাটি, নিজৰ নদী, নিজৰ পানী। নদীৰ পাৰত আমাৰ জন্ম হৈছে, নদীপৰীয়া বতাহে আমাক ডাঙৰ দীঘল কৰিছে। ইয়াৰ মাটিৰ তলতে এদিন শুই থাকিম।'

'মই তোমালোকক এখন নতুন দেশলৈ লৈ যাব পাৰোঁ।' শেষ হোৱা চিগাৰেটটো দূৰলৈ দলিয়াই মইনুলে আৰু এটা চিগাৰেট জ্বলাই ল'লে, আৰু এইবাৰ বিডিৰ মুঠা নহয়, চিগাৰেটৰ পেকেটটো মানুহখিনিৰ ফালে আগবঢাই দিলে। 'অৱশ্যে তোমালোকৰ নিজৰ কথা। মোৰ লগত যাবও পাৰা নাযাবও পাৰা। মই জোৰ নকৰোঁ। তাত তোমালোকে মনৰ সুখত থাকিবা। নদীত মাছ ধৰিবা, পথাৰত খেতি কৰিবা, মৰাপাট আৰু ধানৰ খেতি কৰি দুপইচাৰ মুখ দেখিবা। তাত তোমালোকে কাম কৰিবা আৰু দুবেলা দুসাজ পেট ভৰাই খাবলৈ পাবা। তোমালোকৰ ল'ৰা-ছোৱালী স্বাস্থ্যবান হ'ব, অইন ল'ৰা-ছোৱালীৰ দৰে সিহঁতৰো পেট খালী হৈ নাথাকে। সিহঁতে পঢা-শুনা কৰিব। বেমাৰত পাব ঔষধ, আৰু আটাইতকৈ ডাঙৰ কথা, তোমালোকৰ লগতে সিহঁতেও স্বাধীনতা পাব, আৰু মুক্ত হৈ পৰিব।'

মইনুলে আঁৰ চকুৰে মানুহখিনিলৈ চালে। চিগাৰেটৰ ধোঁৱাৰ ধুঁৱলি কুঁৱলিৰ মাজত ইজনে সিজনৰ মুখৰ ফাললৈ চোৱা তাৰ চকুত পৰিল। দুই এজনে তলমূৰকৈ কিবা ভাবি থকাও সি দেখে। আজিলৈ ইমানে২ হ'ব। আজি সিহঁতে চিন্তা কৰক। মানুহক সি তাৰ ক'বলগীযাখিনি কৈ দিছে। মানুহবোৰেও নিশ্চয় নিজৰ ক'বলগীযাখিনি তাক জনাব। একেখিনি কথাকে বেছিকৈ কোৱা উচিতো নহয। বহাৰপৰা মইনুল থিয হ'ল। 'আব্দুল ভাই, ঘৰলৈ নোযোৱানে? সন্ধিয়া লাগি অথনিতেই ভাগিল। বাইদেৱে ভাত খাবলৈ মোলৈ ৰৈ আছে চাঁগে। গণি মিঞা, তোমাৰ ছোৱালীজনীৰ জ্বৰটো এৰিছেনে? এৰিব লাগে। মই দিয়া ঔষধটোৱে কাম কৰে।'

দুদিনলৈকে মইনুলক কোনেও দেখা নাপালে। সি ঘৰতে সোমাই থাকিল নে কোনোবা ফালে ওলাই গ'ল কোনেও গম ধৰিবই নোৱাৰিলে। মাথো সন্ধিযাৰ জিৰণিৰ সমযৰ আড্ডা তাৰ অনুপস্থিতিয়ে সেমেকাই পেলালে। তাৰ সমান ধুনীয়াকৈ কথা ক'ব কোনে পাৰে? তাৰ দৰে সুন্দৰ সপোন দেখুৱাবনো জানে কোনে? ছাল ছিগা মানুহবোৰে সপোন দেখিবলৈ ভাল পায।

দুদিনৰ পিছতহে মইনুল আহিল। সপোন দেখিব খোজা মানুহখিনিয়ে তাক

আগুৰি ধৰিলে। ক'লে — 'কেনি গৈছিলা মইনুল ভাই?' নক'লে — 'তুমি আমাক সপোন দেখুওৱা। আমি সপোন দেখিবলৈ সাজু।' মইনুলে আজিও চিগাৰেটৰ পেকেটটোকে আগবঢ়াই দিলে, আৰু নিজেও এটা জ্বলাই লৈ হোপা মাৰি মাৰি আকাশখনৰ ফালে চাবলৈ লাগিল। এনেদৰে চাবলৈ লাগিল যেন বতৰৰ সকলো আওভাও বুজি পোৱা সি এজন পাকৈত বতৰ বিশেষজ্ঞহে। মানুহে তাৰ মুখত ফুটি উঠা ভাবৰপৰা বতৰ নিৰীক্ষণ কৰি আগজাননী দিয়া ক্ষেত্ৰত যে সি বিশেষভাৱে অজ্ঞহে, সেই কথা ধৰিবই নোৱাৰিলে।

'বোধহয় আকৌ নেৰানেপেৰা বৰষুণ দিব। আকাশখন দেখিছানে? বৰষুণ দিলেই নদীৰ পানী ওফন্দি আহিব। আৰু ধুমুহাৰতো কথাই নাই। নাবাও বুলিও চাৰি চাপৰ বায়। সেয়েহে মই কওঁ, এইখন দেশ, এইখন নদী তোমালোকৰ নিজা নহয়। মোৰ লগত ওলোৱা। মই তোমালোকক ধুমুহা, বানপানীৰপৰা মুক্ত নিজাকৈ এডোখৰ মাটি দিম। তোমালোকক নিজাকৈ এখন নদী দিম। নিজৰ নদী এখন নালাগেনে তোমালোকক? নদীত তোমালোকে গা ধুবা, সাঁতুৰিবা, মাছ মাৰিবা, খৰি ধৰিবা, নাও বাই মানুহ ইপাৰ সিপাৰ কৰিবা। মাটিত খেতি কৰিবা, ঘৰ সাজি বাস কৰিবা। মোৰ একো অইন উদ্দেশ্য নাই। এটাই মাথোন উদ্দেশ্য — তোমালোকৰ সুখ। তোমালোক মোৰ নিজা মানুহ হৈ পৰিছা।'

বক্তৃতা দীঘলীয়া হ'ল যদিও মানুহবোৰে মইনুলৰ মুখৰ ফালে ভেবা লাগি চাই কথাবোৰ শুনি থাকিল। সুখৰ দেশ এখনৰ সপোনত মতলীয়া হৈ পৰা এজাক অষ্টম দৰিদ্ৰ ছালছিগা মানুহ। সপোনত মত্ত হোৱা মানুহৰ অসহায় অৱস্থাৰ সুযোগ ল'বলৈ ভাল। সহজ আৰু অনায়াস। মইনুলে বুজি পালে।

জন্মহোৱা ঠাইখন এৰি থৈ যোৱাটো যিমান সহজ বুলি ভবা হয়, দৰাচলতে সিমান সহজ নহয়। যাবলৈ ওলোৱা বহু কেইজনেই শেষ মুহূৰ্তত নাযাওঁ বুলি ক'লে। বহুতেই এইবাৰ নহয়, পিছৰ বাৰলৈ যাম বুলি ক'লে। অচিনাকি নিৰুদ্দেশ যাত্ৰা। ক'লৈ বা লৈ যাব, ক'ত বা থ'বগৈ। তাতোকৈ নিজৰ ঠাইতে ললাট ভুঞ্জি মৰি যোৱাও ভাল। নাখাই নবই লেকাট লাগি থকাও ভাল। কেনে বা সেইখন দেশ, কেনে বা সেইখন দেশৰ মানুহৰ ভাষা, আচাৰ, নীতি, ধৰ্ম? নাযাওঁ বুলি মন বান্ধি লোৱাবোৰে নিজকে সেইবুলি বুজালে। যাবলৈ বুলি ওলোৱাসকলৰ আকৌ যুক্তি বেলেগ। ইয়াত থাকিলে মৰণৰ বাদে উপায় নাই। তদুপৰি এতিয়াও মাকৰ পেটত থিত নোলোৱা কেঁচুৱাটোলৈকে গোলামী। এনেও মৰা, তেনেয়ো মৰা। নিজৰ দেশ, লোকৰ দেশ বুলি মৰণত কি বাচ বিচাৰ আছে? তেওঁলোকে প্ৰত্যেকেই

মইনুলৰ হাতত নিৰ্ধাৰিত পৰিমাণৰ টকা জমা দিলে। ইমানবোৰ মানুহক সুখৰ দেশ এখনলৈ লৈ যাব। বেচেৰা মানুহটোৰ হাতত সেই সপোনৰ দেশৰ চাবিকাঠিৰ বাহিৰে অইন একোৱেই নাই। হাত খৰচ, বাট খৰচ লাগিব। মানুহবোৰৰ হাতত সাঁচতীয়া পইছা নাছিলেই। থাকিবনো ক'ৰপৰা? তেনেই জুৰুলা মানুহ। স্থাৱৰ অস্থাৱৰ সম্পত্তি বিক্ৰী কৰা হ'ল। আৰু এদিন পুৰুষ-তিৰোতা, সৰু ল'ৰা-ছোৱালী সমন্বিতে প্ৰায় পঞ্চাশ জনমান মানুহ দোভাগ নিশা ওলাই আহিল।

একাষে পদ্মা নদীক লৈ মানুহবোৰ মইনুলৰ তত্ত্বাৱধানত আগুৱাই গৈ থাকিল। কেতিয়াবা ৰেল গাড়ীত, কেতিয়াবা মটৰ গাড়ীত, কেতিয়াবা নাৱত। গোৱালগু ঘাট পাৰ হ'ল। পাবনা, চিৰাজগঞ্জ পাৰ হ'ল। পালেহি যমুনা। ইমান দিনে মানুহবিলাকে আচলতে নিজৰ গাঁওখন, ওচৰৰ হাট আৰু শহৰেকৰ গাঁওখনৰ বাহিৰে ইমান দূৰলৈ অহাই নাই। পদ্মা নৈত মাছ ধৰা মানুহখিনিয়ে নৈ খনেৰে সৰু হাতনাও এখনত মাছ মাৰিবৰ বাবে যিমান দূৰ যাব লাগে সিমানখিনি দূৰলৈ উজাই ভটিযাই গৈছিল। দেশ দুনীয়া যে ইমান আহল-বহল, পদ্মা আৰু ধলেশ্বৰীৰ বাদেও যে আৰু আহল-বহল নৈ পৃথিৱীত আছে, তাকে ভাবি গুণি মানুহবোৰ তধা লাগিল। যেন, মানুহবোৰ আহি এটা বেলেগ গ্ৰহতহে উপনীত হৈছেহি। চকুত বিস্ময়, মুখত শংকাৰ চিন। 'এইখন ক'ৰ দেশ মইনুল ভাই? ক'লৈ লৈ আহিলা তুমি আমাক? এই নদীখনৰেই নাম জানো যমুনা? এইখন নদী জানো আমাৰ নিজা নদী?'

'এইখন নদীৰ নাম যমুনা। ব্ৰহ্মপুত্ৰ নদীৰ নাম শুনিছা নহয় তোমালোকে? সেইখন নদীক এই অঞ্চলত যমুনা বুলি কয়।'

মইনুলে উত্তৰ দিলে। 'নদী একেখনেই। নাম বেলেগ বেলেগ।' 'নদীৰ নাম হ'ব লাগে নদী। বেলেগ নাম কিয় হয়? সকলো নদীযেইতো একে। একেই ধৰ্ম, একেই পানী আৰু তাৰ গোন্ধ, পাৰৰ মাটি, আৰু নদীৰ পাৰত বাস কৰা মানুহ। নদীৰ নাম বেলেগ কিয় হয় মইনুল ভাই?'

মানুহবোৰে উত্তৰৰ বাবে মইনুলক বিচাৰিলে। মইনুলক দেখা পোৱা নগ'ল। ইয়াৰ পিছত মইনুলক দেখা পোৱা নগ'লেই। ঘৰ, ভৰিৰ তলৰ এচমকা মাটি, আৰু এখন নিজাকৈ নদী বিচাৰি ঘৰ, মাটি আৰু নদী এৰি থৈ মইনুলৰ ওপৰত পৰম বিশ্বাস স্থাপন কৰি ওলাই অহা মানুহখিনি ইতিমধ্যে শাৰীৰিক আৰু মানসিকভাৱে ক্লান্ত আৰু অৱসন্ন হৈ পৰিছিলেই, মইনুলৰপৰা পোৱা এই আঘাতটোৱে মানুহবোৰৰ হৃদয় এইবাৰ চুৰ্ণমৈ কৈ ভাঙি পেলালে। সিহঁতে সিহঁতৰ সমস্ত টকা-পইছা আৰু দুই এপদ অলংকাৰ মইনুলৰ হাতত জমা থৈছিল। সেই সমস্ত হেৰুৱাই মানুহবোৰ

সম্পূৰ্ণৰূপে অসহায় আৰু নিঃসম্বল হৈ পৰিল। নিঃসম্বল নিৰুপায় মানুহো কিন্তু পিছুৱাই আহিব নোখোজে; আৰু বিশেষকৈ সকলো হেৰুওৱাৰ পিছত হেৰুৱাবলৈ যেতিয়া সিহঁতৰ একো নাথাকে তেতিয়া বুকুত খোপনি পোতা অদম্য সাহসেই মানুহবোৰৰ শেষ সম্বল হৈ পৰে। কেৱল পেটত ভোক থাকে, আৰু থাকে সাহস।

মানুহবোৰ গৈ থাকিবলৈ ধৰিলে। পৃথিবীত আৰু এদল মানুহে খোপনি পুতিবৰ বাবে ভৰিৰ তলত এচমকা মাটি, সাহস সঞ্চয় কৰিবৰ বাবে মূৰৰ ওপৰত এখন আকাশ, আৰু আবেগ বিহ্বল হ'বৰ বাবে এখন নদী বিচাৰি কৰা যাত্ৰাৰ এনেকৈয়ে আৰম্ভণি হ'ল। মইনুলৰ ঠাইত ইতিমধ্যে বেলেগ মানুহ এটাৰ আবিৰ্ভাৱ হৈছিল। মানুহটোৰ গাৰ ৰং কেট কেট কৰে ক'লা। আৰু তাৰ চকুদুটা নিশা মেকুৰীৰ চকু জ্বলাদি অনবৰতেই জ্বলি থাকে। মাত কথাত মইনুল আছিল মোলায়েম। অৱশ্যে সি ভিতৰি ভিতৰি চতুৰ আছিল। কিন্তু এই মানুহটো দেখাই-শুনাই, কথাই-বতৰাই ডকাইতৰ দৰে। ডকাইত কি — ডকাইত দলৰ চৰ্দাৰেই কিজানি সি। তাৰ ছুটা মাত কথাত বিৰক্ত হৈ মানুহবোৰে তাৰ সতে প্ৰযোজনীয কথা-বতৰা পাতিবলৈকে বাদ দিলে। দলটোৰ ধুনীয়া আৰু অপেক্ষাকৃতভাৱে কম বয়সীয়া তিৰোতা আৰু ছোৱালী কেইজনীলৈ সি বৰ বেয়াকৈ চায়। মাজে মাজে সিহঁতৰ সতে অশ্লীল চুপতিও কৰিব খোজে। মানুহটোৰ লগত কথা-বতৰা বৰকৈ নহ'লেই, গতিকে সিহঁতে তাৰ নামটো নাজানিলে।

মানকাচাৰতে দলটো দুভাগ হ'ল। সৰু সৰু গোটত ভাগ হ'লে ভাল। পুলিচৰ চকু আছে। অন্য মানুহৰো তীক্ষ্ণ চকু আছে। মানকাচাৰত দুভাগ হোৱা দলটোৰ এটা দলত থাকিল ছুটামুখীয়া মানুহটো, অইনটো দল বেলেগ এটা মানুহৰ হাতত চমজাই দিয়া হ'ল। তাৰে এটা গোট মানকাচাৰৰ পথেৰে লুকাই চুৰকৈ হাবি জংঘলৰ মাজেৰে নতুন দেশখনলৈ সোমাব, আৰু আনটো গোট বৌমাৰী আৰু দৈ খোৱালৈকে নদীৰ বাটেৰে আগুৱাই যাব। নতুন দেশখনৰ সীমালৈকে থ'বলৈ নাও লৈ ঘাটত নাৱৰীয়া সাজু হৈ আছেই। সীমা পাৰ কৰিবলৈকো মানুহ আছে। পহৰীয়াৰ চোকা চকুত ধূলি দি আকৌ কেতিয়াবা পহৰীয়াকে ভাৰ ভেটি দি ইখন দেশৰপৰা সিখন দেশৰ সীমা পাৰ কৰিবলৈ অভিজ্ঞ আৰু কৌশলী লোকৰ প্ৰয়োজন। তেনে লোকৰো অভাৱ নাই।

মানুহবোৰৰ সপোন ইতিমধ্যে ধূলিসাৎ হ'বলৈ আৰম্ভ কৰিছে। এখন দেশৰপৰা অইন এখন দেশ। এখন নিজৰ দেশ, সিখন পৰ দেশ। লোকৰ দেশ এখনলৈ সোমোৱাটো বৰ কঠিন। সিহঁতে দিনত নৈৰ পাৰৰ হাবিৰ মাজত সোমাই শুই বহি

থাকে। নিশা চোৰৰ দৰে নৈখন পাৰ হয়। নৈৰ পাৰে পাৰে সৰু সৰু লুংলুঙীয়া বাট। সীমাত সীমাৰখীয়া। সীমাৰখীয়াৰ হাতত বন্দুক। দেখা পালেই গুলীয়ে বুকু থকা-সৰকা কৰিব। জীয়াই থাকিবলৈ অহা মানুহ সিহঁত। মৰিবলৈ বুলি ওলাই অহা মানুহ নহয়। প্ৰাণৰক্ষা কৰাৰ তাগিদাত মানুহবোৰৰ বুকু কঁপি থাকে। ৰাতিপুৱাৰপৰা পাছদিনা ৰাতিপুৱালৈকে কেৱল প্ৰাণৰক্ষা কৰাৰ তাগিদা। কেৱল ভয়। এইটো তাগিদাৰ বাবেই সিহঁত অসীম সাহসীও হৈছে, আৰু সেই একেটা তাগিদাই সিহঁতক গাঁতৰপৰা ওলাই অহা নিগনি একোটাৰ দৰে ভযাতুৰো কৰিছে। সিহঁত এফালে সাহসী হৈছে, অইন ফালে হৈছে কাপুৰুষ। সিহঁতে সাহৰ কাৰণে নিজকে শ্ৰদ্ধা কৰিছে, অইন হাতে কাপুৰুষালিৰ কাৰণে হেৰাইছে সিহঁতৰ আত্মসন্মান। সিহঁতে বীৰৰ দৰে জীয়াই থকাৰ সংগ্ৰাম কৰিছে, আৰু চোৰৰ দৰে সীমা পাৰ হ'বলৈ যত্ন কৰিছে। সিহঁতে মৰিবৰ বাবে সাজু হৈ জীযাই থকাৰ বাবে প্ৰাণপণ শ্ৰম কৰিছে।

যিহেতু কোনো মানুহেই এটা মানুহ নহয, আৰু মানুহ দুটা হোৱাই মানুহৰ ধৰ্ম. সেযে এইখিনি মানুহো কোনোটো মানুহেই এটা মানুহ নহয। দুটা সম্পূৰ্ণ বিপৰীত মুখী মানসিক অৱস্থাই মানুহখিনিক মাজে মাজে আত্মদহন কৰিবলৈ লাগিল। মানুহে কৰা সৰু-ডাঙৰ, ভাল-বেযা প্ৰতিটো কামেই নিজৰ জীৱনৰ বাবে আৰু জীযাই থাকিবলৈকে কৰা কাম। জীযাই থাকিবৰ বাবে মানুহে কৰা প্ৰতিটো কামেই সেযেহে জীৱন সংগ্ৰাম।

সৰু সৰু গোটত বিভক্ত হৈ মানুহবোৰ লুকাই চুৰকৈ গৈ বেলেগ এখন দেশত সোমালগৈ। বেলেগ দেশৰ বেলেগ মানুহৰ হাতত সিহঁতক চমজাই দি বাট দেখুৱাই লৈ অহা মানুহকেইটা নোহোৱা হ'ল। সিহঁতৰো কাম শেষ হ'ল, আৰু হিচাপ-নিকাচ শেষ কৰি লোৱাৰ পিছত সিহঁত কেইটানো কেনি নোহোৱা হ'ল কোনেও ধৰিবই নোৱাৰিলে। অসহায আৰু নিঃসম্বল মানুহখিনিক বৰ অকলশৰীযা হৈ পৰা দেখা গ'ল। সিহঁতে একো কৰিবও নোৱাৰে, ক'বও নোৱাৰে। প্ৰতিবাদনো কৰিব কি? পেটত ভোক আৰু পিয়াহ, বুকুত ভয আৰু দুৰ্ভাবনা। খোৱাৰ খোজেপতি অপৰাধ। বেলেগ দেশ এখনলৈ আহি সিহঁতৰ প্ৰাণৰ ভয বাঢ়িবলৈ লাগিল। খোজটো দিবলৈকে ভয। নতুন দেশ। অচিনাকি দেশ। এই দেশৰ বা নিযম কানুন কেনে? মানুহবোৰবা কেনে? কিজানিবা খোজেপতি দণ্ড বিধান। কাক ক'ব নিজৰ বুকুৰ কথা, কাৰ ওচৰত পাতলাব দুখ? কথা এষাৰ ক'লেই, নিজৰ অসহায় অৱস্থাটোৰ কথা বুজাবলৈ গ'লেই দুইখন দেশৰ আইন-কানুন আৰু মানুহে

সিহঁতক জগৰীয়া কৰিব। সিহঁতক কোনো এখন দেশেই নিজৰ বুলি গ্ৰহণ নকৰিব। সিহঁতৰ নাথাকিব নিজা নদী, মাটি আৰু আকাশ। ওলমি থাকিব লাগিব ক'ৰবাত চিৰটি কাল। ওলমি থাকিবলৈ প্ৰতিটো মকৰাৰো একোখন জাল আছে। সিহঁতৰ বাবে জালৰ সূতা এডালো নিজাকৈ নাই — মাথো থাকিব সিহঁতক ঘেৰি একোখন বিস্তীৰ্ণ জাল। সিহঁত এতিয়া মাত্ৰ ডবা খেলৰ গুটি। সিহঁতক লৈ কোনোবাই ডবা খেলে। কোনেবা খেলে, কিযবা খেলে এই ভয়ংকৰ খেল এই মানুহবোৰে নাজানে।

।। ৫।।

ডবা খেলৰ গুটিৰ দৰে মানুহবোৰ ইফালৰপৰা সিফাললৈ ঘূৰি ফুৰিবলৈ লাগিল। এবাৰ ইটো খেলুৱৈৰ হাতলৈ গুটিটো আহিল যদি সিবাৰ সিটো খেলুৱৈৰ হাতলৈ গ'ল। ছালছিগা দুখীয়া মানুহখিনিকেই আগত লৈ সকলোৱে নিজৰ কাম কৰে। সিহঁতৰ উন্নতিৰ কথাকে কৈ মানুহৰ আবেগৰ ভেঁটি থৰক-বৰক কৰি ৰজা ৰজা হযগৈ, পণ্ডিত হযগৈ পণ্ডিত, সাহিত্যিক হযগৈ সাহিত্যিক, কবি হযগৈ কবি। সিহঁতকে আগত লৈ বুদ্ধিজীৱীযে শ্ৰোতাৰ কাণৰ কণামাকৰি সৰুবাই বক্তৃতা দি হাত তালি লয। গৱেষকে জীৱন সম্পৰ্কে অধ্যযন আৰু গৱেষণা কৰে। পৃথিৱীৰ সকলো দুখীযা আৰু নিঃসম্বল মানুহৰে এই একেখনেই কপাল। অথচ সিহঁতক লৈ খেলা এই ভয়ংকৰ খেলাখন থান-বান কৰি বন্ধ কৰি দিব পৰা প্ৰচণ্ড শক্তি সিহঁতবোৰৰ হাততেই আছে। ছালছিগা মানুহখিনিযে আজীৱন নিজৰ ছিগা ছালৰ কথাই ভাবে বাবে লুকাই থকা সেই প্ৰচণ্ড শক্তিৰ উমান কোনেও নাপায।

নদীপৰীযা মানুহে নদী বিনে বাস কৰিব নোৱাৰে। বিশাল নদী এখনৰ পাৰত সিহঁত আহি বসবাস কৰিবলৈ আৰম্ভ কৰিলে। চটাইৰ বেৰ আৰু খেৰৰ চালি দিযা ঘৰ। সিহঁতে চিনি নোপোৱা অন্য পৰিয়ালো সেই এটা কোঠাৰ আগ চোতাল পাছ চোতাল নোহোৱা ঘৰবোৰত আছিল। চা-চিনাকি হ'ল। সকলোৰে একেই কাহিনী। পৃথিৱীৰ সকলো ছালছিগা অষ্টম দৰিদ্ৰ মানুহৰে জীৱনৰ কাহিনী মোটামুটিভাৱে একেই। পদে পদে প্ৰৱঞ্চিত আৰু শোষিত হোৱাৰ কাহিনী। আচলতে এইটোৱো এটা ব্যৱসায়। মানুহে মানুহক লৈ কৰা ব্যৱসায।

অস্থাযী ঘৰবোৰত ভাগ ভাগ কৈ নতুন আৰু পুৰণি মানুহৰ সানমিহলি কৰি মানুহবোৰক থাকিবলৈ দিয়া হ'ল। প্ৰথমে এই ঘৰতেই সিহঁতে থিতাপি ল'ব লাগিব। তাৰ পাছতহে বেলেগ বেলেগ উপায়েৰে সিহঁতক অন্য ঠাইলৈ পঠিয়াই দিযা হ'ব।

ইয়াৰ বাবেই এটা চক্ৰই নিৰহ-নিপানীকৈ কাম কৰি আছে। সুবিধাৰ বাবে হিন্দু আৰু মুছলমান — এই দুভাগত মানুহখিনিক ভাগ কৰা হ'ল। ধৰ্মৰে কেৱল ভগবানকে আবাহন কৰা নহয়, আবাহন কৰা হয় নীচতা আৰু আত্মাৰ দাৰিদ্ৰকো।

পোনতে মানুহখিনিক মৰাপাট আৰু ধান খেতিত দৈনিক হাজিৰা হিচাপে কাম কৰিবলৈ লগাই দিয়া হ'ল। হাজিৰা নিচেই কম। কম হাজিৰাত হাড ভগা খাটনিৰে খাটি দিবলৈ পেটৰ তাডনাতে সিহঁত বাধ্য। সুখৰ দেশ এখনৰ সপোন দেখুৱাই সিহঁতক লৈ অহা হৈছে। সুখৰ সপোন একোটাৰো মূল্য আছে। খেতিত নলগাখিনিযে নদীত নাও বাবলৈ আৰু মাছ ধৰিবলৈ লাগিল। ইতিমধ্যে কেইবাটাও ল'ৰা-ছোৱালীৰ জন্ম হ'ল, কেইবাটাও মৰিল। বছৰৰ প্ৰায় ছমাহ পানীৰ তলত থকা ঠাইখিনিত মানুহৰ জীৱন দুঃসহ হৈ আহিবলৈ ধৰিলে। থকা ঠাইৰ অকুলন। বিদেশী ঠাই বুলি ইফালে সিফালে মুকলিমূৰীয়াকৈ ঘূৰি ফুৰিবলৈকো ভয়। দিনৰ দিনটো কাম কৰি সন্ধিয়া পৰত যেতিয়া দুখে ভাগৰে হেঁচা মাৰি ধৰে, তেতিয়াই উপস্থিত হয মানুহ এটা। মানুহটোৱে ৰঙা সেউজীয়া আঁচ আঁচ থকা এখন লেতেৰা লুঙী পিন্ধে। মুখত অনবৰতেই থাকে জৰ্দাপাণ। তিনিশ ষাঠি নম্বৰৰ ৰেলগাড়ী মাৰ্কা জৰ্দাৰ গোন্ধে নাক জনজনাই যায। গোন্ধটো যেন বৰ ভযাবহ। মূৰত ধৰা। মানুহটো আহি প্ৰত্যেকটো কোঠাতেই ভুমুকি মাৰে।

'আইচকে উপাৰ্জন অয নাই মিঞা।'

'উপাৰ্জন না অইলে কি কইৰা অয়? আমাৰ ৰেট একদিন বিশ টেহা।'

'বিশ টেহা? বেচি অয মিঞাভাই। আমি দিন তিৰিছ টেহা পাই। আইচকা কাম পাই নাই। কন থিক্যা দিমু?'

'কন থিক্যা দেও আমি কি জানি? আমাকে দাওৱাই নাগব। তৰ ৰেচন কাৰ্ড আমি বাইৰ কইৰা দিলা। দিলা না না দিলা? বোটেৰ লিচে তৰ নাম দেওৱা লাগে না না লাগে? বোটে লিচে নাম না থাকলে খেদাইয়া দিব। এহন কনে যাবি?'

এৰা, কলৈ যাব? দুকুল হেৰুওৱা মানুহৰ ক'লৈকো যাবলৈ ঠাই নাই। ভৰিৰ তলত মাটি নোহোৱা মানুহৰ একো নাই। মানুহটোৱে লুঙীৰ খোচনাৰপৰা লেতেৰা ফটা-ছিটা নোট কেইখনমান উলিয়াই দিয়ে। দুৰ্যোগৰ দিনত কামত লাগিব বুলি পইছা কেইটামান সাচি থৈছিল। দুৰ্যোগ সদায়েই থাকে। পইছা নাথাকে।

'আৰ টেহা নাই মিঞাভাই।'

'আমাকে কত টেহা দিলা? আট টেহা? বাকী কয়ডা?'

'আমাৰ আটে টেহা নাই।'

'ঘৰ থিক্যা বাইৰ্‌ কইৰা দেও।'

'ঘৰেও নাই।'

মানুহটোৰ চকুকেইটা জুইৰ আঙঠাৰ দৰে জ্বলিবলৈ ধৰিলে। 'তুই আমাক ফাকি দেছ কে? কাইলকে যদি পুলিচ দিয়া তবে খেদাইয়া না দিই আমাৰ নাম জব্বৰ মিঞা অয না।'

পানী একলহ লৈ সোমাই আহিল ৰেচমা বিবি। মানুহটোৰ পত্নী। মানুহ এঘৰত ধান মাৰি জাৰি ফুকি ভৰাই থৈ তাই অলপ আগতেহে ঘৰ সোমাইছিলহি। আগতে দুইটাই লগ লাগি ৰচি বটা কাম কৰিছিল। মৰাপাট ধাৰলৈ আনি দুইটাই ৰচি বাটে। বিভিন্ন ধৰণৰ ৰচি। হালৰ বলদ গৰু সাঙুৰি বন্ধা ৰচি, গাহৰি বন্ধা ৰচি, গৰু এৰাল দিয়া, কুঁৱাৰপৰা পানী তোলা, জলয়া শিকিয়া, আৰু ঘৰৰ দৈনন্দিন কামত ব্যৱহাৰ হোৱা বিভিন্ন ধৰণৰ ৰচি। ৰেচমা বিবিয়ে ৰচি বটা কামটো মাকৰ ঘৰতে শিকি আহিছিল। দুইটাই ৰচি বাটে, আৰু গিৰিয়েকে তিক্রিকিল্লা বা শিলচৰৰ হাটত নি বিক্ৰী কৰি থৈ আহেগৈ। শিলচৰৰ হাটলৈ বহুত দূৰ। ৰাতিপুৱা গ'লে উলটি আহি ঘৰ পাওঁতে ৰাতি হয। বাছত যাব লাগে। অনবৰতে ৰচি বাটি থকাও বৰ কষ্টকৰ কাম। ৰচি ভেদে গুণ বেলেগ। কেতিযাবা এগুণীযা, কেতিযাবা তিনিগুণীযা, কেতিযাবা ছগুণীযা, আঠগুণীয়া। ৰচি বাটোতে বুকুৰ বিষ হয, হাত সিৰামুৰিযে ধৰে। মাজে মাজে মৰাপাটৰো দাম বাঢে। আগৰ বাকী সোধাব নোৱৰাৰ বাবে মৰাপাটো ধাৰলৈ ল'ব নোৱৰা হয়। সাতে সোতৰই মিলি মানুহটোৱে দুদিনমান ৰচিৰ ব্যৱসায বাদ দিযে, আৰু বেলেগ কাম বিচাৰে। কাম পালে ভালেই, নাপালে টেকেলি কাটি।

ধানৰ ঘুগুলা লাগি ৰেচমা বিবিৰ গাটো খজুৱাইছিল। এনেয়েই গৰম। তাতে ঘাম আৰু ধানৰ ঘুগুলা লগাত তাইৰ গাটোত চিটচিটনি এটা উঠিছিল। ৰেচমা বিবি গা ধুবলৈ বুলি নৈলৈ গৈছিল। সিহঁতৰ বিয়া হোৱা বছৰ চেৰেক হ'ল। ল'ৰা-ছোৱালী হয আৰু মৰে। ৰেচমা বিবিৰ শৰীৰৰ ৰং নতুন ধানখেৰৰ দৰে উজ্জ্বল। শৰীৰৰ বান্ধোনো শিথিল হোৱা নাই। নীলা ৰঙৰ শাড়ীখন পিন্ধি লৈ তাই নদীত বুৰ মাৰি ঘঁহি পিহি গাটো ধুইছিল। গা ধুই উঠি পিন্ধিবলৈ বেলেগ কাপোৰ নাই। সেয়ে তাই তিতা গাতে শাড়ীখন চেপি লৈ শুকাবলৈ দিছিল। গাৰ কাপোৰ গাতে শুকাব। তেনেকৈয়ে শুকায়। নদীপৰীয়া বতাহত তাইৰ গাৰ কাপোৰখন শুকাবলৈ লৈছিল। আৰু তাইৰ নতুন ধান খেৰৰ দৰে উজ্জ্বল আৰু ক্ষীণ দেহাটো সেই আধা তিতা আধা শুকান শাড়ীখনে আলফুলে মেৰিয়াই ধৰিছিল। মাটিৰ কলহটোত পানী একলহ

লৈ কোঠাটোলৈ সোমাই আহিয়েই তাই কিছু অপ্ৰস্তুত হৈ পৰিল। জব্বৰ মিঞাই জোৰকৈ গিৰিয়েকৰ লুঙীখন খুলি জোকাৰিবলৈ লৈছে। জব্বৰ মিঞাৰ তিনিশ ষাঠি নম্বৰৰ ৰেলগাড়ী মাৰ্কা জৰ্দা আৰু মেদিনীপুৰীয়া মিঠা পাণৰ নাক জনজনোৱা, মূৰত ধৰি যোৱা গোন্ধটোৰ সতে কোঠাটোৰ পৰিৱেশ অস্বস্তিকৰ হৈ পৰিছে। তাইৰ গিৰিয়েকৰ লুঙীখন খুলি জব্বৰ মিঞাই চিঞৰি আছে — 'আমাৰ টেহা কযদা? তামাচা? আমাৰ টেহা কযডা?' কোঠাটোৰ ভিতৰত অসহায় আৰু বিধ্বস্ত ৰূপত থিয় হৈ আছে তাইৰ মতা মানুহটো। উলংগ। অপমানিত' ৰেচমা বিবি কিছুপৰ বিমূঢ় হৈ ৰ'ল। অপমানিত হোৱা মানুহটোৰ বিধ্বস্ত ৰূপে তাইক চূৰমাৰ কৰি পেলালে। জব্বৰ মিঞাৰ চকু তাইৰ মুখৰ ওপৰত। তাৰ অনবৰতে জৰ্দাপাণ চোবাই থকা মুখখন আচৰিতভাৱে মেল খাই আছে। দাঁতবোৰ লেতেৰা আৰু ৰং ধৰা। ওৰণিখন দীঘলাই পানীকলহ নোথোৱাকৈয়েই তাই বাহিৰ পালেহি। আৰু বেৰখনত আউজি থকথককৈ কঁপিবলৈ লাগিল। ইফালে ভিতৰত অপমানিত আৰু বিধ্বস্ত হোৱা তাইৰ গিৰিয়েকে জব্বৰ মিঞাৰ হাতে ভৰিয়ে ধৰি কাও বাও কৰিছে— 'লুংগীডা দ্যান মিঞা। আমাৰ একডাই কাপৰ। দ্যান মিঞাভাই।'

'আমাৰ টেহা?'

'আমাৰ হাতে এহুন পইছা নাই। বিশ্বেস কৰেন।'

'আমি বিশ্বেস কৰছি। আমাকে তৰ টেহা দেওৱা নাগবে না। আমি তৰ বৌৱেৰ নাকে একটা সোনৰ নাকফুল দেখছি। এহুন আমাক নাকফুলটা দে। তৰ পইছা সোধ হইযা গেল।'

ৰেচমা বিবিৰ নাকফুলিটো নানীয়েকে দিয়া। মাক মৰা ছোৱালীজনী পানী কেঁচুৱাৰেপৰাই নানীয়েকৰ লগত। মৰমতে বুঢ়ীয়ে নাতিনীয়েকক নাকফুলিটো গঢ়াই দিছিল। বুঢ়ীৰ অৱস্থা ভাল আছিল, নাকফুলি গঢ়াবলৈ চিন্তা কৰিব নালাগিছিল। ভোমোৰাটোৰ আকৃতিৰ নাকফুলি, আকাৰত মাখিটোতকৈ অলপ ডাঙৰ। নাকফুলিয়ে মানুহজনী নে মানুহজনীয়েই নাকফুলিটো — কেতিয়াবা খেলিমেলি লাগে। বহুত দুখ দুৰ্যোগ পাৰ হৈ গৈছে, মানুহজনীয়ে নাকফুলিটো বিকিবলৈ এৰি দিয়া নাই। এতিয়া জব্বৰ মিঞাৰ হাতত নাকফুলিটো তুলি দিয়াৰ পিছত শোকতে মানুহজনীয়ে ৰাতিৰ ৰাতিটো কান্দি থাকিল। গিৰিয়েকে সান্ত্বনা দি ক'লে — 'কান্দবিনা। তবে আমি একটা নাকফুল বানাইয়া দিমু।' ৰেচমা বিবিয়ে উচুপিয়েই থাকিল। কথাটো যে কেতিয়াও ফলপ্ৰসূ নহ'বগৈ সেইটো ৰেচমা বিবিয়ে জানে, তাইৰ গিৰিয়েকেও জানে। তাই উচুপি উচুপিয়েই ক'লে — 'চলেন আমি ইন থিক্যা যাই গিয়া।'

'কনে যাইবি?' গিৰিয়েকে সুধিলে।

'দ্যাশ যাইয়া আমি আৰ আপনে থাকুম।'

'কন দ্যাশ যাইবি? যাইবাৰ কি জাযগাডা আছে আমাৰ?'

এৰাতো, কোনখন দেশলৈ যাব? নিজৰ দেশলৈ যোৱাৰ দুৱাৰখন যে বন্ধ। এইখন দেশ এখন বহল দেশ। ক'ব পাৰি বিশাল দুনীয়াখনেই। ইয়াৰে ক'ৰবাত কেনেবাকৈ হাবিযে জংঘলে লুকাই থাকিব পৰা হ'লে। নিজৰ ওপৰতে নিজৰ অধিকাৰ সাব্যস্ত কৰি ক'ৰবাত এখন ঘৰ, এখন নদী, এচমকা মাটি পোৱা হ'লে। ৰাতিপুৱা খেজুৰৰ গুড় আৰু নাৰিকল ৰোকাৰে এবাটি মচমচীয়া মুৰি, নিশালৈ ইলিচ মাছ ভজা তেলেৰে নিমখ আৰু কেঁচা জলকীযা দি এমুঠি ধোঁৱা ওলাই থকা তপত ভাত মুঠিযাই মুঠিযাই খাবলৈ পোৱা হ'লে। মানুহৰনো আকাংক্ষা কিমান? বিশেষকৈ ছালছিগা মানুহৰ? ইমান তুচ্চ আকাংক্ষা পূৰণ কৰিবলৈকে আজীৱনৰ সংগ্ৰাম।

প্ৰকৃততে সকলো মানুহৰেই জীৱন ডলাৰ বগৰীৰ দৰে। অস্থিৰ। চিৰভ্ৰাম্যমাণ। কিন্তু কিছুমান মানুহৰ জীৱন আক্ষৰিক অৰ্থতেই ডলাৰ বগৰী। আজি অ'ত, কালিলৈ ত'ত। ডলাৰ বগৰী হৈ থাকোঁতে থাকোঁতে এনে হযগৈ ক'ৰবাত শিপা গজিব খুজিলেও শিপা উভাল খাই পৰে। মানুহ চিৰভ্ৰাম্যমাণ আৰু অস্থিৰ জীৱ যদিও মাজে মাজে ক্ষণিক সময়ৰ বাবে হ'লেও স্থিতাৱস্থা এটা মানুহক লাগে। অস্থিৰতা আৰু স্থিৰতাই দুখ সুখ সম্পৰ্কে মানুহৰ ধাৰণাই সলনি কৰি দিয়ে।

দুখ আৰু সুখ সম্পৰ্কে মানুহৰ ধাৰণাহে সলাব পাৰি। দুখ আৰু সুখৰ অৱস্থাটো সলাব পাৰি জানো? এইটোনো কেনে ধৰণৰ কথা? কিছুমান কথা যে বুজাবলৈ সহজ, কিন্তু বুজিবলৈ কঠিন, এইটোও তেনে ধৰণৰে কথা। ডলাখনত বগৰীবোৰ ইফালৰপৰা সিফাললৈ ঘূৰি ফুৰিবলৈ লাগিল, আৰু এনেকৈ ঘূৰি ফুৰোতেই কাৰোবাৰ জন্ম হ'ল, আৰু কাৰোবাৰ হ'ল মৃত্যু।

কাহিনী যুগে যুগে একেটাই। দলিত, বঞ্চিত, শোষিত মানুহৰ কাহিনী। মানুহ কাৰ? মানুহ শাসকৰ নে এখন নিৰ্দিষ্ট দেশৰ? মানুহ ৰাজনীতিকৰ নে দাৰ্শনিকৰ? সমাজবিজ্ঞানীৰ নে অৰ্থনীতিবিদৰ? মানুহ বুদ্ধিজীৱী পণ্ডিতৰ, বিজ্ঞানীৰ নে ব্যৱসায়ীৰ? ছালছিগা মানুহ সকলোৰে, কিন্তু সিহঁত কেতিয়াও নিজৰ নহয়। সিহঁতৰ হাতত একোটা ভোট থাকে বাবে সিহঁতক ৰাজনীতিকে বিচাৰে, এখন দেশৰ অৰ্থনীতি সলনি কৰিব পাৰে বাবে সিহঁতক অৰ্থনীতিবিদে বিচাৰে, সিহঁতক ভেঁটি কৰি লৈয়েই নতুন দাৰ্শনিক তত্ত্ব আৱিষ্কাৰ কৰিব পাৰে বাবে সিহঁত দাৰ্শনিকৰ।

প্ৰত্যেক মানুহে নিজৰ ওপৰত নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ পালে আনন্দিত। অধিকাংশ মানুহ সেই আনন্দৰপৰা বঞ্চিত — এইটোও পৃথিৱীৰে এটা নিয়ম। কিন্তু মানুহৰ যে চিৰদিনেই নিজৰ মানুহ হ'বলৈ মন যায। নিজৰ ওপৰত নিজৰ অধিকাৰ, নিজাকৈ এখন আকাশ, ভৰিৰ তলত এচমকা মাটি, মূৰৰ ওপৰত এখন চালি, এখন নিজা নদী পাবলৈ হেঁপাহ কৰে। কি কৰা যায়? এই অন্তহীন চিৰন্তন স্থিতাৱস্থা এটা পোৱাৰ হেঁপাহতে মানুহ অঘৰী হৈ ঘূৰি ফুৰে। ক'তো শিপা গজিব নোৱাৰে, অথচ মানুহৰ মহীৰূহ হোৱাৰ বাসনা। কি যে বিড়ম্বনা।

মমতা, চায়েৰা আৰু লালবাণুৰ গিৰিয়েক মৰিছিল। ঈশ্বৰ প্ৰসাদ বোলা মানুহটোৱে সিহঁতক নিজৰ তদাৰকিত লৈ আহি চাহেব আলি বোলা মানুহ এটাক গতাই দিলে। কোলাত উঠি ফুৰা, সেঙুননকা, ঢোলপেটা ল'ৰা-ছোৱালীৰে সৈতে সিহঁত আটাইকেইজনী এবাহ এবাহ ল'ৰা-ছোৱালীৰে ৰাতিৰ ৰাতিটো বাছৰ দুশাৰী আসনৰ মাজৰ খালী অংশত বহি টোপনিযাই টোপনিযাই ৰাতিপুৱা আহি এই ঠাইকণ পাইছেহি। ল'ৰা-ছোৱালীৰ বাহটোৱে সৈতে সিহঁতক চাৰিআলিটোতে নমাই বাছখন গুচি গ'ল। এতিযাই আহিমগৈ বুলি কৈ ঈশ্বৰ প্ৰসাদ বোলা মানুহটোও নোহোৱা হ'ল। সিহঁত কেইজনী পাণ-দোকানখনৰ আগৰ ফুটপাথটোতে বহিল। ৰাতিপুৱা সময়। গাড়ী মটৰৰ চলাচল তেনেকৈ হোৱাই নাই। দোকান পোহাৰবোৰো খোলা নাই। ঠেংগজা ল'ৰাকেইটাই মাকহঁতৰ হাকবচন নুশুনি ইফালে সিফালে পিনপিনাই ফুৰিবলৈ লাগিল। পাণ দোকানৰ মুখত আগদিনা কাটি চুৰুকি পেলোৱা তামোলৰ বাকলি আৰু কেচীৰে চুকীয়াকৈ কঁটা অকণমান পাণ লাগি থকা পাণৰ ঠাৰিৰ দম। মানুহ কেইজনীয়ে তামোলৰ চুৰুকি পেলোৱা বাকলিত লাগি থকা অকণ অকণ তামোল, আৰু ঠাৰিৰে সৈতে চুকীয়াকৈ লাগি থকা পাণ একোডোখৰ গোটাই গোটাই সৰহ কৰি নিজৰ চূণৰ টেমাৰপৰা চূণ উলিয়াই মুখ ৰঙা কৰি খাবলৈ লাগিল। নতুন ঠাইত এনেয়ে বহি থকাতকৈ কি কৰিব? ঠিক তেতিয়াই হিচাপ নিকাচ শেষ কৰি ঈশ্বৰ প্ৰসাদৰ সৈতে চাহেব আলি আহি ওলালহি। ঈশ্বৰ প্ৰসাদে তামোল চোবাই মুখ ৰঙা কৰি থকা মানুহ কেইজনীক ক'লে — 'তহঁত থাকিবৰ বাবে ঘৰ ঠিক কৰা হ'ল। ই মোৰ দোস্ত। ভাল মানুহ। মানুহে যদি সোধে তহঁত ক'ৰপৰা আহিছ, কি বুলি ক'বি কচোন। মই শিকাই আনিছিলোঁ নহয়।'

'দ্যাশ? দ্যাশ হই লক্ষীপুৰ। জেলা গোৱেলপাৰা। বাচ থিক্যা নাইমে হাইটে যাওৱা লাগে।'

'ইয়ালৈ কিয় আহিলি?'

'মাটি, জমি কিচ্ছুই নেই। সেই দুঃখে আইলাম। নদীয়ে নিয়া গেল। মতা মাইনষ তাকেও নিয়া গেল। মাইনষের মাটিতে আছিলাম, আৰ কতদিন থাকুম? এহুন বুদ্ধি কৰছি একপোৱা মাটি। কিছু পইছা কড়ি হইলি একপোৱা মাটি কিনমু, আৰ মাইনষের মাটি আশা কৰিয়া দ্যাশে যামু না।'

'ঠিক আছে।' ঈশ্বৰ প্ৰসাদে ক'লে। 'মমতা বাণুৱে সেইবুলিয়েই কবি। বাকী তহঁত দুজনীয়ে মানুহে সুধিলে এই চাহেব আলিৰ বিবি বুলি কবি। তহঁতৰে সুবিধা।'

চাহেব আলি এই দেশৰ নাগৰিক। বুদ্ধিটো চাহেব আলিক ঈশ্বৰ প্ৰসাদেই দিয়া। এই দেশৰ নাগৰিক বাবে চাহেব আলিৰ পত্নীযেও অতি সহজেই নাগৰিক স্বত্ব পাব। তাৰো লাভ, মানুহকেইজনীৰো লাভ, সকলোৰে লাভ। হাতত পইছা থাকিলে আইন আদালতৰ চিন্তা কৰিব নালাগে। তদুপৰি মানুহ কেইজনীৰপৰা সি দিনে বিশ টকাকৈ চল্লিছ টকা পাব। ভোটৰ লিষ্টত সিহঁতৰ নাম উঠিলেই সি আকৌ বেলেগ দুজনী বা তিনিজনীৰ গিৰিযেক হৈ পৰিব। সেইবুলি সি সিহঁতৰ লগত কস্মিন কালেও নাথাকে। পত্নীপ্ৰাণ মানুহ। ল'ৰা-ছোৱালীৰে সৈতে তাৰ সুখী ঘৰ এখন আছে। মানুহ কেইজনী থাকিব নিজৰ খৰচত ঘৰ ভাড়া কৰি। কাম কৰিব, পইছা ঘটিব আৰু খাব। নিজৰ নিজৰ ল'ৰা-ছোৱালীৰ দাযিত্বও সিহঁতে নিজেই ল'ব। কিন্তু দৈনিক আৰ্জনৰ কিছু অংশ সিহঁতে চাহেব আলিক দিব লাগিব। এইটোৱেই চুক্তি। আৰু এই ক্ষেত্ৰত সি কোনোদিনে কোনো ধৰণৰ মোকামিলা নকৰে। ঘৰত তাৰ ঘৈণীযেক আৰু চাৰিটা ল'ৰা-ছোৱালী। ল'ৰা-ছোৱালীক স্কুলত পঢ়াব লাগে। আলহী অতিথি সুধিব লাগে। চাহেব আলি কথা-বতৰা মন-মেজাজত বৰ মোলায়েম। দৈনিক নামাজ পঢে। মচজিদলৈ যায। দুখীযা দৰিদ্ৰক সহায কৰে। দেখাত তাৰ শাক পাচলিৰ সৰু দোকান এখন আছে। চাৰিখন ৰিক্সাও আছে। কিন্তু তাৰ আয় উপাৰ্জনৰ এই পথটোৰ কথালৈ কোনোবাই কিবা এবাৰ ক'লেই তাৰ খং উঠে। সুখতে থাকে চাহেব আলি। অ'লৈ ত'লৈ গ'লে বগা পায়জামা আৰু কুৰ্তা পিন্ধি, চকুত চুৰমা, দাড়িত মেহেন্দিৰ ৰং আৰু আতৰ ঘাঁহি, ৰঙীন ৰুমাল এখন কুৰ্তাৰ জেপৰপৰা আধা উলিয়াই লয়। সেই সময়ত মানুহটোৰ সুখী মুখখন দেখিলে বাটৰ বাটৰুৱায়ো এবাৰ চায়। সি কয় — 'আমাৰ নবীয়ে দাড়িত মেহেন্দি লগাইছিল। সেয়ে মেহেন্দি পাক বস্তু। শ্ৰদ্ধা ভক্তিৰে দাড়িত লগাব লাগে।' মচজিদৰ কথা ক'লে সি 'আমাৰ নামঘৰ' বুলি উল্লেখ কৰে। তাক দেখিলে হাত দীঘল আৰু বুদ্ধিয়ক মানুহ বুলি গম পোৱা যায়। স্থানীয় এম. এল. এ.জন যিটো পাৰ্টিৰেই

নহওক, সি অতি সোনকালে তেওঁৰ লগত এটা সম্পৰ্ক গঢ়ি তুলিব পাৰে। তাৰ এইটোও এটা গুণেই।

এমূৰীয়া চহৰখনত পুনৰ নতুন নতুন মানুহৰ মুখ দেখা গ'ল। সৰু সৰু গোট। ল'ৰা-ছোৱালীবোৰ গছৰ তলে, বাঁহৰ তলে, নৰ্দমাৰ পাৰে পিনপিনাই ফুৰিছে। চহৰ খনৰ কাষেৰে বৈ যোৱা বিশাল নৈখনৰ বালিত লেটি লৈছেগৈ। নদীৰ পাৰৰপৰা আহি অইন এখন নদীৰ পাৰ পোৱাত মানুহবিলাকে দীঘল উশাহ এটা ল'লে। হওক তেওঁ, আৰু এখন বিশাল নদীৰ সন্ধান পোৱা গৈছে। ডলাৰ বগৰীৰ জীৱনত নদী এখনৰ প্ৰয়োজন অধিক। সৰু সৰু গোটবোৰত বিভক্ত হোৱা মানুহবোৰক একোজন স্থানীয় মানুহে নিজা নিজা তত্ত্বাৱধানত লৈ ল'লে। সিহঁতক নানা কামত সংস্থাপিত কৰা হ'ব। কোনোবাই পালে ৰিক্সা চলাবলৈ, কোনোবাই ঠেলাগাড়ী চলোৱাৰ কাম, কাৰোবাৰ ভাগত পৰিল বাঁহৰ কাম, কোনোবাই আকৌ পকা মিস্ত্ৰিৰ লগত যোগালি কামত লাগিল।

সৰু সৰু গোটত ভাগ হোৱা মানুহবোৰৰ চকু মুখ জিলিকি পৰা দেখা গ'ল। কিজানি দুখৰ দিন শেষ হৈছে, আৰু নতুন নদী এখনৰ পাৰত সিহঁতে প্ৰত্যেকেই নিজৰ ওপৰত অধিকাৰ সাব্যস্ত কৰি নিজৰ মানুহ হৈ পৰিব পাৰিব। প্ৰত্যেকৰে ভৰিৰ তলত থাকিব এচমকা মাটি, মূৰৰ ওপৰত এখন আকাশ, আৰু প্ৰত্যেকৰে থাকিব নিজাকৈ এখন নদী।

সপোন দেখা মানুহে সপোন দেখিবলৈ আৰম্ভ কৰিলে। মানুহৰনো আৰু আছে কি কাম, সপোন দেখাৰ বাহিৰে? নিমখ জলকীযাৰে কৰা শুকান মাছৰ পিটিকাৰ সৈতে মুখৰ আগত একাঁহী ভাতৰ সপোন, সলাই পিন্ধিবলৈ এসাজ কাপোৰ, উশাহৰ সৈতে বুকুৰ ভিতৰলৈ ভৰাই ল'বৰ বাবে নাকত এচমকা পলসুৱা মাটিৰ গোন্ধ, ৰ'দ বৰষুণৰপৰা ৰক্ষা পাবলৈ মূৰৰ ওপৰত এখন চালি, দুখৰ সুখৰ কথা পাতিবৰ বাবে জীৱনৰ লগৰীয়া, চোতালৰ মূৰত ধূলি খেলি থাকিবৰ বাবে দুটা ল'ৰা-ছোৱালী — হৈ যায়। মানুহৰ জীৱনটো তেনেকৈয়ে পৰিপূৰ্ণ হৈ যায। মানুহকনো আৰু কি লাগে? সপোন দেখা মানুহক?

॥ ৬॥

এতিয়াহে আহিব ৰহমৎ আলিৰ পৰিয়ালৰ প্ৰসংগ। ইমানপৰে সেই প্ৰসংগটো ধানপুৰীয়া কঠালটোৰ দৰে পাতৰ আঁৰতে লুকাই তল পৰি আছিল। প্ৰসংগটো ধান

খেৰৰ ভেৰৰ তলত গাপ দি থোৱা হৈছিল, কিবা উকমুকৰ পোৱালি ওলাযেইবা। উকমুকৰ পোৱালি এটাই ওলাই আহিবলৈ তৎ হেৰুৱাইছিল। সেই যে চাজেদ আলিয়ে ক'লে — 'বেগম, মই কথা ভাবিছোঁ —' আৰু বিলকিচ বেগমে একো বুজি নোপোৱা মানুহৰ দৰে স্বামীৰ মুখৰ ফালে চাই ৰ'ল, সেই তেতিয়াৰেপৰাই কথাটোৰ আঁত ধৰিলে ভাল হয। চাজেদ আলিযে কথা বৰকৈ নকযেই, আৰু কেতিযাবা ক'বলগীযা হ'লেও বৰ লাহে ধীৰে কয। এতিযাৰ নহয়, আগৰে গত এইটো। স্বামীৰ মুখৰপৰা কথাৰ মূৰৰ কথা এযাৰ শুনিবৰ বাবেও বিলকিচ বেগম বহুপৰ ৰৈ থাকিব লাগে।

'কি কথা?' বিলকিচ বেগমে সুধিলে। সুধিলে যদিও মানুহজনীযে কথাটোত বৰ গুৰুত্ব নিদিলে। কাৰণ, বিযা হোৱাৰ দিন ধৰি আজিলৈকে এই মানুহটোৱে বহুত কথাই ভাবিছে, আৰু পত্নীযেও বহু সময খৰচ কৰি তেওঁৰ মুখৰপৰা সেই কথাবোৰ শুনিছে। যিমানবোৰ কথা আজি অতদিনে চাজেদ আলিযে ভাবিলে, তাৰ অধিকাংশ কথাই অৰ্থহীন আৰু গুৰুত্বহীন বুলি প্ৰমাণিত হৈ পৰাৰ পিছত মানুহটোৰ কথাত গুৰুত্ব দিবলগীযা কিবা কথা আছে বুলি বিলকিচ বেগমে নাভাবে।

'আমাৰ আয উপাৰ্জন নোহোৱা হৈ পৰিছে।' (সদায কোৱা আৰু সদায ভবা কথা। বিলকিচ বেগমে মনে মনে ভাবিলে)

'সৰুটোৱো একো নহ'ল। বৰটো আৰু মাজুটোৱে কিবাকৈ খাই থাকিব। মইনাই কেনেকৈ খাব?' (সদায ভবা, কোনো সমাধান নোহোৱা সমস্যা।) বিলকিচ বেগমে উত্তৰ নিদিলে। এইবোৰ কথাৰ উত্তৰ দিযা নাযায। তেওঁ মুখলৈ তামোল এখন ভৰালে, আৰু তামোলখন চোবাই খুঁটাটোৰ তলত আগৰেপৰাই ৰঙা হৈ থকা দুবৰি বন কেইডালৰ ওপৰতে পিৰিককৈ পিককণ পেলালে।

'আমাৰ এই দীঘল আৰু বহল পদূলিটোৰ কাম কি? আজিকালিৰ দিনত ইমান মাটি পৰি নাথাকে।' বিলকিচ বেগমে তামোল চোবাই চোবাই স্বামীৰ মুখলৈ চালে। 'ইয়াতে মই ভাড়া ঘৰ সাজিম।'

বিলকিচ বেগম এইবাৰ বহাতে পোন হ'ল। এইটোও এটা গুৰুত্ব দিবলগীযা কথানে? ভাড়াঘৰ বুলি ক'লেই জানো ভাড়াঘৰ সাজিব পৰা যায়? বয়বস্তুৰ যি দাম, পইছা কড়ি নালাগিব? স্বামীৰ ভাণ্ডাৰত কি মজুত থাকে পতিব্ৰতাই সকলো সুন্দৰকৈ জানে। দিনতে সপোন দেখিবলৈ লৈছে নেকি মানুহটোৱে? এনেয়ে শুই বহি আমনি লাগিছে, কথা ক'বলৈ মন গৈছে কৈ থাওক। বিলকিচ বেগমে তামোল চোবাবলৈ লাগিল।

'মই ডাঙৰ মানুহ থকা ভদ্ৰ মানুহ থকা ঘৰৰ কথা কোৱা নাই।' চাজেদ আলিয়ে ক'লে।

'টকা-পইছা নালাগিব জানো? আপোনাৰ হাত দেখোন তেনেই উদং।' পত্নীয়ে সুধিলে।

'নালাগে। ঈশ্বৰ প্ৰসাদে খৰচ দিব। সি মোক কালি বাটতে পাই ক'লে — 'চাচা, ভাড়াঘৰ সাজি দিয়া। বিশেষ খৰচ একো নাই, মাথো পইছা আহি থাকিব। ঈশ্বৰ প্ৰসাদৰ ধাৰ দুমাহতে মৰিব।' বিলকিচ বেগমে তামোল চোবোৱা বন্ধ কৰিলে। কম ধন বিনিযোগ কৰি প্ৰচুৰ ধন আগমনৰ সুচল পথটোৰ কথা বুজি পাবলৈ পোনতে তেওঁৰ সময় লাগিল। সেই কথাৰ বাবে মানুহজনীক কোনোপধ্যেই জগৰীয়া কৰিব নোৱাৰি। তেওঁ কথাবোৰ বুজি পাওতে পলম হয়। ভাল মানুহ, ভদ্ৰলোক থকা ঘৰ নাসাজে চাজেদ আলিযে। তেন্তে চোৰ, ডকাইত, গৰুচোৰ, জুৱাচোৰ, দালাল তস্কৰ এই ধৰণৰ হাৰামী থকা ঘৰ সাজিব নেকি? কথাটো স্বামীক সুধিম সুধিম বুলিও সোধা নহ'লগৈ। ইতিমধ্যে ঘৰৰ কাম আৰম্ভ হ'ল, আৰু ঘৰ মানুহেৰে ভৰি পৰিল।

দীঘলীযাকৈ বহল পদূলিটো। বৰ চৌখিন মানুহ আছিল বিলকিচ বেগমৰ শহুৰেক। পদূলি মূৰত এফালে এজোপা কঠাল গছ, এফালে এজোপা নাৰিকল গছ। কঠাল গছত কঠাল লাগে, নাৰিকল গছত নাৰিকল। তেতিযাই তেওঁ পদূলিৰ দুযোকাষে ওখকৈ ইটাৰ দেৱাল গাঠি দেৱালৰ কাষে কাষে তগৰ আৰু গোলাপ ফুলৰ গছ ৰুইছিল। ৰ'দত গৰম কৰা গাধোৱা পানীত দুপাহুমান তগৰ বা গোলাপ ফুল পেলাই থৈ সেই পানীৰে গা ধুইছিল। ৰাতি এগিলাছ পানীত তিযাই থোৱা গোলাপ ফুলৰ পানীৰে ৰাতিপুৱা চকু ধুইছিল। শেষ বয়সলৈকে বোধহয় সেই কাৰণেই দৃষ্টি শক্তি অটুট আছিল। ইমানেই বিলাসী আৰু চৌখিন আছিল ৰহমৎ আলি। এতিয়া গোলাপ ফুলৰ গছ এজোপাৰ বাদে প্ৰায সকলোবোৰেই মৰিল। বিলকিচ বেগমে যেতিযা নছোৱালী হৈ প্ৰথম এই পদূলি গচকিছিলহি, সেইদিনাও বগা, গুলপীয়া আৰু ৰঙা ৰঙৰ সৰি পৰা গোলাপৰ পাহিৰে গোটেই পদূলিটোৱেই বৰ্ণিল হৈ আছিল। গোলাপৰ গছত গোলাপ, তগৰ ফুলৰ গছত তগৰ ফুলৰ বাহাৰ। এতিয়াও মনত পৰিলে তেওঁৰ মনটো ভাল লাগে। এতিয়া উকা পদূলিটোত অদৰ্কাৰী বন বাত এসোপা গজি থাকে। কঠাল গছৰ সৰি পৰা পাতবোৰ গছজোপাৰ তলতেই দম হৈ পচি যায়। বৰষুণ পৰিলে তাৰপৰা এটা সেমেকা উখুমা উখুম গোন্ধ ওলায়। কেঁচু, কুমটি, জোঁক, মহ, ডাঁহৰ বাহ হয়। ঘৰখনত কাৰনো গৰজ পৰিছে পদূলিটো অতাই

থাকিবলৈ। এটা দুৰতেই থাকে, এটা ওচৰতে থাকিও তেনেই নিলগতীয়া। নিজৰ পৰিয়ালটোৰ মাজতে আৱদ্ধ। ইটোক খালি লাগে টকা। মদ ভাং খোৱাত তাৰ ৰাপ নাই। পিছে কি হ'ল? নাটক থিয়েটাৰৰ চখ। আৰু ঘৰখনত আগৰ দৰে আছেনো কিমান নৌকৰ চাকৰ? গতিকেই নাৰিকল আৰু কঠাল গছ দুজোপাৰ বাদে পদুলিটোত জীৱনৰ কোনো সঁচেই নাই। উদং, নিস্তেজ, নিষ্প্ৰাণ পদুলি। ৰহমৎ আলিৰ দিনৰে গোলাপ ফুলৰ গছজোপা কোনো ৰকমে লেলাই ধেন্দাই বাচি আছিল। এতিয়া ঘৰ সাজিবৰ বাবে কঠাল জোপাৰ ডাল আৰু তগৰ ফুল জোপা কাটি পেলোৱা হ'ল।

খৰ গতিত ঘৰৰ কাম আৰম্ভ হ'ল, আৰু শেষো হ'ল। শেষ হোৱাত দেখা গ'ল যে ইফালে ছটা সিফালে ছটা — মুঠ বাৰটা কোঠা তৈয়াৰ হৈছে। দহফুট আঠফুটৰ কোঠা। মাটিৰপৰা ছয় আঙুল মান ওখ ভেঁটি। বাঁহৰ বেৰা। কোঠা চাবলৈ আহি মমতা বাণুৰে চায়েৰা বেগমক ক'লে — 'কতা কইবা কি? কাচা ঘৰ। বেৰা নেপে নাই। তিনশ টেহা বাডা নেই। গাও ধোৱা ঘৰ নাই। একটা মাত্ৰ ঘৰ। পঞ্চাশ জন মাইনষেৰ মদ্যে একটাই পাখানা। ঘৰেৰ কতা আৰ কি কইমু। উপাযঅ নাই।'

উপায় নাই, উপায় নাই। যি থাকিব সি নিজেই বেৰা লিপা কোচা কৰি ল'ব লাগিব। একেটা কোঠাতে থকা, শোৱা, আৰু ৰন্ধাৰ ব্যৱস্থা। নিৰুপায় আৰু অসহায় নহ'লে এই ঘৰবোৰত থাকিবলৈ মানুহ নাহে। নিৰুপায় আৰু অসহায় নহ'লে কোনেও এনে ধৰণৰ ভাড়াঘৰ সাজি ঘৰৰ পদুলিটো অপৰিষ্কাৰ কৰি নেপেলায়। আৰু, নিৰুপায়, অসহায় মানুহে সকলো কামেই কৰে।

এচলীয়া টিনৰ চালি। আগৰেপৰা থকা পদুলিৰ কাষৰ ইটাৰ দেৱালখনে ঘৰৰ বেৰ এখন হ'ল। নতুনকৈ এটা দমকল বহুৱা হ'ল। দমকলৰ কাষতে পলিথিনৰ আবুৰ দি এটা গা ধোৱা ঘৰ। পিলপিলীয়া, শেঙুনকা, ঢোলপেটা ল'ৰা-ছোৱালী এমখাৰে সৈতে ঘৰৰ কোঠাই কোঠাই মানুহ। কোনোবাটোৰ একোখন ৰিক্সা, কোনোবাটোৰ একোখন ঠেলাগাড়ী। তদুপৰি দা কুঠাৰ, এলুমিনিয়ামৰ বাচন বৰ্তন, লাম লাকটু আদিবোৰ আছেই। পদুলিটোৰ দেৱালখনৰ কাষেদি অঞ্চলটোৰ পানী যোৱা নলাটো বৈ গৈছে। এই ঘৰৰ সকলো মানুহৰে গা ধোৱা, কাপোৰ কানি, কাঁহী বাটি ধোৱা সকলো পানী গৈ সেইটো নলাতে পৰিছেগৈ। নৌ দুদিন যাওঁতেই সৰু সৰু ল'ৰা-ছোৱালী কেইটামান নলাটোত মাছ মাৰিবলৈ বুলি নামিল। নাঙঠ পিঙঠ হৈয়েই। তেতিয়াও কাম যোগাৰ কৰিব নোৱৰা তিৰোতা মানুহ কেইজনীমানে সৰু ছোৱালী কেইজনীমান লগত লৈ নলাটোৰ পাৰত কচু টেঁকীয়া বুটলিলে। এখন

দেশৰপৰা আহি আন এখন দেশত, এখন নতুন ঠাইৰ পৰা আহি আন এখন নতুন ঠাইত মানুহবোৰে নতুন সপোন এটা দেখিবলৈ যো-জা কৰিলে। মানুহে চিৰদিনেই সপোন দেখে। মানুহ আৰু পৃথিবীখনো জীয়াই থাকিবৰ বাবে মানুহে সপোন দেখাৰ অতি প্ৰয়োজন। সপোনেই মানুহক অমৰ কৰে। মানুহ অমৃতৰ সন্তান। জন্ম হওঁতেই মানুহে অমৃতৰ ভাগুত হাত দি জন্ম লয়।সেয়েহে মানুহৰ মৃত্যু নাই। মৃত্যুহীন সপোন দেখা মানুহৰ জীৱন এনেকৈয়েই প্ৰৱাহিত হৈ থাকে। সপোন দেখিবৰ বাবে অব্যাহত হৈ থাকে, এখন নিজা নদী, ভৰিৰ তলৰ এচমকা নিজা মাটি, এখন আকাশৰ অনুসন্ধান।

বিলকিচ বেগমে কথাবোৰ পলমকৈ বুজি পায় বুলি আগতেই কৈ অহা হৈছে। এতিয়াহে তেওঁ বুজি পালে যে চাজেদ আলিযে প্ৰযোজনীয় অভিশাপ এটা চিৰদিনৰ কাৰণেই গোটাই লৈছে। মানুহজনীযে আজিকালি সকলো বস্তুকেই প্ৰয়োজনীয় অভিশাপ বুলি গণ্য কৰে। নিজৰ জীৱনটোকো, চাজেদ আলিৰ লগত হোৱা বিয়াখনকো — আনকি ল'ৰা-ছোৱালী কেইটাকো। তেওঁ তেওঁৰ পদূলি মূৰত বাহ লোৱা মানুহখিনি আৰু সিহঁতৰ ঢোলপেটা, শেঙুননকা ল'ৰা-ছোৱালী মখাৰ গতিবিধি নিৰ্দিষ্ট সীমাৰ ভিতৰত নিযন্ত্ৰণ কৰি থ'লে। কোনেনো বিশ্বাস কৰে ইহঁতক? সাতটা ঘাটৰ পানী খাই অহা মানুহ। কথা-বতৰা, ভাষা-সংস্কৃতি একোৰেই মিল নাই। সিহঁতেনো কি কথা মুখৰ ভিতৰতে বলকি থাকে বিলকিচ বেগমে বুজি নাপায়। মাহটোৰ প্ৰথম সপ্তাহত ভাড়া দিবৰ বাবেহে সিহঁতে এই ঘৰৰ চোতাল গচকিব পাৰিব — তাৰ বাদে কোনো সম্পৰ্ক নাই। থাকিবলৈ দিয়া হৈছে থাকা, সময়ত মাথো ভাড়া দিবা। সন্ধিয়া সময়ত দুঘণ্টাৰ বাবে লাইট জ্বলাই দিয়া হ্য। সেই সময়ত কাৰেণ্ট নাথাকিলে কাৰ জগৰ? কাৰেণ্ট থাকক বা নাথাকক, এটা লাইটৰ বাবদ পঞ্চাশ টকা দিব লাগিব। ঈশ্বৰ প্ৰসাদে ঠিক কৰি দিয়া ৰেট।

চাবলৈ গ'লে ঘৰৰ ভাড়া কমেই হৈছে। মাথো তিনিশ টকাহে। তিনিশ টকাত জানো আজিকালি ঘৰ ভাড়া পোৱা যায? দুৱাৰমুখতে দোকান। শাক পাচলিৰপৰা ছেকেণ্ড হেণ্ড কাপোৰ কানিলৈকে। বেণ্ডাটো মেলিলেই ডাক্তৰখানা, ফাৰ্মেচী, ওচৰতে সেইখন কবৰস্থান, আলিবাটটো পাৰ হ'লেই মচজিদ। মচজিদত জোনাবৰ ঘৰ। জোনাবে কলিমা পঢ়ি দিয়া পানী সকলো বেমাৰৰে মহৌষধ। স্থানীয় মানুহখিনিৰ ঘৰত বিয়া-সকাম, পূজা-পাৰ্বন, পৰব-মেহফিল ওলাযেই থাকে। তিৰোতা মানুহখিনি আৰু কাম কৰিব পৰা ছোৱালী কেইজনীক কাম কৰি ধন গোটাবলৈহে বল লাগে। চাহেব আলিয়েও সিহঁতৰ ৰেচন কাৰ্ড, আৰু ভোটাৰ লিষ্টত নাম ভৰাই দিয়াৰ

উপৰিও কাম যোগাৰ কৰি দিয়াৰ দায়িত্বও লৈছে। ৰেচন কাৰ্ড হৈ গ'লে ভোটাৰ লিষ্টত নাম উঠাবলৈ কেতপৰ? ভোট দিবলৈ সিহঁতে ক'লেকো নগ'লেও হ'ল। ভোটটো ইয়াতে বিক্ৰী কৰি দিব পাৰিব। এটা এটা ভোটৰ দামো বহুত।

নতুন আশা আৰু সপোন লৈ মানুহখিনিয়ে এচলীয়া টিনৰ চালিখন ঘৰলৈ পৰিবৰ্তিত কৰাৰ চেষ্টা আৰম্ভ কৰি দিলে। হওক একেটা কোঠা আৰু সেমেকা ভেঁটি। মাটিৰ ওপৰত বস্তা আৰু ফটাছিটা কাপোৰ পাৰি কৰা শয়ন পাটী, একাষত খৰিৰ চৌকা। ৰন্ধা বঢ়া কৰিলে ধোঁৱাবোৰ ওলাই যাব নোৱাৰি কোঠাটো গুলুপ মাৰি ধৰে। এনেয়ে কাপোৰ কানি নাই, যি আছে সিও দুদিনতে ক'লা হৈ পৰে। বৰষুণ দিলে ল'ৰা-ছোৱালীবোৰে চোতালত বোকা ফেনেকে। কোনেনো কাক কি ক'ব? মাক-বাপেকহঁতৰ ল'ৰা-ছোৱালী শাসন কৰিবলৈ বা মৰম কৰিবলৈ সময়েই নাই।

ৰুবুলৰ ঘৈণীয়েকে নাক সিকটাই ভোৰভোৰাই থাকে। কথা হ'ল নেকি? ঘৰখন নৰককুণ্ড। ক'ৰ অঘৰী এবাহ আনি বাহ ল'বলৈ দিছে। সেই পিলপিলীয়া ল'ৰা-ছোৱালী মখাৰ লগত পৰি তাইৰ নিজৰ ল'ৰা-ছোৱালী দুটাৰ যে ভৱিষ্যৎ দফা ৰফা হ'বলৈ গৈ আছে তাই সেই কথা নিশা শুবৰ পৰত ৰুবুলক কয়। ৰুবুলে দাঁত কৰছে। 'মৰিবলৈনো আছে কেইদিন? বুঢ়া-বুঢ়ীহালৰ গাত কিবা উৰ্ধ্ববায়ু চৰিছে নেকি?' কিন্তু বাপেক মাকৰ মুখৰ আগত ক'বলৈ সি ভয় কৰে। এটাকতো ত্যাজ্য পুত্ৰ কৰি এৰিলেই, তাকো যে নকৰিব কি বিশ্বাস? তাৰ ঘৈণীয়েকে কোটকোটাই থাকে। 'কিহৰ ভয় ইমান?' সম্পত্তি নিদিয়াকৈ পাৰে? কৰ্ট কাচাৰী হৈ যাব। তুমি মুখৰ আগত ক'ব লাগে।'

'কম।' ৰুবুলে কয়।

'কেতিয়া ক'বা? বুঢ়া-বুঢ়ীৰপৰা কি পাইছোঁ আমি? নাতিয়েকহঁতে কি পাইছে? কেতিয়াবা দিছে নে কিবা এটা?'

'দিব ক'ৰপৰা? এতিয়া মনে মনে থাকা তুমি। তুমি মনে মনে থাকা।'

'কিয় মনে মনে থাকিম? কাৰ ভয়ত? তুমি ক'ব নোৱৰা মই কম। সেই যে বিজতৰীয়া বোৰক চপাই আনি বাহ দি পইছা ঘটিছে, পো বোৱাৰী বুলি আমাক দিছেনে পইছা এটা? হক কথা ক'লে জগৰ লাগিব। এটাই যে পইছাৰ ভাগ পায়, এটাই নাপায় কেলেই? তুমি কিবা মোক জনম দে বুলি কাকুতি ঘোষা গাই আছিলা নেকি? জনম দিলে যেতিয়া দায়িত্ব ল'ব লাগে।'

ৰুবুলে মুখ ঘূৰাই শুই থাকে। সি জানে এইখন মুখ বাজিলে পৰ আপৰ নাই, বাজিয়েই থাকিব। গতিকে শুই থকাই ভাল। বহুপৰ ভোৰভোৰাই থাকি ৰুবুলৰ

যৈণীয়েকে যেতিয়া দেখে যে তাৰ টোপনি, তেতিয়া তাই শাহুৱেক শহুৰেকক এৰি কন্দুলক বকিবলৈ আৰম্ভ কৰে। ‘হেৰা হয়নে, দিনৰ দিনটো কথা এযাৰ পাতিবলৈ নাপাওঁ। এতিয়া মোৰ কথাৰ উত্তৰ দিব লাগে বুলি তুমি টোপনিৰ ভাও জুৰিলা। মই হক কথা কোৱা মানুহ। কাকো সুদাই নেৰোঁ। ঘৰ গুচি বাঁহতল হ'ল। হাতত টিকাৰূপ পাই বুঢ়া-বুঢ়ী নতুনকৈ ডেকা-গাভৰু হৈছে। ফুচ ফুচাই কথা, খিল খিলাই হাঁহি। ছিঃ কটা, এই বয়সত লাজো নালাগে।

## মোখনি

বিলকিচ বেগমে চাজেদ আলিক ক'লে — ‘ইযাৰ পিছত আৰু কি থাকিল? আমি মৰিলেই ভাল। এনেকৈ জীয়াই থকা জানো জীয়াই থকা?’ মানুহজনীৰ চকু দুটা চলচলীয়া হ'ল। চাজেদ আলিয়ে ক'লে — ‘এৰা। কিন্তু দিন নাহিলে কেনেকৈ মৰো?’

জীৱনত দুটা কথাই সত্য। জন্ম আৰু মৃত্যু। জন্ম মৃত্যুৰপৰা হাত সৰাৰ উপায় নাই। শুকুলা দাড়ি আৰু চুলিৰ প্ৰাচীন বুঢাজনে কথা ক'বলৈ আৰম্ভ কৰিলে — ‘কোনোবাই জীয়াই থাকে মৃত্যুৰ বাবে, কোনোবা থাকে জীৱনৰ বাবে। কোনোবাই জীৱন মৃত্যু একোৰে বাবে নহয় — কিন্তু জীযাই থাকে আমৰণ।’

‘জীৱন আৰু মৃত্যু লৈ নতুন দৰ্শন?’ প্ৰশ্ন হ'ল।

‘নতুন দৰ্শন নহয, এটা প্ৰাচীন সাধুকথা। প্ৰত্যেক মানুহকে জীযাই থাকিবৰ বাবে এখন নদীৰ প্ৰয়োজন।’

‘নদীৰ?’

এখন নদীৰ প্ৰয়োজন। এটা সাধুকথাত বিভিন্ন অৰ্থ আৰোপিত হ'ব পাৰে। একোখন দেশৰ অৰ্থনীতি, ৰাজনীতি, সমাজ আৰু সংস্কৃতি সলনি কৰি দিব পৰা এই ডলাৰ বগৰীৰ দৰে মানুহখিনিৰ শক্তি এখন নদীৰ শক্তিৰ লগতহে তুলনীয। অথবা নদী এখন বৈ নথকাৰ দৰে মানুহখিনিও ক'তো বৈ নাথাকে। সিহঁতে যি সমস্যাৰ সৃষ্টি কৰে সেই সমস্যাৰ সমাধান কৰিব নোৱাৰে কিন্তু সৃষ্টি নকৰা সমস্যা কিছুমানৰ সমাধান কৰি থৈ যায়। কাৰণ, ডলাৰ বগৰী যদিও সিহঁত মানুহ। কোনেও সিহঁতক নিবিচাৰে — মাথো নদী এখনে সিহঁতক বিচাৰি ফুৰে নিৰন্তৰ, আৰু সিহঁতে বিচাৰে নদীখন।

‘আৰু?’

‘আৰু একো নাই। আমাৰ কাপোৰ কানি ক'লা হ'ল, আমি গুচি আহিলো।’

০০০